**অসম-ইতিহাসৰ যৎকিঞ্চিৎ [Asam-Itihasar Jatkinchit]**
A Few Essays on Assam's History : [Collection of some left out contents of the Early and Medieaval period] authored by Shri Kanak Chandra Sharma, Retd. D.C., a litterateur and researcher, Ganeshmandir, Dispur, 305 Kahilipara Road, Guwahati - 6, and published by Shri Atul Chandra Sarma on behalf of Sarma Prakashan, Nalbari. Price Rs. 200.00

প্ৰথম প্ৰকাশ ঃ মে', ২০১০

**প্ৰকাশক ঃ** শ্ৰীঅতুল চন্দ্ৰ শৰ্মা

বেটুপাত ঃ ডিজাইন স্পেছ, শিলপুখুৰী

মূল্য ঃ ২০০·০০ (মাত্ৰ)

**ছপা ঃ**
মাতৃ অফছেট প্ৰেছ
হেদায়েৎপুৰ, গুৱাহাটী
ফোন নং ৯৪৩৫০-১৩৪৯৭

# আগকথা ঃ গ্ৰন্থকাৰৰ

আমাৰ *'তেজপুৰ নাম ইটো নগৰ বিশেষ'* নামৰ শোণিতপুৰ-তেজপুৰ সম্পৰ্কে ঐতিহাসিক বিবিধাৰ গ্ৰন্থখনতে উল্লেখ কৰিছিলোঁ যে সাহিত্যৰ ছাত্ৰ হৈও আৰু সাহিত্যৰ সৃষ্টিশীলতাৰ চৰ্চা কৰিও পৰৱৰ্তী চাকৰি জীৱনত আমাৰ সাহিত্য-চিন্তাত প্ৰেৰণা প্ৰদান কৰিছিল প্ৰত্নতত্ত্ব-পুৰাতত্ত্ব চৰ্চাৰ জৰিয়তে প্ৰাচীন অসমৰ উজ্জ্বল স্থিতিৰ ঐতিহাসিক বুনিয়াদ সৃষ্টি-কৰ্ত্তা বৰেণ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, কালিৰাম মেধি আদিৰ অসমভিত্তিক গৱেষণাৰ কৰ্মৰাজিয়ে। সেয়ে সততে মনটো ধাবিত হৈছিল প্ৰাচীন অসমৰ ঐতিহাসিক উৎস আদিৰ বিচাৰ-খোচাৰ কৰা আৰু এই সম্পৰ্কে অধ্যয়ন আদি কৰাৰ ক্ষেত্ৰত। সেই সূত্ৰেই নিয়মিতভাৱে সাহিত্য-অধ্যয়ন কৰাৰ মাজতেই কিছুপৰিমাণে প্ৰয়োজনৰ তাগিদাত আৰু কিছুপৰিমাণে প্ৰেৰণাৰ তাড়নাত গৱেষণাধৰ্মী লেখাৰ প্ৰতি হাবিয়াস হৈছিল। আলোচনা-চক্ৰ, গৱেষণা-পত্ৰিকা, সংবাদ-পত্ৰত বহুসংখ্যক এই দিশৰ লেখা আগবঢ়াইছিলোঁ।

নলবাৰীৰ আৰ্য্য সাহিত্য সভাৰ সম্পাদক আৰু বহু গ্ৰন্থৰ প্ৰকাশক শ্ৰীঅতুল চন্দ্ৰ শৰ্মাই আমাৰ এখন প্ৰবন্ধ-গ্ৰন্থ প্ৰকাশৰ বাবে একাধিকবাৰ আগ্ৰহী হোৱাত অসম-ইতিহাসৰ সংক্ৰান্ততে লিখা এই নিৰ্বাচিত প্ৰবন্ধকেইটা তেখেতলৈ আগবঢ়াই দিলোঁ। বিভিন্ন আৰু অন্যান্য শৃঙ্খলাৰ বিষয় ইয়াৰ লগত সানমিহলি নকৰিলোঁ। **ইতিহাসৰ সমলৰপৰাই বিষয়বস্তু গ্ৰহণ কৰি তাক গুৰুত্বপূৰ্ণ কৰি দেখুৱাবলৈ এই প্ৰবন্ধকেইটাত প্ৰয়াস কৰা হৈছে।**

অসমৰ প্ৰাচীনত্ব ভাৰতবৰ্ষৰ প্ৰাচীনত্বৰ সৈতে সাঙোৰ খাই আছে। ভাৰতীয় ঐতিহ্য আৰু সমৃদ্ধ সংস্কৃতিৰ সৈতে অসমৰ আদি কালৰ সংস্কৃতি আৰু সাহিত্য ঘনিষ্ঠভাৱে বিজৰিত। ৰাজনৈতিকভাৱেও সময়ত ভিন্নভাৱে আৰু সময়ত যৌথভাৱে অসম *কামৰূপ* বা *প্ৰাগ্‌জ্যোতিষ*ৰূপে ভাৰতত জিলিকি আছিল। এই কথাও তথ্যপূৰ্ণভাৱে বিশ্লেষণ কৰিব পাৰি যে খ্ৰী. পঞ্চম-ষষ্ঠ শতাব্দীমানৰপৰা প্ৰায় একাদশ-দ্বাদশ শতাব্দীলৈ অসমত এখন সু-সংগঠিত সেইকালৰ বিস্তৃত অসমীয়া সমাজ আছিল। বিশেষকৈ কুমাৰ ভাস্কৰবৰ্মাৰ কালত নিশ্চিতভাৱে এখন সু-সংস্কৃত প্ৰাগজ্যোতিষীয় বা কামৰূপীয় ৰাজ্যৰ

ছবি পাওঁ। **শালস্তম্ভীয় বংশৰ ৰজা শ্ৰীহৰ্ষদেৱ বৰ্মাৰ কামৰূপীয় ৰাজ্যৰ বিস্তৃত সীমা উত্তৰ-ভাৰত আৰু দক্ষিণ ভাৰতৰ বহু অঞ্চললৈকে গৈছিল বুলি আমি ইতিহাসত সাক্ষ্য পাওঁ।**

সাম্প্ৰতিক কালত মাধ্যমিক শিক্ষাত ইতিহাসৰ পাঠ অপৰিহাৰ্য্য নহয়, আনকি প্ৰকৃতভাৱে শিক্ষাও নাই। গতিকে স্বাভাৱিকভাৱেই উচ্চশিক্ষাতো ইয়াৰ স্থান গৌণ হৈছে আৰু আনহাতে ইতিহাস-জ্ঞানৰ মান উচ্চশিক্ষাতো নোহোৱা হৈছে। ফলত ইতিহাসৰ বিস্তৃত গৱেষণাভিত্তিক জ্ঞান ছাত্ৰৰপৰা প্ৰায় নাইকিয়া হোৱা দেখা যায়। ইয়াৰ ফলত প্ৰাচীন অসমৰ ইতিহাস-অধ্যয়নৰো অৱকাশ নোহোৱা হ'ল। ফলত ইয়াৰ প্ৰাচীনত্বৰ তথ্য, উৎস আৰু সংবাদবোৰো পাঠক আৰু ছাত্ৰৰ মাজত সহজলভ্য হৈ থকা নাই আৰু ভৱিষ্যতে পোৱাৰ আশাও সীমিত হৈ যাব ধৰিছে। ফৰাছী দাৰ্শনিক ভল্‌টেয়াৰে কৈছিল—

*Every present event is born of the past and is father of the future. The eternal chain can neither be broken nor entangled.* এই কাৰণেই ইতিহাসৰ গ্ৰহণযোগ্যতা আছে।

আমাৰ এই গ্ৰন্থত ধাৰাবাহিকভাৱে ইতিহাসৰ কোনো বিৱৰণ নাই। কিন্তু ইতিহাসে যথেষ্টভাৱে পোহৰ নেপেলোৱা অথচ জাতীয় ইতিহাসত বা সমাজ জীৱনত গুৰুত্বসহকাৰে প্ৰভাৱ পেলাব পৰা কিছু আলোচনা এই ৰচনাসমূহত সন্নিবিষ্ট হৈছে। ৰজা ভাস্কৰবৰ্মাৰ কালৰ সমৃদ্ধি, 'ভাস্কৰাব্দ'ৰ প্ৰচলনৰ সম্ভাৱনা, অসমৰ সমাজ-সংস্কৃতিত আৰ্য্য-সভ্যতাৰ বিস্তাৰৰ গতি-প্ৰকৃতি, ভাৰত-অসমৰ ৰাজনৈতিক সম্বন্ধৰ প্ৰাচীনত্ব, ভাৰতীয় সাহিত্যত ব্ৰহ্মপুত্ৰৰ প্ৰসংগ, কামৰূপ-কোচৰাজ্যৰ ইতিহাস-সংস্কৃতিৰ বৈচিত্ৰ্য আৰু তাৰে সৈতে কামৰূপৰ পীঠ-বিভাজনৰ ঐতিহাসিকতা, বেলতলা ৰাজ্যৰ ইতিহাসত স্থান, বৃটিছ-যুগত সৃষ্টি হোৱা পথৰুঘাটৰ প্ৰথম প্ৰজা-বিদ্ৰোহ আদিৰ বিষয়ে আমাৰ বুৰঞ্জীত যথাযথ পোহৰ পৰা নাই আৰু বিশ্লেষণ হোৱা নাই। বৃটিছ-যুগত অসমৰ উত্তৰ-সীমান্তত পাৰ্বত্য জাতিগোষ্ঠীক প্ৰশাসনৰ পাৰ্থ্যকৰে ক্ৰমেক্ৰমে ভিন্ন কৰি পূৰ্বৰ অসমৰ ৰজাসকলৰ কালত অসমীয়া সমাজৰ সৈতে যুঁজ-বাগৰ আৰু মিত্ৰতাৰ মাজেদি প্ৰবাহিত হোৱা সহাৱস্থানক কেনেকৈ আঘাত কৰি অৰুণাচল প্ৰদেশ-গঠনৰ বাবে সুবিধা-প্ৰদানৰ প্ৰক্ৰিয়া আৰম্ভ হৈ উঠিল, সেই প্ৰশাসনীয় ইতিহাস বৰ জটিল আৰু সংঘাতময়। বিভিন্ন গ্ৰন্থ অসমত প্ৰাপ্ত যদিও এই বিষয়ে সৰল-

সহজভাবে লিখা উত্তৰ সীমান্তৰ জাতিগোষ্ঠীৰ প্ৰশাসনীয় আৰু সাংস্কৃতিক বিষয়ৰ অসমীয়া বুৰঞ্জী-গ্ৰন্থ এতিয়াও আমাৰ দৃষ্টিত অহা নাই। ইয়াত তিনিটা প্ৰবন্ধৰ জৰিয়তে কিছু তথ্যৰ পুনৰালোচনা কৰি এই বিষয়ত পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈও প্ৰযত্ন কৰা হৈছে। বহু তথ্য ইতিমধ্যে বিলুপ্ত হৈ গৈছে। প্ৰাপ্ত তথ্য আৰু সংবাদসমূহো লাহেলাহে ইতিহাস-অধ্যয়নৰ অভাৱত নাইকিয়া হৈ যাব। গতিকে এইবোৰ গৱেষণাৰ বাবে সংৰক্ষণৰ প্ৰয়োজন।

আমাৰ এই গ্ৰন্থখন প্ৰকৃতাৰ্থত ধাৰাবাহিকভাবে যুগুত কৰা ইতিহাস বা বুৰঞ্জী-গ্ৰন্থ নহয়। এক কথাত এইখিনি **অসম-ইতিহাসৰ দুই-এটা এৰা-বোটলাহে**। ইয়াৰ আধাৰত বিষয়সমূহৰ বিচাৰ হ'ব পাৰে আৰু বুৰঞ্জীৰ বিস্তৃত পুনৰ্নিৰ্মাণ হ'ব পাৰে।

সমলৰ অভাৱ বা অধিক প্ৰত্নলিপি আৱিষ্কৃত হোৱা নাই অথবা অধিক খনন-কাৰ্য্যৰ দ্বাৰা তথ্যৰ দৃঢ়ীকৰণ হোৱা নাই— এনেবোৰ কাৰণ দৰ্শাই ইতিহাস-নিৰ্মাণৰ কামত বুৰঞ্জীকাৰসকল পিছুৱাই থাকিলে জাতীয় সেৱাৰ প্ৰতি অৱহেলাকে সূচাব। খণ্ডখণ্ডকৈ আৰু সীমিতভাবে হ'লেও আমবাৰী খনন-কাৰ্য্যৰ ফলত প্ৰাপ্ত মূল্যৱান ঐতিহাসিক সম্পদসমূহৰ আধাৰত প্ৰাচীন অসমৰ ইতিহাসক এতিয়াও সংলগ্ন কৰিব নোৱাৰাটো বেদনাদায়ক হৈছে। ভাৰতৱৰ্ষৰ বহু ৰাজ্যৰ প্ৰাচীনত্বৰ ক্ষেত্ৰতো উৎস বা তথ্যৰ প্ৰাচুৰ্য্য পৰিলক্ষিত নহয়, তথাপি ইতিহাসবিদসকলে সেই তথ্যসমূহকে নিৰ্ভৰশীল কৰি ভাল গ্ৰন্থ প্ৰণয়ন কৰিছে। অসমৰ ইতিহাসবিদসকলে প্ৰাপ্ত তথ্যৰ আধাৰতে সংশয়-সন্দেহৰ পৰিৱেশ সৃষ্টি নকৰি নিৰপেক্ষ দৃষ্টিৰে সেইবোৰ বিচাৰ-বিশ্লেষণ কৰিব লাগে।

শেষত এই গ্ৰন্থৰ বিচাৰ আৰু সমাদৰৰ ভাৰ পাঠক সমাজৰ ওচৰত আগবঢ়ালো আৰু ভুল-ত্ৰুটিৰ বাবে ক্ষমা বিচাৰিলোঁ। প্ৰকাশক শ্ৰীঅতুল চন্দ্ৰ শৰ্মাই গ্ৰন্থখন প্ৰকাশ কৰি, মাতৃ অফছেট প্ৰেছৰ শ্ৰীৰেখা তালুকদাৰে অতি কষ্টেৰে অক্ষৰ-বিন্যাস কৰি আৰু মাতৃ অফছেট প্ৰেছে ছপা কাৰ্য্য-সম্পাদন কৰি আমাক কৃতাৰ্থ কৰিছে। তেওঁলোকলৈ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

হোলিপূৰ্ণিমা
১৫ ফাগুন, ১৪১৬ ভাস্কৰাব্দ
গণেশমন্দিৰ, দিশপুৰ
৩০৫ কাহিলিপাৰা পথ, গুৱাহাটী- ৬

শ্ৰীকনক চন্দ্ৰ শৰ্মা

# প্ৰকাশকৰ একাষাৰ

অসমৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ ২০০৯-১১ বৰ্ষৰ মাননীয় উপ-সভাপতি শ্ৰীযুত কনক চন্দ্ৰ শৰ্মাৰ *'অসম-ইতিহাসৰ যৎকিঞ্চিৎ'* নামৰ গ্ৰন্থখন প্ৰকাশ কৰিবলৈ দিয়াবাবে ধন্যবাদ জ্ঞাপন কৰিছোঁ। ইতিমধ্যে শৰ্মাদেৱৰ কেইবাখনো তত্ত্বগধুৰ গ্ৰন্থ প্ৰকাশ পাইছে আৰু পাঠক সমাজৰপৰা সমাদৃত হৈছে। ধুবুৰী জিলাৰ উপায়ুক্ত হিছাপে কাৰ্য্যনিৰ্বাহ কৰি থাকোঁতে তেখেতৰ কেইবাখনো গ্ৰন্থ প্ৰকাশ হৈছে। খ্ৰী. ২০০০ অসম চৰকাৰৰ দ্বাৰা সাহিত্যিক পেঞ্চন লাভ কৰে। শোণিতপুৰ জিলা সাহিত্য সভাই প্ৰদান কৰা 'পদ্মনাথ গোহাঞি বৰুৱা বঁটা' তেখেতে *'তেজপুৰ নাম ইটো নগৰ বিশেষ'* ঐতিহাসিক গ্ৰন্থখনৰ বাবেও বঁটা লাভ কৰিছে। শ্ৰীশৰ্মাদেৱ সাহিত্য-সংস্কৃতিৰ এগৰাকী বিশিষ্ট সমালোচক।

*অসম-ইতিহাসৰ যৎকিঞ্চিৎ* গ্ৰন্থখনৰ ১৭টা প্ৰবন্ধ প্ৰকাশ পাইছে। প্ৰবন্ধ কেইটিৰ যোগেদি পাঠক সমাজে গ্ৰন্থখন আদৰি ল'লে লিখক তথা প্ৰকাশকৰ শ্ৰম সাৰ্থক হ'ব। ইতিহাসৰ ছাত্ৰসকলেও গ্ৰন্থখনৰপৰা উপকৃত হ'ব বুলি মোৰ ধাৰণা। তেওঁলোককো গ্ৰন্থখন আদৰি লোৱাৰ বাবে অনুৰোধ কৰিলোঁ।

শেষত লেখক শৰ্মাৰ কাপৰপৰা অধিক গ্ৰন্থ প্ৰকাশ পাব বুলি আশা কৰিলোঁ আৰু তেখেতৰ দীৰ্ঘায়ু কামনা কৰিলোঁ।

২৩/০৪/২০১০ **অতুল চন্দ্ৰ শৰ্মা**

# সূচীপত্ৰ


| | |
|---|---|
| ১। উৎকীৰ্ণ প্ৰত্নলিপি— অসম-বুৰঞ্জীৰ আদি কালৰ গুৰুত্বপূৰ্ণ উৎস | ১ |
| ২। কামৰূপ-ৰজা ভাস্কৰবৰ্মাৰ প্ৰসঙ্গ ঃ | |
| (ক) কামৰূপৰাজ ভাস্কৰবৰ্মা আৰু প্ৰাচীন কামৰূপৰ সমৃদ্ধি | ১৮ |
| (খ) কামৰূপৰাজ 'মহাৰাজাধিৰাজ' কুমাৰ ভাস্কৰবৰ্মা আৰু ভাস্কৰাব্দ | ২৪ |
| (গ) অসমীয়া ভাস্কৰাব্দৰ বহল প্ৰচলন জাতীয় প্ৰেমৰ বাহক | ৩১ |
| (ঘ) কুমাৰ ৰজা ভাস্কৰবৰ্মা সম্পৰ্কে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা | ৩৭ |
| (ঙ) হিউৱেনচাঙ, পুণ্ড্ৰবৰ্দ্ধন, প্ৰাগ্‌জ্যোতিষপুৰ আৰু কামৰূপ ঃ ইয়াৰ দূৰত্বৰ প্ৰসংগ | ৪৩ |
| ৩। কালিদাসৰ কাল আৰু তেওঁৰ কাব্যত 'কামৰূপ' প্ৰসংগ | ৪৬ |
| ৪। ব্ৰহ্মপুত্ৰ আৰু ভাৰতবৰ্ষৰ প্ৰাচীন সাহিত্য | ৫১ |
| ৫। কামৰূপ, প্ৰাগ্‌জ্যোতিষপুৰ আৰু 'পৌড়াকৌৰ' বা পোড়াকাউৰ | ৫৯ |
| ৬। অসম ভাৰতৰ অংগ-ৰাজ্য নাছিল নেকি? | ৬৮ |
| ৭। (ক) বেলতলা আৰু নৰক-ভগদত্তৰ ৰাজধানী হাতীগাঁও অঞ্চল (?) | ৮৩ |
| (খ)বেলতলা ৰাজ্যৰ এটি চমু ঐতিহাসিক টোকা | ১০২ |
| ৮। অসমীয়া জাতি-সংস্কৃতি ঃ আৰ্য্যসকলৰ অৱদান | ১১০ |
| ৯। প্ৰত্নতত্ত্বত লোক-সংস্কৃতিৰ উপাদান ঃ এটি বিচাৰ | ১২৮ |
| ১০। পশ্চিম অসমৰ ভাষা, বুৰঞ্জী আৰু লোক-সংস্কৃতিৰ ধাৰা | ১৪২ |
| ১১। পথৰুঘাটৰ প্ৰথম প্ৰজা-প্ৰতিৰোধ | ১৬৮ |
| ১২। চাৰিদুৱাৰৰ হস্তান্তৰিত অঞ্চল আৰু অবিভক্ত দৰং জিলা | ১৮১ |
| ১৩। অবিভক্ত দৰং জিলাৰ 'দুৱাৰ'সমূহ (প্ৰাক্ বৃটিছ যুগ) | ১৯৭ |
| ১৪। অবিভক্ত দৰং জিলাৰ 'দুৱাৰ'সমূহ (বৃটিছ যুগ) | ২১৪ |
| ১৫। বেলশৰৰ পুৰণি তথ্য বিচাৰি | ২৪৬ |
| ১৬। ৰামদিয়া গাঁৱত প্ৰাপ্ত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ এখন তামৰ ফলি (পাঠোদ্ধাৰ) | ২৫১ |
| ১৭। বুৰঞ্জী-শিক্ষাৰ পাঠ আজিও অপৰিহাৰ্য্য পাঠ্য নহ'ল | ২৫৫ |
| **পৰিশিষ্ট ঃ** | |
| কেইখনমান প্ৰাসংগিক ঐতিহাসিক মানচিত্ৰ | |
| কনক চন্দ্ৰ শৰ্মাৰ স্ব-ৰচিত গ্ৰন্থ আৰু প্ৰকাশিত গ্ৰন্থসমূহ | ২৫৯ |
| কনক চন্দ্ৰ শৰ্মাৰ সংকলন -সম্পাদনাত প্ৰকাশিত গ্ৰন্থসমূহ | ২৬১ |

# উৎকীৰ্ণ প্ৰত্নলিপি— অসম-বুৰঞ্জীৰ আদি কালৰ গুৰুত্বপূৰ্ণ উৎস

## (Inscriptions – An Important Source of the Early Period of Assam's History)

১. ভাৰতত মৌৰ্য্য সাম্ৰাজ্য স্থাপনৰপৰাই মধ্যযুগৰ মুছলিম সাম্ৰাজ্য স্থাপনলৈকে এই সময়ছোৱাত বিভিন্ন ৰজা আৰু ৰাজন্যবৰ্গই দান, ধৰ্মৰ বাণী, বিজয়-ঘোষণা, মন্দিৰ-প্ৰতিষ্ঠা আৰু ৰাজ্য-শাসন আদিৰ উল্লেখযোগ্য কাৰ্য্য সম্পাদনৰ কথা বিভিন্ন উদ্দেশ্যত প্ৰচাৰৰ বাবে প্ৰস্তৰখণ্ড, তাম্ৰখণ্ড, মুদ্ৰা, পোৰামাটিৰ মোহৰ, তাম্ৰশাসন আদিত লিপি ব্যৱহাৰ কৰি যিবোৰ তথ্য আৰু সংবাদ সংৰক্ষণ কৰি যোৱাৰ ব্যৱস্থা কৰিছিল, ভাৰতৰ প্ৰাচীন বুৰঞ্জী-নিৰ্মাণৰ ক্ষেত্ৰত সেইবোৰ অত্যন্ত গুৰুত্বপূৰ্ণ উৎস আৰু বিশ্বাসযোগ্য সমল হিছাপে স্বীকৃত হৈছে। এই উদ্দেশ্যত বিশ্বৰ অন্যান্য অঞ্চলতকৈ ভাৰতবৰ্ষতে প্ৰত্নলিপিয়ে অধিক গুৰুত্বপূৰ্ণ অৱদান আগবঢ়াইছে বুলি *The Wonder that was India* ৰ প্ৰসিদ্ধ লেখক প্ৰখ্যাত পণ্ডিত ড° এ এল বসামেও মন্তব্য কৰি গৈছে।[১]

২. অসম ভৌগোলিকভাবে অত্যন্ত স্পৰ্শকাতৰ অঞ্চল। প্ৰাকৃতিক দুৰ্য্যোগৰ সঘন আক্ৰমণে ইয়াৰ প্ৰাচীন সম্পদবোৰ পূৰ্বৰে পৰাই নিশ্চিহ্ন কৰি দিছে। প্ৰাচীনকালৰ গৃহ, মন্দিৰ বা অন্যান্য নিৰ্মাণ-শৈলীৰ এটা নিদৰ্শনো থিয় হৈ থকা নাই। সকলো মাথোন ধ্বংসাৱশেষৰ স্তূপ। নিৰ্মিত দালানবোৰ ভাঙি পৰাৰ ফলত তাৰ সম্ভাব্য গাত্ৰ-লিপিবোৰৰে সন্ধান নাইকিয়া হ'ল। সময়ে সময়ে ঘটি থকা ভূমিকম্পই বিভিন্ন স্থানত উপৰিভাগ পৰিৱৰ্তন কৰি দিয়াৰ ফলত বহু ক্ষেত্ৰত মাটিৰ তলত পোত

খাই থকা কোনো তাম্ৰ শাসন, প্ৰস্তৰ লিপিও আৱিষ্কাৰ হোৱাৰ পথ ৰুদ্ধ হৈছে। বানপানীয়ে প্ৰাচীন শাস্ত্ৰ আৰু সাঁচিপতীয়া পুথিবোৰো প্ৰায়েই বিনাশ কৰিলে।

এনে প্ৰতিকূল পৰিৱেশৰ মাজতো অসমৰ প্ৰাচীন ঐতিহ্যৰ আলোকপাত কৰা এতিয়ালৈকে প্ৰাপ্ত উৎকীৰ্ণ লিপিকেইখনেই যে একমাত্ৰ তথ্যপ্ৰাপ্তিৰ নিৰ্ভৰযোগ্য সমল হৈ গুৰুত্বপূৰ্ণ ভূমিকা বহন কৰিছে তাক নতুনকৈ কোৱাৰ প্ৰয়োজন নাই।

**৩. অসমত খনন-কাৰ্য্যৰ অভাৱ আৰু অসম্পূৰ্ণতাই প্ৰত্নলিপিৰ অস্তিত্বক অধিক মূল্যৱান কৰি তুলিছে ঃ**

মহাকাব্য, পুৰাণ আৰু ধৰ্মশাস্ত্ৰবোৰৰ সংবাদৰপৰা জনা যায় যে অতি প্ৰাচীনকালতে অসমত আৰ্য্যসভ্যতাই বিস্তাৰ কৰিছিল। ব্ৰহ্মপুত্ৰ সভ্যতাৰ স্থিতিৰ ধাৰণা অবৈজ্ঞানিক নহয়। দ্বাৰকা, কুৰুক্ষেত্ৰ, মথুৰা আদিৰ উন্নত পদ্ধতিৰ খনন-কাৰ্য্যই সেইবোৰ অঞ্চলৰ মহাকাব্যিক অস্তিত্বৰ ঐতিহাসিকতা প্ৰমাণ কৰিবলৈ সমৰ্থ হৈছে। ঋক্‌বেদত উল্লিখিত সৰস্বতী নদীৰ অস্তিত্বত আধুনিক বৈজ্ঞানিক অনুসন্ধানৰ জৰিয়তে বিচাৰ কৰি সিন্ধু-সভ্যতাৰ সৈতে সংলগ্ন কৰিবলৈ নতুন প্ৰচেষ্টা হৈছে। কিন্তু খননকাৰ্য্য আৰু প্ৰত্ন-অনুসন্ধানৰ আধুনিক প্ৰচেষ্টাৰ অভাৱত অসমত ব্ৰহ্মপুত্ৰ-সভ্যতাৰ অৱস্থিতি আমি সাব্যস্ত কৰিব পৰা নাই। ভাৰতীয় জৰীপ বিভাগৰ অধীক্ষক প্ৰত্নতত্ত্ববিদ ড° টি ব্লকে ১৯০৬ চনতে কোৱা কথাষাৰ এতিয়াও মাত্ৰ উদ্ধৃতিৰ প্ৰসংগ হৈহে আছে—

"The modern civil stations of Gauhati and Tezpur seem to occupy the sites of two of the oldest and most important among the early Aryan Settelments in Assam, called *Pragyotishpura* and *Haruppeswara* in Sanksrit. Like the modern *Champanagar*, the site of Champa, the ancient capital of the kingdom of the *Angas*, west of Bhagalpur in Bengal, both Gauhati and Tezpur have been built upon a sort of artificial

plateau, raised by the underlying debris of the ancient settlements. A great number of mediaeval Indian carvings, brought to light during modern building operations, bear ample evidence of this fact."[২]

প্ৰাপ্ত সমল আৰু সম্পদখিনি জধে-মধে সংৰক্ষণ কৰা হ'ল যদিও নিৰ্মাণ কাৰ্য্য বন্ধ কৰি উভয় অঞ্চলতে বৈজ্ঞানিকভাৱে খনন-কাৰ্য্য কৰা নহ'ল। **আমবাৰীত** স্থানীয়ভাৱে সাম্প্ৰতিক সময়ত হোৱা খনন প্ৰক্ৰিয়াইও বিভিন্ন প্ৰতিকূল পৰিস্থিতিৰ বাবে আগবাঢ়িব নোৱাৰিলে। অতি বিস্ময়কৰভাৱে এই খনন কাৰ্য্যৰ সামান্য অগ্ৰগতিতে বহু মূল্যৱান সম্পদৰ আৱিষ্কাৰ হৈছিল— যিয়েই খ্ৰীষ্টপূৰ্ব কালৰো ঐতিহাসিক চানেকি উদ্ভাষিত কৰিছে।

এই অৱস্থাৰ পটভূমিতো প্ৰত্নলেখসমূহেই এতিয়া প্ৰাচীন অসমৰ ইতিহাস-নিৰ্মাণৰ একমাত্ৰ উৎস হৈ আছে।

**অসমৰ প্ৰত্নলেখভিত্তিক বুৰঞ্জীগ্ৰন্থ ঃ**

৪. নিজৰ সমসাময়িক কালৰ ভিতৰত উদ্ধাৰ হোৱা প্ৰত্নলিপিকেইখনৰ তথ্য আৰু সংবাদৰ আধাৰতে অসমৰ প্ৰাচীন ইতিহাস আৰু সংস্কৃতিৰ বিষয়ে অতি গুৰুত্বপূৰ্ণ আৰু বিশ্লেষণাত্মক এই গ্ৰন্থকেইখন ৰচনা হৈছে—

(১) *History of Assam* : EA Gait (1906)

(২) *Early History of Kamrupa :* Kanaklal Barua (1933)

(৩) *Assamese : Its Formation and Development* : Dr. Banikanta Kakati (1941)

(৪) *Assamese Grammer and Origin of the Assamese Language :* Kali Ram Medhi **আৰু তেওঁৰ অন্যান্য ঐতিহাসিক ৰচনাসম্ভাৰ**

(৫) *Background of Assam's Culture :* RajMohan Nath (1948)

(৬) ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ বিশ্লেষণাত্মক বিজ্ঞানসন্মত গ্ৰন্থ ঃ *A Cultural History of Assam* (1951)

(৭) *Growth of the Assamese Language : Development of the Assamese Script, prehistoric and historic Assam :* Dimbeswar Neog (1964)
আৰু শেহতীয়া সুবৃহৎ গ্ৰন্থ

(৮) *The History of the Civilisation of the people of Assam upto twelfth Century :* Dr P.C. Choudhury (1959 & 1969)

ইয়াৰ উপৰি অন্যান্য মৌলিক ৰচনা আৰু গ্ৰন্থ কেইবাখনো আছে যদিও মূলতঃ এইকেইখন গ্ৰন্থতে অন্যান্য সমলৰ উপৰি ঘাইকৈ তাম্ৰলিপি আৰু প্ৰস্তৰলিপিসমূহৰ ব্যাখ্যা আৰু বিশ্লেষণৰে প্ৰাচীন অসমৰ ইতিহাস উদঘাটন কৰিবলৈ প্ৰযত্ন কৰা হৈছে।

**৫. যুগ-বিভাজন আৰু শাসনাৱলী গ্ৰন্থ ঃ**

ভাৰতবৰ্ষৰ আদিকালৰ ইতিহাসৰ যুগ নিৰ্ধাৰণ সাধাৰণতে এনেদৰে হোৱা দেখা যায়। (ক) খ্ৰীঃ ষষ্ঠ শতাব্দীলৈকে আদি যুগ, (খ) সপ্তম শতিকাৰপৰা দ্বাদশ শতিকালৈকে আদি মধ্যযুগ আৰু ত্ৰয়োদশ শতিকাৰ পৰা অষ্টাদশ শতিকাৰ মাজভাগলৈকে (১৭৫০খ্ৰী.) শেষ মধ্যযুগ। কিন্তু অসমৰ ইতিহাসৰ কাল বিভাজনৰ ক্ৰমত ত্ৰয়োদশ শতাব্দীলৈকে অসমৰ আদিযুগ বুলি গণ্য হয় আৰু ত্ৰয়োদশ শতাব্দীৰ পাছৰ পৰা ঊনৈশ শতাব্দীলৈকে মধ্যযুগ বুলি ভবা হয়।

প্ৰকৃতাৰ্থত চতুৰ্থ শতাব্দীৰ সময়তে বুলি প্ৰাপ্ত হোৱা শিলালেখৰ সময়ৰপৰাই ত্ৰয়োদশ শতাব্দীৰ কানাই বৰশীবোৱা শিলালেখৰ সময়লৈকে সময়ছোৱাৰ ঘটনাৰ আলোচনাক অসমত প্ৰাচীন ইতিহাসৰ ঐতিহাসিক কাল হিছাপে ধাৰণা কৰা হৈ আছে। সীমিত ঐতিহাসিক সমলৰ বাবেই বিভিন্ন বৈশিষ্ট্যৰ আধাৰত **অসমৰ ঐতিহাসিক যুগ বিভাজন অধিক বিজ্ঞানসন্মত হৈ উঠা নাই**।

গতিকে এই বিবেচনাৰ ভিত্তিত অসমৰ প্ৰাচীনকালৰ উৎকীৰ্ণ লেখসমূহৰ সংকলন তিনিখন গ্ৰন্থত এইপৰ্য্যন্ত বিধৃত হৈছে।

## উৎকীৰ্ণ প্ৰত্নলিপি— অসম-বুৰঞ্জীৰ আদি কালৰ গুৰুত্বপূৰ্ণ উৎস

(১) দ্বাদশখন তাম্ৰ শাসনেৰে (হৰ্জৰবৰ্মনৰ প্ৰস্তৰ-শাসনসহ) পোন প্ৰথমে মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ মহাশয়ৰ সম্পাদনাত সংকলিত আৰু ৰংপুৰ সাহিত্য পৰিষদৰ দ্বাৰা প্ৰকাশিত, হোৱা গুৰুত্বপূৰ্ণ *কামৰূপ শাসনাৱলী* (১৯৩২)ৰ পাছত (২) ১৯৭৮ চনত পূৰ্বৰ লেখসমূহৰ সৈতে মুঠ ২৮খন তাম্ৰ আৰু প্ৰস্তৰলিপি সন্নিৱিষ্ট ড° মুকুন্দ মাধৱ শৰ্মাৰ সম্পাদিত আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত *Inscriptions of Ancient Assam* গ্ৰন্থ আৰু (৩) ১৯৮১ চনত কামৰূপ শাসনাৱলীৰ ১২খন পূৰ্ব শাসনলেখসহ পাছত উদ্ধাৰ হোৱা ১৫খন প্ৰাচীন উৎকীৰ্ণ লেখ সংযোজন কৰি অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা আৰু ড° ডিম্বেশ্বৰ শৰ্মাই সম্পাদন কৰা **'কামৰূপ শাসনাৱলী'** গ্ৰন্থ। এই তিনিখন গ্ৰন্থৰপৰা এতিয়ালৈকে আমি অসমৰ উল্লিখিত আদিকালৰ প্ৰত্নলিপিৰ সংখ্যা এনেধৰণে পাওঁ।

| | | |
|---|---|---|
| তাম্ৰশাসন মুঠ | ১৯ | খন |
| শৈলমূৰ্তিত উৎকীৰ্ণ লিপি | ৪ | খন |
| প্ৰস্তৰখণ্ড লিপি | ৭ | খন |
| চিল মোহৰ লিপি | ২ | খন |
| তাম্ৰঘণ্টা লিপি | ১ | খন। |
| | মুঠ ৩৩ | খন। |

ইয়াৰ ভিতৰত মধ্যযুগৰ ড° মহেশ্বৰ নেওগ সম্পাদিত *'প্ৰাচ্য শাসনাৱলী'*ৰ লেখসমূহ আলোচ্য প্ৰবন্ধত উল্লেখ কৰা হোৱা নাই।

**৬. আদিকালৰ উৎকীৰ্ণ লিপি আৰু শাসনসমূহ ঃ**

উপৰিউক্ত তিনিখন গ্ৰন্থত সন্নিৱিষ্ট প্ৰত্নলিপিসমূহৰ নাম তলত উল্লেখ কৰা হ'ল।

১। নগাজৰী খনিকৰ গাঁৱৰ প্ৰস্তৰখণ্ড লিপি (৫ম শতাব্দীৰ আদি)

২। সুৰেন্দ্ৰবৰ্মাৰ উমাচল প্ৰস্তৰ লিপি (৫ম শতাব্দী)

৩। ভূতিবৰ্মনৰ কালৰ বৰগংগা প্ৰস্তৰ লিপি (ষষ্ঠ শতাব্দী)

৪। ভাস্কৰবৰ্মনৰ ডুবি তাম্ৰশাসন (৭ম শতিকাৰ আদি)

৫। ভাস্কৰবৰ্মনৰ ডুবি তাম্ৰশাসনৰ চিলমোহৰ (৭ম শতিকাৰ আদি)

৬। ভাস্কৰবৰ্মনৰ নালন্দা মোহৰ

৭। ভাস্কৰবৰ্মনৰ নিধনপুৰ তাম্ৰশাসন (৭ম শতিকাৰ প্ৰথমাৰ্দ্ধ)

৮। শ্ৰীকুমাৰৰ তাম্ৰঘণ্টা লিপি

৯। হৰ্জৰবৰ্মনৰ তেজপুৰ প্ৰস্তৰ-স্তম্ভ লিপি (৮২৯। ৩০ খ্ৰীষ্টাব্দ)

১০। হৰ্জৰবৰ্মনৰ হাইয়ুংথল তাম্ৰশাসন (৯ ম শতাব্দীৰ মধ্য)

১১। বনমালদেৱৰ তেজপুৰ তাম্ৰশাসন (৯ম শতাব্দীৰ মধ্য)

১২। বনমালদেৱৰ পৰ্বতীয়া তাম্ৰশাসন (৯ম শতাব্দীৰ মধ্য)

১৩। কাকীৰ সূৰ্য্যপ্ৰতিমা লিপি (বনমালদেৱৰ— ৯ম শতাব্দী) *(ওঁ স্বস্তি। শ্ৰীবনমাল বৰ্মদেৱ ৰাজ্যে বশিষ্ঠস্য পৌত্ৰঃ ভট্টৰবিঃ আদিত্য প্ৰষ্মেতিহ।)*

১৪। দেওপানীৰ শঙ্কৰ-নাৰায়ণ শৈলমূৰ্ত্তি লিপি (৮ম শতাব্দী) শালস্তম্ভীয় বংশৰ ৰজা মহাৰাজাধিৰাজ শ্ৰীজীৱৰা ৰাজ্য।

১৫। দেওপানীৰ হৰিহৰ শৈলমূৰ্ত্তি লিপি (৮ম শতিকা) (পূৰ্বৱৰ্তী লিপিৰ ৰজাৰ উত্তৰাধিকাৰী)

১৬। দেওপানীৰ বিষ্ণুমূৰ্ত্তি (৮ম শতাব্দী)।

১৭। তৃতীয় বলবৰ্মাৰ উত্তৰ বৰবিল তাম্ৰশাসন (নৱম শতিকাৰ শেষ ভাগ)

১৮। তৃতীয় বলবৰ্মাৰ নগাঁও তাম্ৰশাসন (নৱম শতিকাৰ শেষ ভাগ)

১৯। তৃতীয় বলবৰ্মাৰ উলুবাৰী তাম্ৰশাসন (ঐ)

২০। ৰত্নপালৰ বৰগাঁও তাম্ৰশাসন (একাদশ শতিকাৰ আদিভাগ)

২১। ৰত্নপালৰ চোৰাতবৰি তাম্ৰশাসন (একাদশ শতিকাৰ শেষ)

২২। ৰত্নপালৰ শুৱালকুছি তাম্ৰশাসন (একাদশ শতিকাৰ আদিভাগ)

২৩। ইন্দ্ৰপালৰ গুৱাহাটীৰ তাম্ৰশাসন (একাদশ শতিকাৰ আদিভাগ)

২৪। ইন্দ্ৰপালৰ গুৱাকুচি তাম্ৰশাসন (একাদশ শতিকাৰ শেষভাগ)

২৫। গোপাল বৰ্মনদেৱৰ গছতল তাম্ৰ শাসন (একাদশ শতিকাৰ শেষভাগ)

২৬। ধৰ্মপালৰ খনামুখ তাম্ৰশাসন (দ্বাদশ শতিকাৰ আদিভাগ)

২৭। ধৰ্মপালৰ শুভঙ্কৰপাটক তাম্ৰশাসন („)

২৮। ধৰ্মপালৰ পুষ্পভদ্ৰা তাম্ৰশাসন („)

২৯। বৈদ্যদেৱৰ কমৌলি তাম্ৰশাসন (দ্বাদশ শতাব্দী, ১১৪২খ্ৰী.)

৩০। বল্লভদেবৰ অসম ফলি (দ্বাদশ শতাব্দী ঃ ১১৮৫ খ্ৰী. *'শাকে নগনভোৰুদ্ৰৈঃ সংখ্যাতে চোত্তৰায়নেশুভে'*)

৩১। কানাই বৰশী বোৱা শিলালিপি (১২০৬ খ্ৰী)

৩২। সমুদ্ৰপালৰ আমবাৰীৰ শিলালিপি (১২৩২ খ্ৰী.)

৩৩। গাছতলৰ শিলালিপি (১৩৬২ খ্ৰী.)

সংকলিত গ্ৰন্থত এতিয়ালৈকে অন্তৰ্ভুক্ত নোহোৱা কিন্তু বিশিষ্টজনে পাঠোদ্ধাৰ কৰা এই কালৰ প্ৰত্নলিপি কেইখনমান ইতিমধ্যে প্ৰকাশিত হৈছে। আলোচনী আৰু পত্ৰিকাত প্ৰকাশিত হোৱা কেইখনমান ঃ

১. তৃতীয় বলবৰ্মাৰ কলিয়াবৰ তাম্ৰশাসন

২. নগাজৰী-খনিকৰ গাঁৱৰ দ্বিতীয়খণ্ড প্ৰস্তৰ লিপি (JARS-Vol. XXXIII. 1993)

৩. দৈয়াং-ধনশিৰি অঞ্চলৰ আলিছিঙা টেঙ্গানিত প্ৰাপ্ত চিলমোহৰৰ লিপি। (JARS-Vol. XXXIV. 1998)

৪. হৰ্জৰ(বৰ্ম)দেৱৰ কুৰুৱাবাহী তাম্ৰশাসন (JARS-Vol. XXXI. 1981-82)

৫. নগাঁৱত প্ৰাপ্ত জীৱৰাজৰ খণ্ডিত তাম্ৰশাসন (JARS- Vol. XXXI. 1989-90)

৬. বনমালবৰ্মনদেৱৰ দীঘলী গাঁও তাম্ৰশাসন (JARS Vol. XXIX. 1986-87)

৭. ২০০২ চনত কলিয়াবৰৰ দিঘলী গাঁৱতে প্ৰাপ্ত আৰু দুখন তাম্ৰলিপি ঃ (ক) শালস্তম্ভ বংশীয় হৰিষবৰ্মাদেৱৰ (হৰ্যদেৱ) তাম্ৰলিপি (অষ্টম শতিকা)

(খ) পালবংশীয় ধৰ্মপালৰ তাম্ৰলিপি (দ্বাদশ শতিকা)।

এইবোৰৰ উপৰিও অসমৰ বাহিৰৰ ভালেকেইখন প্ৰত্নলেখত প্ৰাচীন অসমৰ প্ৰসংগ আৰু সংবাদ পোৱা হৈছে। তাৰে ভিতৰত উল্লেখনীয় হ'ল—

১. সমুদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভলিপি (খ্ৰী. ৩৫০)
২. যশোধৰ্মনৰ মান্দাসোৰ স্তম্ভলিপি (খ্ৰী. ৫২৫-৩৫)
৩. আদিত্যসেনৰ অফ্‌সৰ শিলালেখ (খ্ৰী. ৬৭৮)
৪. নেপালৰ দ্বিতীয় জয়দেৱৰ কাটামুণ্ড পশুপতি মন্দিৰলিপি (খ্ৰী— ৭৩৭)
৫. ৰাষ্ট্ৰকূটৰ ৰজা দন্তিদুৰ্গৰ সংগদলিপি (খ্ৰীঃ ৭৫২) (Indian Antiquary XI, 1882. page 114)
৬. গৌড় নৃপতি নাৰায়ণ পালৰ ভাগলপুৰ তাম্ৰশাসন (Corpus of Bengal Insriptions)
৭. গংগৰাজ অৱন্তীবৰ্মনৰ তাম্ৰশাসন (খ্ৰীঃ ৯২২)
৮. শ্ৰীচন্দ্ৰৰ পশ্চিমভাগ তাম্ৰশাসন (খ্ৰীঃ দশম শতিকা)
৯. ভোজবৰ্মনৰ বিলৱা তাম্ৰশাসন (খ্ৰীঃ দ্বাদশ শতিকা)
১০. বিজয়সেনৰ দেওপাৰা প্ৰত্নলেখ („)
১১. লক্ষ্মণ সেনৰ মাধাইপাৰা তাম্ৰশাসন („)
১২. কামৰূপ নৃপতি জয়পাল দেৱৰ সময়ৰ সিলিমপুৰ প্ৰস্তৰখণ্ড লেখ
১৩. ভীমদেৱৰ ৰাজঘাট প্ৰত্নলেখ (খ্ৰীঃ দ্বাদশ শতিকা)
১৪. লড়হ চন্দ্ৰৰ মইনামতী ফলি (খ্ৰী ঃ একাদশ শতিকা)
১৫. তৎপুত্ৰ গোৱিন্দ চন্দ্ৰৰ মইনামতী ফলি („) (কুমিল্লাৰ মইনামতী অঞ্চলত প্ৰাপ্ত)

**৭. তেজপুৰৰ শাসনসমূহ ঃ**

প্ৰাসংগিকভাৱে উল্লেখনীয় যে অসমৰ ভিতৰতে কেৱল তেজপুৰ আৰু তেজপুৰ মহকুমাতে হৰ্জৰবৰ্মনৰ প্ৰস্তৰশাসনকে ধৰি ৫খন তাম্ৰশাসন উদ্ধাৰ হোৱা তথ্যও তাৎপৰ্য্যপূৰ্ণ।

১. হৰ্জৰবৰ্মনৰ প্ৰস্তৰ-স্তম্ভ লিপি (৫১০ গুপ্তাব্দ—৮২৯/৩০ খ্ৰীঃ)
২. হৰ্জৰবৰ্মনৰ পুত্ৰ বনমালবৰ্মনৰ পৰ্বতীয়া তাম্ৰশাসন

৩. বনমালবৰ্মনৰ তেজপুৰ তাম্ৰশাসন

৪. তৃতীয় বলবৰ্মনৰ উলুবাৰী তাম্ৰশাসন আৰু

৫. ৰত্নপালৰ বৰগাঁও তাম্ৰশাসন।

এই ৰজাকেইজনৰে ভিতৰত হৰ্জৰবৰ্মনৰ হায়ুংথল তাম্ৰশাসন, কুৰুৱাবাহী তাম্ৰশাসন আৰু তৃতীয় বলবৰ্মনৰ উত্তৰ বৰবিল, নগাঁও আৰু কলিয়াবৰ তাম্ৰশাসন এই জিলাৰ বাহিৰত পোৱা হৈছে। শালস্তম্ভ বংশৰে খ্ৰী. অষ্টম শতিকাৰ ৰজা হৰ্ষদেৱৰ এখন তাম্ৰশাসন কলিয়াবৰৰ দীঘলীত পোৱা গৈছে। **এই বংশৰ এতিয়ালৈ প্ৰাপ্ত এইখন প্ৰথম লিপি।**

৮. উপৰ্য্যুক্ত শাসন আৰু প্ৰত্নলেখসমূহৰ অধ্যয়নৰ আধাৰত প্ৰাচীন অসমৰ বিশেষকৈ চতুৰ্থ খ্ৰীষ্টাব্দৰপৰা অসমৰ ৰজাসকলৰ ধাৰাবাহিক ৰাজনৈতিক ইতিহাস পোহৰলৈ আহিছে। সামাজিক আৰু সাংস্কৃতিক দিশৰ ক্ষেত্ৰতো কিছু অধ্যয়ন হৈছে। কিন্তু তথাপিও অসমৰ সামগ্ৰিক ইতিহাস-নিৰ্মাণৰ দিশত প্ৰত্নলেখসমূহৰ অধ্যয়নৰ মূল্য ক্ৰমে বৃদ্ধি হ'ব ধৰিছে।

অসমৰ প্ৰাক-আহোম যুগত সামাজিক ইতিহাস আৰু জাতীয় জীৱন ছিন্ন-ভিন্ন নাছিল। এই কালৰ তাম্ৰশাসনত লিপিবদ্ধ বৰ্ণনাই ইংগিত দিছে যে সেইকালতো এক গৌৰবোজ্জ্বল আৰু সাংস্কৃতিক জাতীয় জীৱনত ধৰ্ম-অৰ্থ-কাম-মোক্ষৰ সাধনাৰে জীৱন-পদ্ধতি চলিছিল আৰু আৰ্য্য-সভ্যতাৰ পোহৰে এই অঞ্চলকো আলোকিত কৰিছিল। ভাস্কৰবৰ্মনৰ নিধনপুৰ তাম্ৰশাসনত লিপিবদ্ধ আছে ঃ (শ্লোক — ২৬, শাৰী ৩৭) *'যথাযথমুচিত কৰনিকৰ বিতৰণ আকুলিত কলি তিমিৰসঞ্চয়তয়া প্ৰকাশিত আৰ্য্যধৰ্মালোকে'* ইত্যাদি। অৰ্থাৎ, যথোচিত কৰ সমূহৰ যথাৰ্থ বিতৰণেৰে কলিকালৰ অন্ধকাৰক আকুলিত কৰি ৰজা ভাস্কৰবৰ্মাই আৰ্য্যধৰ্মৰ পোহৰ প্ৰকাশিত কৰি আছে। এই সংবাদে ইয়াত আৰ্য্যসভ্যতা-সংস্কৃতিৰ প্ৰবহমান প্ৰক্ৰিয়াৰ সাক্ষ্যই বহন কৰিছে আৰু প্ৰজাৰ মাজত সম্পদৰ সম বিতৰণৰ কথা কৈছে।

**৯. প্ৰাচীনতম প্ৰত্নলেখকেইখন ঃ**

এই প্ৰত্নলিপিসমূহৰ ভিতৰত নিম্নোক্ত লিপিকেইখনেই সকলোতকৈ পুৰণি আৰু প্ৰায়ে একে কালৰ বুলি লিপিবিদ পণ্ডিতসকলৰ

অধিকাংশই মত প্ৰকাশ কৰিছে। কালানুক্ৰমে এইকেইখন এনে হ'ব ঃ

(ক) নগাজৰী-খনিকৰ গাঁৱৰ প্ৰস্তৰ-খণ্ড লিপি (খ্ৰী. ৫ম শতাব্দী) (প্ৰথম আৰু দ্বিতীয় অংশ)

(খ) সুৰেন্দ্ৰ বৰ্মাৰ উমাচল প্ৰস্তৰ লিপি (খ্ৰী. ৫ম শতাব্দী)

(গ) দয়াং-ধনশিৰি অঞ্চলৰ পোৰামাটিৰ চিলমোহৰ লিপি (খ্ৰী. ৫ম শতাব্দী)

(ঘ) ভূতিবৰ্মনৰ কালৰ বৰগংগা প্ৰস্তৰ লিপি (খ্ৰী. ষষ্ঠ শতাব্দী)

নগাজৰী-খনিকৰ গাঁৱৰ প্ৰস্তৰ লিপি ভূমিদান সম্পৰ্কীয়। গোলাঘাট অঞ্চলৰ এই নামৰ গাঁওখনৰ পৰাই পৃথক পৃথক সময়ত দুটা ভংগ শিলাখণ্ডত প্ৰাপ্ত হৈছে বুলি জনা যায়। লিপিৰ কাল সম্পৰ্কে মতভেদ থাকিলেও একাধিক পণ্ডিতৰ মতে এই লিপি চতুৰ্থ শতাব্দীত নপৰিলেও খ্ৰীঃ ৪০০ বা তাৰ আগডোখৰৰ ভিতৰত পৰে।[৩] ড° মুকুন্দ মাধৱ শৰ্মাৰ মতে এই লিপিৰ ভাষা বিশুদ্ধ সংস্কৃত। স্থানীয় প্ৰাকৃতৰ প্ৰভাৱ নাই আৰু শ্লোক ছন্দোবদ্ধ হৈ আছে। সম্পূৰ্ণ বাক্যত পোৱা হোৱা নাই বাবে এই লিপিৰ সম্পূৰ্ণ কথা সন্নিৱিষ্ট হোৱা নাই।

সুৰেন্দ্ৰ বৰ্মাৰ উমাচল প্ৰস্তৰলিপিও বহুদিশৰপৰা গুৰুত্বপূৰ্ণ। খ্ৰী. পঞ্চম শতিকাৰ বুলি নিৰ্ণীত হোৱা এই লিপিতে *'মহাৰাজাধিৰাজ শ্ৰীসুৰেন্দ্ৰ বৰ্মণা কৃতম ভগৱতঃ বলভদ্ৰ স্বামীনায় ইদং গুহং'* বুলি উল্লেখ হোৱাত ভগৱান বলভদ্ৰ স্বামীৰ বাবে প্ৰথম গুহামন্দিৰ নিৰ্মাণৰ সংবাদ পোৱা হয়। বলৰাম বা বলভদ্ৰ পঞ্চৰাত্ৰ পূজা-পদ্ধতিৰ চতুৰ্ভুজতত্ত্বৰ চাৰিগৰাকী বিগ্ৰহৰ (বাসুদেৱ, বলভদ্ৰ বা সংকৰ্ষণ, প্ৰদ্যুম্ন আৰু অনিৰুদ্ধ) অন্যতম বিগ্ৰহ।

দয়াং-ধনশিৰী অঞ্চলৰ আলিছিগা-টেঙ্গানিত কিছু বছৰ আগতে প্ৰাপ্ত এক পোৰামাটি চিলত প্ৰাপ্ত লিপি এই পৰ্য্যন্ত অধিকসংখ্যক লিপিবিদৰ নিৰীক্ষণ আৰু অধ্যয়নৰ বিশ্লেষণত পৰা নাই যদিও যিসকলে অধ্যয়ন কৰিছে তেওঁলোকৰ মতে এই লিপিৰ কালো নগাজৰী-খনিকৰ প্ৰস্তৰলিপিৰ কালৰ সমসাময়িক (খ্ৰীঃ ৪ৰ্থ- ৫ম শতাব্দী)। এই লিপি চাৰিশাৰীৰ। *'অক্ষয় বৃত্তিখণ্ড আষ্টম শ্ৰীবসুন্ধৰবৰ্মন'* বুলি ইয়াৰ সম্ভাব্য পাঠোদ্ধাৰ হৈছে।[৪] এই অঞ্চলত ইতিমধ্যে খনন-কাৰ্য্যৰ জৰিয়তেও প্ৰাচীন

কালৰ সুৰক্ষিত আবাসৰ ধ্বংসাৱশেষ আদি পোৱা হৈছে। পুখুৰী, গড়, ইটাৰ গাথনি, দেৱ-দেৱীৰ শৈলমূৰ্তি আৰু ভাস্কৰ্য্য আদিৰে সমৃদ্ধ প্ৰত্নতাত্বিক সম্পদৰ উদ্ধাৰে দয়াং-ধনশিৰিৰ দুবৰণি আৰু আলিছিগা-টেঙ্গানি অঞ্চলক এক প্ৰাচীন ঐতিহাসিক অঞ্চল বুলি প্ৰমাণ কৰিছে।

চতুৰ্থ লিপি-*বৰগংগা প্ৰস্তৰলিপিত* ভূতিবৰ্মন মহাৰাজৰ বাবে আশ্ৰম-নিৰ্মাণৰ সংবাদ আছে আৰু ৰজাক অশ্বমেধ যজ্ঞ সম্পাদন কৰোঁতা বুলি কোৱা হৈছে ঃ *স্বস্তি।। শ্ৰীপৰমদৈৱত পৰমভট্টাৰক* (পৰমভাগৱত)

*মহাৰাজাধিৰাজ অশ্বমেধযাজিন শ্ৰীভূতিবৰ্মস্য*
*পাদান্ আয়ুষ্কামং বিষয়ামাত্য অবগুণস্য*
*ইদং আশ্ৰমং।*

এই লিপিখনো বহুদিশৰ পৰা তাৎপৰ্য্যপূৰ্ণ এইবাবেই যে ইয়াৰ পাঠ *পৰম ভাগৱত* বুলি শুদ্ধ হ'লে অসমত ভাগৱত আৰু বিষ্ণু পূজাৰ ই অতি প্ৰাচীন সাক্ষ্য হ'ব। আনহাতে, ভাস্কৰবৰ্মাৰ উপৰিপুৰুষ ভৌম-নৰক বংশীয় ভূতিবৰ্মা যে প্ৰবল শক্তিশালী অশ্বমেধ যজ্ঞ কৰোঁতা মহাৰাজাধিৰাজ আছিল আৰু এই যজ্ঞৰ পৰম্পৰা অসমত প্ৰচলন আছিল তাৰো সাক্ষ্য প্ৰদান কৰে। পৰৱৰ্তী *দুবি তাম্ৰশাসনতো* মহাভূতিবৰ্মনে অশ্বমেধ যজ্ঞ কৰাৰ ইংগিত দিয়া আছে।

এই লিপি খ্ৰী. ষষ্ঠ শতাব্দীৰ মধ্য ভাগৰ।

অসমৰ এই প্ৰাচীন লিপিকেইখনৰ সম্পৰ্কে ড° মুকুন্দমাধৱ শৰ্মাই দিয়া মন্তব্য অতি তাৎপৰ্য্যপূৰ্ণ ঃ

While the *Umachal Inscription* stands as an index to the spread of Aryan Culture upto the Gauhati area and the *Barganga inscription* speaks of the spread of the Aryan culture upto the Dabaka area, the present Inscription (the *Nagajari-Khanikar)* stands as an unquestionable testimony to the spread of the Aryan Culture upto the Sarupathar area of Upper Assam as early as the early part of the 5th Century A.D.[৫]

**১০. নৰক-ভগদত্তৰ কাল ঃ**

উপৰ্য্যুক্ত লিপিসমূহৰ পৰৱৰ্তী তাম্ৰশাসনৰপৰা বিশেষকৈ

নালন্দাত প্ৰাপ্ত ভাস্কৰবৰ্মনৰ দুটা চিলমোহৰৰ লিপি, ডুবিৰ তাম্ৰশাসনৰ সংলগ্ন চিলমোহৰৰ লিপি, ডুবিৰ তাম্ৰশাসন আৰু নিধনপুৰ তাম্ৰশাসনৰ পৰা প্ৰাগজ্যোতিষ ৰাজ্যৰ ধাৰাবাহিকভাৱে ভৌম-নৰকবংশীয় ৰজাকেইজনৰ অৰ্থাৎ প্ৰথম ঐতিহাসিক ৰজা খ্ৰী. চতুৰ্থ শতাব্দীৰ পুষ্যবৰ্মনৰ পৰা সপ্তম শতাব্দীৰ ভাস্কৰবৰ্মনলৈকে তথ্য পোৱা যায়। এই শাসনসমূহত বৰ্মনবংশীয় ৰজাকেইজন ভৌম নৰক-ভগদত্ত-ব্ৰজদত্তৰ বংশধৰ হিছাপে উল্লেখিত হৈছে আৰু পুৰুষীনামা ক্ৰমিকভাৱে দিয়া হৈছে পুষ্যবৰ্মনৰ পৰা। *নিধনপুৰ তাম্ৰশাসনত* উল্লেখ হৈছেঃ

বংশেষু তস্য নৃপতিষু বৰ্যসহস্ৰ ত্ৰয়ং পদমবাপ্য।
যাতেষু দেৱভূয়ং ক্ষিতিশ্বৰ পুষ্যবৰ্মাভূত।। শাৰী— ৯-১০

"তেওঁৰ (নৰকৰ) বংশৰ ৰজাসকলে যেতিয়া ৩০০০ হাজাৰ বছৰ ৰাজত্ব কৰি স্বৰ্গগামী হ'ল, তেতিয়া পুষ্যবৰ্মা পৃথিৱীৰ ৰজা হ'ল।" পুষ্যবৰ্মনৰ ৰাজত্বকাল ধৰা হৈছে খ্ৰীঃ চতুৰ্থ শতিকা। সেই হিছাপত নৰক-ভগদত্তৰ ৰাজত্বৰ কাল খ্ৰীঃপূঃ ২৫০০ বছৰমান পূৰ্বে ধৰিব লাগে। এই কালৰ হিছাপৰ সৈতে মহাভাৰতৰ যুদ্ধৰ কাল, কলিযুগৰ আৰম্ভণি (শ্ৰীকৃষ্ণৰ মৃত্যুৰ লগে লগে) আদিৰ সময়ৰ সৈতে মোটামুটিভাৱে সাদৃশ্য বা মিল গ্ৰহণ কৰাত অসুবিধা নহয়। **পৌৰাণিক ধাৰণাৰ সৈতে প্ৰত্নশাসনৰ ৰচনা-কৰ্তাৰ সময়ৰ ধাৰণাৰ মিল নিশ্চয় মন কৰিবলগীয়া।**

**১১. অসমৰ প্ৰকৃত ঐতিহাসিক অন্ধকাৰৰ কাল ঃ**

নৰকাসুৰ- ভগদত্তৰ ৰাজত্বৰপৰা পুষ্যবৰ্মনৰ সময়লৈকে এই দ্বি-সহস্ৰাব্দৰ ব্যৱধানৰ কালছোৱাত কোনো নিশ্চিত প্ৰত্নতাত্ত্বিক বা ঐতিহাসিক তথ্য প্ৰাপ্ত নোহোৱাত আৰু বৰ্তমানলৈকে প্ৰাপ্ত প্ৰত্নশাসনসমূহত এই বিষয়ে সংবাদ নথকাত পুৰাণ-সাহিত্য বা ধৰ্মীয় গ্ৰন্থৰ পোহৰৰ আধাৰতহে এই কালছোৱাৰ সভ্যতাৰ বিষয়ে ঐতিহাসিক বিচাৰ-বিশ্লেষণ কৰিব লগা হৈছে। সেইবাবে অসমৰ ইতিহাসত প্ৰকৃত অন্ধকাৰৰ কাল সুদীৰ্ঘ সময়ৰ। গুৱাহাটীৰ আমবাৰীৰ খননকাৰ্য্য অসম্পূৰ্ণ হৈ থকাত আৰু ভাইতবাৰী আৰু সূৰ্য্য পাহাৰৰপৰা উদ্ধাৰ হোৱা প্ৰত্ন সম্পদসমূহে খ্ৰীঃ পূঃ কালৰেপৰা ব্ৰহ্মপুত্ৰ সভ্যতাৰ স্থিতিৰ ইংগিত দিছে যদিও সময়

নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত পণ্ডিতসকল এই পৰ্য্যন্ত একমত বা সহমতত উপনীত হ'ব পৰা নাই। আমবাৰীত পুনৰ আৰম্ভ হোৱা খননকাৰ্য্যৰ ফলত প্ৰাপ্ত হোৱা কিছুসম্পদে, বিশেষকৈ বৃহৎ ইটাৰে নিৰ্মিত সুদীৰ্ঘ খট্‌খটি, টেৰাকোটাৰ চিল-মোহৰ আদিয়ে প্ৰাগ্‌জ্যোতিষৰ ইতিহাসক খ্ৰীঃ পূঃ দ্বিতীয় শতিকালৈ লৈ গৈছে বুলিও বহুতে মত প্ৰকাশ কৰিছে। তথাপি এই পৰিস্থিতিয়ে দেখুৱাই দিছে যে প্ৰত্নলেখ বা প্ৰত্নশাসনৰ অভাৱে ইতিহাস-উদ্ধাৰত কেনেধৰণে অসুবিধাৰ সৃষ্টি কৰে।

**১২. গুপ্ত সাম্ৰাজ্যৰ সৈতে অসমৰ সম্পৰ্ক ঃ**

খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰ পৰা ষষ্ঠ শতিকালৈকে মৌৰ্য্য সাম্ৰাজ্যৰ পাছত দ্বিতীয়বাৰৰ বাবে ভাৰতবৰ্ষৰ ৰাজনৈতিক আৰু সাংস্কৃতিক একত্ৰীকৰণ সম্ভৱ হৈ উঠিছিল। গুপ্তযুগৰ হিন্দু-সভ্যতা আৰু সংস্কৃতি সৰ্বভাৰততে বিয়পিছিল। ৰাজনৈতিকভাৱে সমুদ্ৰগুপ্তৰ ৰাজ্যত প্ৰাচীন অসমক কৰতলীয়া মিত্ৰ বা প্ৰভাৱ-বিস্তাৰ কৰাৰ সম্ভেদ পোৱা হয়। '*সমুদ্ৰ গুপ্তৰ এলাহাবাদ প্ৰস্তৰ লিপি*'ত থকা সংবাদৰ পৰা পোৱা যায় ঃ

*সমতট-ডবাক-কামৰূপ নেপাল কৰ্তৃপুৰাদি*
*প্ৰত্যন্ত নৃপতিভিঃ.... সৰ্বকৰদানাজ্ঞাকৰণ—।*
*প্ৰণামাগমন পৰিতোষিতপ্ৰচণ্ডশাসনস্য। ইত্যাদি*

এই ৰাজ্যকেইখনৰ ৰজাক প্ৰত্যন্ত নৃপতি বুলি অভিহিত কৰা হৈছে। সমতট পূৰ্ববংগৰ অঞ্চল আৰু ডবাক— অসমৰ কপিলী উপত্যকাৰ নগাঁও অঞ্চল। এই লিপিৰ কাল ৩৫০ খ্ৰীঃ। এই সময়ছোৱাত অসমৰ ৰজা পুষ্যবৰ্মন। *নগাজৰী-খনিকৰ লিপি* আৰু *উমাচল লিপিৰ* আখৰৰ সৈতে এই লিপিৰ সাদৃশ্য আছে।

ইয়াৰ পৰৱৰ্তী খ্ৰী. সপ্তম শতিকালৈকে অসমৰ সৈতে শেষ গুপ্তযুগৰ ৰজাসকলৰ ৰাজনৈতিক সম্পৰ্ক ঘটাৰ কথা অসমৰ বাহিৰৰ প্ৰত্নলিপিকেইখনত উল্লেখ আছে।[৬] এই প্ৰসংগতে স্মৰণযোগ্য যে নবম শতিকাৰ আদিভাগত শালস্তম্ভ বংশীয় ৰজা হৰ্জ্জৰবৰ্মনৰ শিলালেখত অসমত প্ৰথম 'গুপ্তাব্দ' ব্যৱহাৰ গুৰুত্বপূৰ্ণ ঐতিহাসিক সংবাদ।

**১৩. প্ৰত্নলেখ আৰু অব্দ ঃ**

মন কৰিবলগীয়া আৰু এটা বিষয় এই যে অসমৰ উল্লিখিত প্ৰাচীন

তাম্ৰশাসনকেইখনত ৰাজ্য-শাসনকালৰ কোন বৰ্ষত আৰু কি পুণ্য-তিথিত ভূমিদান কৰা হৈছিল সেই বিষয়ে উল্লেখ থাকিলেও শাসন প্ৰস্তুত কৰা কাল আৰু ৰজাৰ ৰাজত্ব-কালৰ চন-তাৰিখ লিপিবদ্ধ কৰা নাই। শালস্তম্ভ বংশীয় প্ৰতাপী ৰজা হৰ্জ্জৰ বৰ্মনৰ বিখ্যাত ৯ শাৰীৰ প্ৰস্তৰ-স্তম্ভ লিপিতহে স্পষ্টভাৱে দশম শাৰীত ৫১০ গুপ্তাব্দ পোৱা হয়। এই গুপ্তাব্দই খ্ৰীষ্টাব্দ ৮২৯/৩০ সূচাইছে (গুপ্তাব্দৰ আৰম্ভ হৈছিল ৩১৯ খ্ৰীঃৰ পৰা)। কিন্তু তাৰ আগতে খোদিত হোৱা *বৰগংগা শিলালিপি*ৰ পাঠ উদ্ধাৰৰ ক্ষেত্ৰত এটা বিতৰ্ক এতিয়াও ৰৈ গৈছে। পূৰ্বে উদ্ধৃত কৰি অহা পাঠৰ তৃতীয় শাৰীৰ 'আয়ুষ্কাম' শব্দৰ পৰিৱৰ্তে ড° এন. কে. ভট্টশালীয়ে *সং ২০০ ৩০ ৪ মা* অৰ্থাৎ ২৩৪ গুপ্তাব্দ (২০০+৩০+৪) সম্বতসৰ ২৩৪ ৰ মাঘ মাহ বুলি পঢ়িছে। ড° দীনেশ চন্দ্ৰ সৰকাৰৰ পাঠ অধ্যয়নত ৩ আৰু ৪ ৰ ক্ষেত্ৰত মত পাৰ্থক্য হৈছিল যদিও প্ৰথম সিদ্ধান্তত তেওঁ এই সংখ্যা গুপ্তাব্দ বুলিয়ে গ্ৰহণ কৰিছিল। কিন্তু তেওঁৰ পৰৱৰ্তী অধ্যয়ন আৰু সমীক্ষাত এই লিপিৰ পাঠত কোনো চন-তাৰিখ সন্নিৱিষ্ট কৰা নাই। E. A. Gait চাহাবে তেওঁৰ *History of Assam* গ্ৰন্থত ড° এন কে ভট্টশালীৰ পাঠ গ্ৰহণ কৰি ইতিহাসৰ আলোচনা কৰিছিল।

ড° মুকুন্দ মাধৱ শৰ্মাৰ সম্পাদিত *'প্ৰাচীন অসমৰ প্ৰত্নলেখ'* ইংৰাজী গ্ৰন্থত অথবা ড° ডিম্বেশ্বৰ শৰ্মা সম্পাদিত পৰিৱৰ্দ্ধিত *'কামৰূপ শাসনাৱলী'*ত ভট্টশালীৰ পাঠ গ্ৰহণ নকৰি ড° দীনেশ চন্দ্ৰ সৰকাৰে শেহতীয়াভাৱে গ্ৰহণ কৰা পাঠ অৰ্থাৎ *'আয়ুষ্কাম'* হিচাপে এই শব্দ লিপিবদ্ধ কৰা হৈছে। সেয়ে এই দিশেৰে বিচাৰ কৰিলে হৰ্জৰবৰ্মনৰ শিলালিপিয়ে এই পৰ্য্যন্ত প্ৰথম ঐতিহাসিক তাৰিখ হিচাপে স্বীকৃত হৈ আছে। কিন্তু বৰ্মন বংশৰ ৰাজত্বৰ সময়ত গুপ্তসভ্যতাৰ সম্পূৰ্ণ প্ৰভাৱ থকা সত্ত্বেও 'গুপ্তাব্দ'ৰ ব্যৱহাৰ নোহোৱা কথাটো চিন্তা কৰিবলগীয়া।

সম্ভৱতঃ এই কথাৰ পৰা এটা কথা এনেভাৱে বিশ্লেষণ কৰিব পাৰি যে বৰ্মন বংশৰ ৰজাসকলৰ ভিতৰত অশ্বমেধ যজ্ঞ কৰি চক্ৰৱৰ্তী হোৱা ৰজাসকলে পুষ্যবৰ্মন আদিৰ কালৰ গুপ্ত-প্ৰভাৱৰ বা অধীনৰ পৰা মুক্ত হৈ অন্ততঃ শক্তিশালী ভূতিবৰ্মনৰ ৰাজত্ব কালৰপৰা গুপ্তাব্দৰ ব্যৱহাৰ পৰিত্যাগ কৰি সুকীয়া কামৰূপী অব্দৰ সৃষ্টিৰ কথা ভাবিছিল। সেয়ে

ভাস্কৰবৰ্মনৰ ৰাজত্ব কালৰপৰা 'ভাস্কৰাব্দ'ৰ প্ৰচলন হোৱাৰ সম্ভাৱনা আছে। **পশ্চিমবংগত যি 'বঙ্গাব্দ' শশাংকৰ দিনৰপৰা চলি অহা বুলি বাংলা সাহিত্য-ইতিহাসত আজি পৰ্য্যন্ত ব্যৱহাৰ কৰি আহিছে— সেই বঙ্গাব্দ প্ৰকৃততে ভাস্কৰাব্দহে।**

ভাস্কৰবৰ্মাৰ উত্তৰাধিকাৰীসকলৰপৰা শালস্তম্ভই প্ৰাগজ্যোতিষ ৰাজ্য দখল কৰিয়েই এই বংশৰ ৰজাসকলে ৰাজধানীৰ স্থান পৰ্য্যন্ত পৰিৱৰ্তন কৰি ভাস্কৰাব্দৰ প্ৰচলন অব্যাহত ৰাখিবলৈ সম্ভৱতঃ ইচ্ছা নকৰিলে। সেয়ে হৰ্জৰবৰ্মনৰ শিলালেখত পুনৰ গুপ্তাব্দৰ প্ৰৱৰ্তন হ'ব পাৰে। লগতে এইটোও দেখা যায় যে দ্বাদশ শতাব্দীলৈকে প্ৰত্নলেখত শকাব্দৰ বা শকৰ কোনো উল্লেখ হোৱা নাই। ১১২৭ শকতহে কানাই বৰশীবোৱা শিলালিপিত *'শাকে তুৰগ যুগ্মেশে মধুমাস ত্ৰয়োদশে। কামৰূপং সমাগত্য তুৰস্কঃ ক্ষয়মায়য়ুঃ'*। ইয়াৰ পাছৰপৰাই শিলালেখ, শাসন, বুৰঞ্জী, সাঁচিপতীয়া পুথি আদিত শকৰ ব্যৱহাৰ সম্ভালনিকৈ প্ৰচলন হয়। বল্লভদেৱৰ অসম ফলিত শকৰ উল্লেখ হৈছে—

*শাকে নগ-নভো-ৰুদ্ৰঃ* অৰ্থাৎ ১১০৭ শক (১১৮৫ খ্ৰীঃ)

ভাস্কৰাব্দৰ প্ৰচলন সম্পৰ্কে ঐতিহাসিক তথ্য অথবা কোনো প্ৰত্নলেখ নাই। কনকলাল বৰুৱাই *The Kamrup Era* নামৰ এটা চুটি প্ৰবন্ধত উল্লেখ কৰিছিল যে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত 'কামৰূপৰ বুৰঞ্জী'ৰ পৰিশিষ্টত *'কামৰূপৰ পুৰাবৃত্তত'* কামৰূপী চনৰ উল্লেখ হৈছে। এই গ্ৰন্থত লিখা মতে 'বখটিয়াৰ খিলিজী' কামৰূপী ৬১২ অব্দত কামপীঠত যুদ্ধত হাৰি পলাই যায়। সেইদৰে, কামৰূপী ১০২৮ অব্দত পৰীক্ষিত নাৰায়ণে মকৰম খাঁৰ ওচৰত আত্মসমৰ্পণ কৰে। ১০৭১ কামৰূপী অব্দত মিৰজুমলাই অসম আক্ৰমণ কৰে।[৭] বখটিয়াৰ খিলিজীৰ সৈন্য *কানাইবৰশী বোৱা শিলালিপিৰ* তথ্যমতে ১১২৭ শক অৰ্থাৎ ১২০৫-০৬ খ্ৰীঃত ধ্বংসপ্ৰাপ্ত হৈছিল। এইমতে (১২০৬-৬১২)=৫৯৪ **খ্ৰীঃৰ পৰা প্ৰকৃততে কামৰূপী অব্দ আৰম্ভ হৈছিল। এই সময় ভাস্কৰবৰ্মনৰ ৰাজত্বৰ কাল। তদুপৰি প্ৰাচীন সাঁচিপতীয়া পুথিত কামৰূপাব্দৰ উল্লেখ থকা জনা যায়। এই বিষয়ে অধিক গুৰুত্বপূৰ্ণ বিচাৰ বিবেচনা হোৱা উচিত। সংস্কৃত সাঁচিপতীয়া পুথিৰ *নীলকণ্ঠ ভৰত*ত লিখা নৃপশক ১১২৯**

ভাস্কৰাব্দ বা কামৰূপাব্দ বুলি জনা গৈছে। *(এই বিষয়ে পাঠান্তৰত অধিক আলোচনা আছে।)*

**১৪. গভীৰ অধ্যয়নৰ আৱশ্যকতা ঃ**

আমাৰ ধাৰণাত এতিয়ালৈকে প্ৰাপ্ত হোৱা দ্বাদশ শতিকালৈকে এইখিনি প্ৰত্নলেখৰ বিষয়ে আৰু সুগভীৰ অধ্যয়ন আৰু গৱেষণাৰ প্ৰয়োজন আছে। অসমত যে সৰ্বভাৰতীয় ৰাজনৈতিক আৰু সাংস্কৃতিক পৰম্পৰাৰ ওতপ্ৰোত সম্পৰ্ক আছিল আৰু সদৃশ পৰম্পৰাৰে জাতীয় জীৱন নিৰ্বাহিত হৈছিল প্ৰত্নলেখ তাম্ৰশাসনবোৰেই তাৰ প্ৰোজ্জ্বল সাক্ষ্য বহন কৰাৰ কথা আমি পূৰ্বতে উনুকিয়াই আহিছোঁ। অসমৰ বাহিৰৰ, বিশেষকৈ উত্তৰ ভাৰতৰ ৰাজ্যশাসন-পদ্ধতিত যি পদ্ধতি আৰু প্ৰণালী প্ৰবাহিত হৈ আছিল তাৰ প্ৰভাৱ আৰু অনুকৰণ অসমত হৈছিল। তাম্ৰশাসনবোৰৰ বৈশিষ্ট্য, ইয়াৰ ভাষা, লিপি আৰু আংগিকে অন্যান্য ৰাজ্যৰ তাম্ৰশাসনক সম্পূৰ্ণৰূপে অনুকৰণ কৰিছে। কালিদাসৰ কাব্য, ছন্দ, ষ্টাইল আৰু ভাষাৰ সাদৃশ্য অসমৰ আদিযুগৰপৰা পাল বংশলৈকে প্ৰাপ্ত হোৱা তাম্ৰশাসনত প্ৰতিফলিত হৈছে। তাৰ লগে লগে স্থানীয় বৈশিষ্ট্যও স্পষ্ট ৰূপত ভুমুকি মাৰিছে।

তাম্ৰশাসনৰ সংস্কৃত ভাষাৰ সৈতে থলুৱা প্ৰাকৃত ভাষাৰ মিলন হৈছে, অসমীয়া লিপিয়ে খ্ৰীষ্টাব্দ সপ্তম শতাব্দী মানৰ পৰাই নিজস্ব গঢ় আৰু ঠাঁচত আকৃতি ল'বলৈ আৰম্ভ কৰিছে। সেয়ে বিস্তৃত আৰু বিজ্ঞানসন্মত অধ্যয়নে অসমৰ সাহিত্য, সমাজ, ধৰ্ম, জীৱন-ধাৰাৰ ইতিহাসত প্ৰকৃত দিশৰ সন্ধান দিব। মহাভূতিবৰ্মন, হৰ্জৰবৰ্মন, বলবৰ্মন, ৰত্নপাল, ইন্দ্ৰপাল আদি ৰজাৰ দিনত যিবোৰ অতি সুন্দৰ কাব্যিক তাম্ৰশাসনৰ ৰচনা হৈছিল, তাৰপৰা সহজেই অনুমান কৰিব পাৰি যে সেই সেই ৰজাৰ শাসন কালত অসমৰ সমাজ-জীৱনত এক উন্নত সংস্কৃতিপূৰ্ণ সভ্যতা প্ৰবহমান আছিল।

কামৰূপ শাসনৱলীৰ ভূমিকাত মহামহোপাধ্যায় স্বনামধন্য পদ্মনাথ বিদ্যাবিনোদ মহাশয়ে প্ৰথমেই লিখিছে *'তাম্ৰশাসন প্ৰাচীন ইতিহাসৰ ছিন্নপত্ৰ স্বৰূপ।'* আমি এই ছিন্নপত্ৰবোৰ লগলগাই সেউজবুলীয়া কৰি অসমৰ ইতিহাস সুবাসিত কৰাৰ সময় কেতিয়াবাই পাৰ হৈ গ'ল।□

**প্ৰসংগ নিৰ্দেশ ঃ**


১. Foreward : Inscriptions of Ancient Assam : Dr. Mukunda Madhava Sharma (1978).

২. A Source Book of the Archaeology of Assam and other States of Northeastern India : Kamrup Anusandhan Samiti (1906-7)

৩. Inscriptions of Ancient Assam (1978) : Dr. M.M. Sharma,
The Journal of the A. R. S. Vol XXVI : Article by Dr. M.M. Sharma,
Ibid Vol. XXXIII (1993) : Article By Dr. D. Chutiya.

৪. A Clay-Seal From the Doyang-Dhansiri Valley
(Journal of the ARS Vol. XXXIV-1995) : Article by D. Chutiya.

৫. Inscriptions of Ancient Assam– Page 305 : As mentioned above.

৬. *অসম ভাৰতৰ অঙ্গৰাজ্য নাছিল নেকি?* ১৯৯৯ চনৰ ৫ জুনৰ 'দৈনিক অগ্ৰদূত' সংখ্যা। এই গ্ৰন্থৰ ৬৬ পৃষ্ঠাত।

৭. The Kamrupa Era : JARS Vol No. 1, 1934
[*কামৰূপৰ বুৰঞ্জী'* প্ৰথম সংস্কৰণত এই উল্লেখ আছে। কিন্তু দ্বিতীয় আৰু তৃতীয় সংস্কৰণত 'কামৰূপী অব্দ'ৰ সংবাদখিনি উঠাই দিয়া হৈছে। এই পৰৱৰ্তী সংস্কৰণ দুটাত সংশোধনৰ কাৰণ ধৰিব পৰা নগ'ল।]

৮. On the so-Called Kamrup Era : Jai Prakash Singh
[Benudhaer Sharma commemoration Volume : KAS]


---

**পাদটীকা ঃ**

*২০০০ খ্ৰী.ৰ ১৩ মাৰ্চত তেজপুৰ জিলা সংগ্ৰহালয়ত অনুষ্ঠিত 'অসম ইতিহাসৰ উৎস' শীৰ্ষক আলোচনা-চক্ৰত পঠিত এই পত্ৰখন* XV-*২০০০ সংখ্যা ৰাজ্যিক সংগ্ৰহালয়ৰ গৱেষণামূলক আলোচনী 'বুলেটিন'ত প্ৰকাশিত আৰু ২০০৯ খ্ৰী.ত দেবপ্ৰসাদ মহাবিদ্যালয়ত প্ৰয়াত অধ্যক্ষ দেবপ্ৰসাদ শইকীয়া স্মাৰক বক্তৃতানুষ্ঠানত স্মাৰক বক্তৃতাৰূপে প্ৰদত্ত।*

# কামৰূপৰাজ ভাস্কৰবৰ্মা আৰু প্ৰাচীন কামৰূপৰ সমৃদ্ধি

খ্ৰীষ্টাব্দ সপ্তম শতাব্দীত প্ৰাচীন অসমৰ অৰ্থাৎ কামৰূপৰ পৰম শক্তিশালী ৰজা ভাস্কৰবৰ্মাৰ দিনত অসমৰ জাতীয় জীৱন অত্যন্ত সমৃদ্ধশালী হৈ আছিল। ৰাজনীতি-শাস্ত্ৰৰ সংজ্ঞা মতে এটা জাতিৰ অস্তিত্বৰ বৈশিষ্ট্য বা জাতীয় প্ৰেমৰ লাক্ষণিক ধাৰণা প্ৰকাশ হয় চাৰিটা উপাদানৰ পৰা। (১) ভৌগোলিক অঞ্চলৰ একত্ৰতা (২) বংশীয়, ধৰ্মীয়, ভাষিক আৰু সাংস্কৃতিক মিল থকা বা ঐক্য থকা জনসংখ্যা, (৩) স্বাধীন বা পৰাধীন যিয়েই হওক এটা ৰাজনৈতিক সংগঠন, যাৰ হাতত শাসনৰ সাৰ্বভৌম ক্ষমতা থাকে আৰু (৪) উমৈহতীয়া চেতনা বা একত্বৰ উপলব্ধি। আধুনিক কালৰ এনে সংজ্ঞাৰ ভিত্তিত প্ৰাচীন কালৰ এখন ৰাজ্যৰ স্থিতি যদি কম-বেছি পৰিমাণে প্ৰতিফলিত হয়, তেনেহ'লে নিঃসন্দেহে সেই কালত সেই ৰাজ্যৰ এক সবল জাতীয় অস্তিত্বৰ প্ৰবাহ সঠিকভাৱেই অনুভৱ কৰিব পাৰি। কামৰূপ-প্ৰাগজ্যোতিষত তেনে এখন প্ৰাচীন ৰাজ্য খ্ৰী. চতুৰ্থ শতাব্দীৰ পৰাই ঐতিহাসিকভাৱে স্থিত হৈ আছিল আৰু এখন সভ্য কামৰূপীয় সমাজৰ জাতীয় জীৱন প্ৰতিষ্ঠিত হৈছিল। প্ৰাচীন শাসনাৱলী, প্ৰাসংগিক সংস্কৃত শাস্ত্ৰসমূহ, শিলালিপি আদিত প্ৰাপ্ত তথ্যৰ যথাযথ বিশ্লেষণ আৰু তাৰ ভিত্তিত ৰচিত হোৱা কৰ্তৃত্বশীল ইতিহাস, গৱেষণা-পত্ৰ আৰু বিৱৰণবোৰে ইয়াৰ বস্তুনিষ্ঠ ঐতিহাসিক সাক্ষ্য প্ৰদান কৰে।

ভাৰতবৰ্ষৰ প্ৰাচীন অংগ প্ৰাচীন কামৰূপ। 'বিষ্ণুপুৰাণ'ত ভাৰতবৰ্ষৰ বৰ্ণনাত কামৰূপৰ উল্লেখ কৰি পূৰ্ব দিশত 'কামৰূপ' বুলি কৈ ইয়াৰ অধিবাসীসকলক 'কামৰূপ নিবাসী' (*কামৰূপ-নিবাসিনঃ*) (*বি. পু* ৭/৮) বুলি কৈছে। এই কথাটো গুৰুত্বপূৰ্ণ এই কাৰণেই যে ইয়াত কেৱল

ৰাজ্য বা স্থান বুলি কৈয়েই পুৰাণ-লেখকে এৰা নাই, সেই ৰাজ্যৰ অধিবাসীসকলৰ সুকীয়া অস্তিত্বৰ চিনাকি দি *'কামৰূপ-নিবাসী'* বুলি উল্লেখ কৰিছে।

ৰজা ভাস্কৰবৰ্মনৰ বংশক *ভৌম বৰ্মন বংশ* বুলি কোৱা হয়। কাৰণ তেওঁলোকৰ পূৰ্বপুৰুষ ৰজা, বৰাহ-বসুমতীৰ পুত্ৰ নৰকাসুৰ বুলি জনা যায়। নৰকাসুৰ-ভগদত্তক ভৌম বোলা হৈছিল। **নৰক-ভগদত্ত-বজ্ৰদত্তৰ ৰাজত্ব কালৰপৰা তিনিহাজাৰ বছৰ পাছত প্ৰাগজ্যোতিষত এই বৰ্মন বংশৰ ৰাজত্বৰ সূচনা হৈছিল।** প্ৰাগৈতিহাসিক বা অৰ্দ্ধ ঐতিহাসিক এই নৰকাসুৰ বংশীয় ৰজাসকলৰ পাছতে খ্ৰীঃ চতুৰ্থ শতিকাৰ মাজভাগৰপৰা (অথবা খ্ৰীঃ ১ম শতিকাৰপৰা, কোনো কোনোৰ মতে) ভাস্কৰবৰ্মাৰ পূৰ্বজ পুষ্যবৰ্মাই ৰাজত্ব কৰিছিল। এইগৰাকী পুষ্যবৰ্মাৰ পৰা একেৰাহে তিনিশ বা চাৰিশ বছৰ কাল ভাস্কৰবৰ্মাৰ পৰৱৰ্তী ৰজা অৱন্তীবৰ্মালৈকে এওঁলোকে কামৰূপৰ ৰজা আছিল। সপ্তম শতিকাৰ শেষ ভাগতহে অন্য এক বংশই কামৰূপ বা প্ৰাগ্‌জ্যোতিষৰ শাসনভাৰ গ্ৰহণ কৰিছিল। গতিকে ভৌম-বৰ্মন বংশৰ সুদীৰ্ঘ কালত এই ৰাজ্যৰ এক নিজস্ব স্থানীয় সীমা থকাৰ উপৰি সময়ে সময়ে ইয়াৰ সংবৰ্ধন, সংযোজন আৰু পুনৰ সংযোজন হৈ আছিল। গুপ্ত সাম্ৰাজ্যৰ বৰ্ধন কালতো আনকি সমুদ্ৰগুপ্তৰ সময়তো কামৰূপ ৰাজ্য অন্যতম *প্ৰত্যন্ত নৃপতি*ৰ ৰাজ্যৰূপে স্বীকৃত হৈ আছিল। ভাস্কৰবৰ্মাৰ পূৰ্বজ একাধিক ৰজা মহাশক্তিশালী আছিল। আনকি তেওঁৰ আজো ককা ভূতিবৰ্মাৰ দিনতে কামৰূপ ৰাজ্য পূবফালে ডবকা-কপিলী-নগাঁও আদিৰ পৰা সমতট, ছিলেট, ত্ৰিপুৰা আৰু পূৰ্ববংগলৈকে বিয়পি আছিল। ভূতিবৰ্মাই এইবোৰ অঞ্চল দখলত ৰাখি অশ্বমেধ যজ্ঞ সম্পাদন কৰিছিল আৰু বিভিন্ন স্থানত তাম্ৰপট্টা দি ব্ৰাহ্মণসকলক স্থাপিত কৰিছিল। ভাস্কৰবৰ্মাই সেই পট্টাৰ নৱীকৰণ কৰিছিল।

**ভাস্কৰবৰ্মাৰ ৰাজত্বকাল ৫৯৪-৬৫০ খ্ৰীষ্টাব্দ পৰ্য্যন্ত। আদি গুপ্তৰজাসকলৰ স'তে সম্পৰ্ক স্থাপন কৰি তেওঁৰ পূৰ্বৰ ভৌম-বৰ্মন বংশীয় ৰজাসকলে মোটামুটিভাৱে কামৰূপ ৰাজ্যৰ সীমা পশ্চিমে মগধৰ পূব সীমালৈকে আৰু গৌড়দেশৰ উত্তৰলৈকে বৰ্তাই ৰাখিছিল। ভাস্কৰবৰ্মাৰ ককা স্থিতবৰ্মাৰ দিনলৈকে কামৰূপ ৰাজ্যৰ স্থিতি এনেকুৱাই**

আছিল। সেয়ে তেওঁ পূৰ্বৰ ৰাজধানী কিছু উত্তৰলৈ আনি ব্ৰহ্মপুত্ৰৰ পাৰতে পুনৰ স্থাপন কৰিছিল। কিন্তু ভাস্কৰবৰ্মাৰ পিতৃ সুস্থিতবৰ্মাৰ দিনত মগধ, মালোৱা আদিত ৰাজশক্তিৰ কিছু পুনৰ বিন্যাস ঘটাত বা ৰদবদল হোৱাত শেষ গুপ্ত যুগৰ মালোৱাৰ ৰজা মহাসেন গুপ্তই সুস্থিত বৰ্মাৰ স'তে যুদ্ধ কৰে। এই সময়ত কামৰূপৰ অন্তৰ্গত হৈ থকা কৰ্ণ-সুবৰ্ণ, পৌণ্ড্ৰবৰ্ধন আদি অঞ্চলবোৰ কিছুদিনৰ বাবে কামৰূপ ৰাজ্যৰপৰা চ্যুত হৈ পৰে। ইয়াৰ পাছতে তেওঁৰ দুই পুত্ৰ সু-প্ৰতিষ্ঠিতবৰ্মা আৰু ভাস্কৰবৰ্মাই গৌড় ৰজাৰ স'তে এক যুদ্ধত ৰত হৈ পৰে। জ্যেষ্ঠ ভ্ৰাতৃ ৰজা হয় যদিও কম সময়ৰ ভিতৰতে তেওঁৰ মৃত্যু হোৱাত ভাস্কৰবৰ্মাই কামৰূপৰ ৰাজসিংহাসনত অধিষ্ঠিত হয় (খ্ৰীঃ ৫৯৪)। তেওঁ শীঘ্ৰেই নিজৰ নৈপুণ্যৰ বলত যৌৰশক্তিৰ পৰিচয় দি ক্ষমতাশালী হৈ উঠে। ইতিমধ্যে গৌড়ৰ ৰজা শশাংকৰ বিৰুদ্ধে কনৌজ-থানেশ্বৰৰ ৰজা হৰ্ষবৰ্ধনে (খ্ৰীঃ ৬০৬-৬৪৮) যুঁজিবলৈ প্ৰস্তুত হয়। ভাস্কৰবৰ্মাৰ স'তে ভাৰতৰ শক্তিশালী ৰজা হৰ্ষবৰ্ধনৰ বন্ধুত্ব হয়। এই বন্ধুত্বৰ বিৱৰণ সম্পৰ্কে বিশদ বিৱৰণ *হৰ্ষচৰিত*'ত লিপিবদ্ধ হৈ আছে। শশাংকৰ বিৰুদ্ধে উভয়ৰে যৌথ প্ৰয়াস যথেষ্ট শক্তিশালী হয়। শেষত ভাস্কৰ বৰ্মাই গৌড়ৰজাক পৰাজয় কৰি পুনৰ গৌড় ৰাজধানী কৰ্ণ-সুবৰ্ণ দখল কৰি লয়।

কৰ্ণ-সুবৰ্ণ বিজয় কৰি এই বিজিত শিবিৰৰ পৰাই ভাস্কৰবৰ্মাই পৌণ্ড্ৰবৰ্ধন অঞ্চলৰ চন্দ্ৰপুৰি বিষয়ান্তৰ্গত ভূমি ব্ৰাহ্মণক নিষ্কৰভাবে দান কৰি পূৰ্বৰ তাম্ৰপট্টাৰ নবীকৰণ কৰি দিয়ে। এই সকলোবোৰ সংবাদ তাম্ৰলেখ, স্তম্ভলেখ, শিলালিপি আৰু অন্যান্য ভাৰতীয় ঐতিহাসিক উৎসৰপৰা স্বীকৃত হৈছে। ভাস্কৰবৰ্মাই হিউৱেন চাঙৰ স'তে এই বিজিত ৰাজ্য গৌড়ৰ মাজেদিয়েই গৈ হৰ্ষবৰ্ধনৰ ৰাজসভাত উপস্থিত হৈছিল। একাধিক ভাৰতীয় ইতিহাসবিদে স্বীকাৰ কৰিছে আৰু লিপিবদ্ধ কৰিছে যে গৌড় ৰাজ্যৰ অধিক অংশ, কৰ্ণ-সুবৰ্ণ আদি অঞ্চল দখল কৰি কৰতোয়াৰ পশ্চিমলৈ ভাস্কৰবৰ্মাই ৰাজ্যৰ সীমা বঢ়াইছিল। **এইবোৰ অঞ্চল ৰজা হৰ্ষবৰ্ধনৰ শাসনাধীন নাছিল। এইটোৱো প্ৰমাণ হৈছে যে এই অঞ্চলবোৰ কমপক্ষেও খ্ৰীঃ ৬৪৩ লৈকে ভাস্কৰবৰ্মাৰ হাতত আছিল আৰু উত্তৰ-পূবতো তেওঁৰ সীমা চীনদেশৰ নামনিলৈকে বিস্তৃত হৈছিল।**

কৰ্ণ-সুবৰ্ণ ভাস্কৰবৰ্মাৰ অন্যতম প্ৰশাসনীয় গোটৰ ৰাজধানী স্বৰূপ হৈছিল, যি আছিল তেওঁৰ 'জয় স্কন্ধাবাৰ'। কৰ্ণ-সুবৰ্ণৰ ধ্বংসাৱশেষবোৰ বৰহমপুৰৰ ১০ কিলোমিটাৰ উত্তৰ-পশ্চিমত প্ৰাপ্ত হৈছে। **কৰ্ণ-সুৱৰ্ণ বৰ্তমানে হাওৰাৰপৰা ১৯২ কিলোমিটাৰ দূৰত এটি ৰেল-ষ্টেচন**। পৌণ্ড্ৰবৰ্ধন অঞ্চল হৈছে মালদহ, দিনাজপুৰ, ৰাজশাহী আৰু বোগ্ৰা আৰু ৰংপুৰৰ পশ্চিমাংশক লৈ গঠিত। আনহাতে, উত্তৰ বংগৰ কোচবিহাৰ, জলপাইগুৰি আৰু ৰংপুৰলৈ এই অঞ্চল এই সময়ছোৱাত কামৰূপত স্থায়ীভাৱে অন্তৰ্ভুক্ত হৈ আছিল।

এনে এখন বৃহৎ কামৰূপ ৰাজ্যৰ ৰাজাধিৰাজৰূপে ভাস্কৰবৰ্মাই নিজকে প্ৰতিষ্ঠিত কৰি এখন জাতীয় সমাজ গঠন কৰা কম গুৰুত্বপূৰ্ণ কাম নাছিল। তেওঁৰ বীৰত্ব, বিদ্যোৎসাহ, শাস্ত্ৰীয় জ্ঞান, বৈদিক ধৰ্ম-চৰ্চা, আৰ্য্য-ধৰ্মপালনত নিষ্ঠা, সুকুমাৰ কলা আৰু সংগীতৰ প্ৰতি আকৰ্ষণ আদিৰ কথা সুন্দৰভাবে তাম্ৰফলিসমূহত বৰ্ণিত হৈছে।

তেওঁৰ দিনত অসমৰ সাহিত্য-সংস্কৃতিয়ে সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰিছিল। কনৌজ-থানেশ্বৰৰ ৰাজসম্ৰাট হৰ্ষবৰ্ধনে তেওঁৰ স'তে এনেয়ে বন্ধুত্ব স্থাপন কৰা নাছিল। হিউৱেনচাঙে ভাস্কৰবৰ্মাৰ ৰাজসভাত থাকি দৈনিক সন্ধিয়া সাংস্কৃতিক পৰিৱেশ উপভোগ কৰিছিল। এই প্ৰসংগতে হিউৱেনচাঙে লিপিবদ্ধ কৰা এটা সংগীত সম্পৰ্কীয় প্ৰসংগৰ কথা উল্লেখ কৰিব পাৰি। ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে তেওঁৰ গ্ৰন্থ *'The Place of Assam in the History and Civilization of India.'*ত এই কথাখিনি উদ্ধৃত কৰিছে চীন আৰু কামৰূপৰ প্ৰসংগ-বিশ্লেষণত। ৬১৯ খ্ৰীঃত এগৰাকী চীনৰ ৰাজকুমাৰে চীনৰ সম্ৰাটৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰা কেইজনমান বিদ্ৰোহীক পৰাস্ত কৰি সম্ৰাটক ৰক্ষা কৰিছিল। এই ঘটনা আৰু সম্ৰাটৰ প্ৰশস্তিৰূপে চীনত এটি গীত ৰচিত হৈছিল। সেই গীত আৰু গীতৰ সুৰ ভাৰতলৈকে আহিছিল; আনকি কামৰূপতো ইয়াৰ ধ্বনি উঠিছিল। ৰজা ভাস্কৰবৰ্মাই গীতটো শুনিছিল, কিয়নো ই জনপ্ৰিয় হৈছিল। ৬৩৮ খ্ৰী.ত ভাস্কৰবৰ্মাই হিউৱেনচাঙক এই গীতটোৰ বিষয়ে সুধিছিল আৰু ই যে সমগ্ৰ ভাৰততে জনপ্ৰিয় হৈ চীনৰ **ৰাজকুমাৰৰ বিজয়ৰ গান** ৰূপে কামৰূপতো জনাজাত হৈ আছে সেই কথাটো হিউৱেনচাঙৰ বিদিত

নে সেই বিষয়ে প্ৰশ্ন কৰিছিল। এগৰাকী ৰজাৰ সঙ্গীতৰ জনপ্ৰিয়তা সম্পৰ্কে এনে জ্ঞান আৰু ধাৰণাৰপৰাই ৰাজ্যখনৰ সুকুমাৰ কলাৰ সমৃদ্ধিৰ বিষয়ত অনুমান কৰিব পাৰি। সুকুমাৰ কলাপ্ৰেমী ৰজা হোৱা বাবেই ভাস্কৰ বৰ্মাৰ প্ৰতি এগৰাকী নৰ্তকীও আসক্ত হৈ প্ৰেমত পৰিছিল আৰু তেওঁৰ মৃত্যুত নৰ্তকীয়েও নিজৰ প্ৰাণ বিসৰ্জন দিছিল। এই কথা খ্ৰী. অষ্টম শতিকাৰ শৃংগাৰ ৰসাত্মক সংস্কৃত কাব্য কবি দামোদৰ গুপ্তৰ **'কুট্টনীমতম'** গ্ৰন্থতো উল্লেখ আছে।

**বাণভট্টৰ 'হৰ্ষচৰিত'ৰ সপ্তম উচ্ছ্বাসত কুমাৰ ভাস্কৰবৰ্মা ঃ**

প্ৰাচীন অসমৰ সাংস্কৃতিক, সামাজিক আৰু অৰ্থনৈতিক জীৱন যে কিমান সমৃদ্ধ আৰু উন্নত আছিল আৰু ভাস্কৰবৰ্মা যে তেনে এখন সকলো দিশৰে শক্তিশালী ৰাজ্যৰ ৰজা আছিল সেই তথ্যৰ প্ৰমাণ পোৱা যায় 'হৰ্ষচৰিত'ত উল্লিখিত ভাস্কৰবৰ্মাই কনৌজ-থানেশ্বৰৰ সম্ৰাট হৰ্ষবৰ্ধনলৈ দৃঢ়-মৈত্ৰী বন্ধনৰ বাবে প্ৰেৰণ কৰা উপহাৰ সামগ্ৰীৰ বৈচিত্ৰ্যপূৰ্ণ বৈবিধ্যৰ পৰাই। আনকি দৈৱিক **'আভোগ ছত্ৰ'**ৰপৰা আৰম্ভ কৰি মূল্যৱান ৰত্ন, ৰেশম আৰু পাটৰ চিত্ৰিত কাপোৰ, বিভিন্ন হস্তশিল্পৰ নক্সাযুক্ত জকমকীয়া সামগ্ৰী আৰু অগৰু গছৰ ছালৰ পাতত লিখিত পুথি (সাঁচিপতীয়া পুথিৰ দৰে) আদিকে ধৰি ইমানবোৰ উপহাৰ প্ৰেৰণ কৰা হৈছিল যে তাৰ সুদীৰ্ঘ বিস্তৃত বিৱৰণে 'হৰ্ষচৰিত'ৰ কেবাটিও পাত অধিকাৰ কৰি আছে।

*'হৰ্ষচৰিত'* প্ৰসিদ্ধ কবি বাণভট্টৰ ঐতিহাসিক গদ্যকাব্য আখ্যায়িকা। কল্পিত ৰচনা নহয়। হৰ্ষবৰ্ধনকে ধৰি সেই কালৰ ভাৰতবৰ্ষৰ ৰজাসকলৰ শাসন ব্যৱস্থা, সামাজিক আচাৰ-ব্যৱহাৰ আৰু অৰ্থনৈতিক চিত্ৰ আদি ইয়াত বিধৃত হৈছে। হিউৱেনচাঙৰ বিৱৰণ, শিলালেখ, তাম্ৰলেখ আদিত প্ৰাপ্ত তথ্যসমূহৰ স'তে ইয়াৰ মিল আছে। কবিৰ স্থিতিকাল খ্ৰী. সপ্তম শতাব্দীৰ পূৰ্বাৰ্ধ বুলি স্বীকৃত। ভাস্কৰবৰ্মা হৰ্ষবৰ্ধনৰ সমসাময়িক কালৰ। গতিকে 'হৰ্ষচৰিত'ত প্ৰাগজ্যোতিষৰ অধিপতি ৰজা কুমাৰ ভাস্কৰবৰ্মাৰ সুদীৰ্ঘ বিৱৰণে আৰু তেওঁৰ বংশ-পৰিচয়ে কামৰূপ ৰাজ্যৰ ঐতিহাসিক স্থিতিত এক গুৰুত্বপূৰ্ণ মাত্ৰা প্ৰদান কৰিছে। হংসবেগে ভাস্কৰবৰ্মাৰ পৰিচয় দি শেষৰ ফালে যি কামৰূপৰ বিস্তৃত প্ৰশাসনীয় আৰু

সমাজ-সংস্কৃতিৰ বিষয়ে আভাস দিছে, তাৰপৰাই কামৰূপৰ লোক-জীৱন আৰু প্ৰশাসনৰ শৃংখলিত ৰূপৰ অনুমান কৰিব পাৰি।

সেইদৰে কবি বাণভট্টৰ পূৰ্বসূৰী খ্ৰী.ষষ্ঠ শতিকাৰ শেষৰ ভাগৰ অথবা সপ্তম শতিকাৰ আদিভাগৰ প্ৰসিদ্ধ কবি দণ্ডীয়ে তেওঁৰ গদ্যকাব্য *'দশকুমাৰ চৰিত'*ত ভাস্কৰবৰ্মাৰ উপৰিপুৰুষৰ এগৰাকী ৰজাৰ নামোল্লেখ কৰি তেওঁক 'কামৰূপেশ্বৰস্য' বুলি অভিহিত কৰিছে। তেওঁৰ নাম উল্লিখিত মতে কলিন্দবৰ্ম। *'কুমাৰ কামৰূপেশ্বৰ' কলিন্দবৰ্ম নাম্নঃ কন্যা কল্পসুন্দৰী'* (তৃতীয় উচ্ছ্বাস, মূলাংশ)। কল্পসুন্দৰী ৰূপে-গুণে বোলে অপ্সৰাতকৈও শ্ৰেষ্ঠ আছিল। কামৰূপেশ্বৰ কলিন্দবৰ্ম সম্ভৱতঃ ভাস্কৰবৰ্মাৰ বংশৰ পূৰ্বজ ৰজা কল্যাণবৰ্মা যাৰ শাসনকাল খ্ৰী. পঞ্চম শতাব্দীৰ ভিতৰত ধৰা হৈছে।

হিউৱেনচাঙৰ বিৱৰণৰপৰা সেই কালৰ কামৰূপৰ ভাষা, ধৰ্ম আৰু সমাজৰ সংহতি আৰু শৃংখলাৰ বিষয়ে সুন্দৰভাৱে উপলব্ধি কৰিব পাৰি। লোক-সমাজত কামৰূপী প্ৰাকৃত-ভাষাৰ ব্যৱহাৰ আছিল, যাৰ কথাকে হিউৱেনচাঙে ভাৰতৰ অন্য ৰাজ্যৰপৰা কিছু পৃথক বুলি কৈছিল। ভাৰতীয় আৰ্য্য ধৰ্মৰ প্ৰবাহে ইয়াত প্ৰচলিত আছিল। নানা হিন্দু দেৱ-দেৱীৰ মন্দিৰ আছিল। তাম্ৰলেখবোৰৰপৰা শৃংখলিত আৰু সু-সংগঠিত ৰাজহ প্ৰশাসনৰ ছবি পাওঁ। ৰাজহ বিষয়া, প্ৰশাসনীয় বিষয়া ভাগে ভাগে আৰু স্তৰে স্তৰে আছিল।

মুঠতে খ্ৰীঃ চতুৰ্থ-পঞ্চম শতাব্দীৰপৰা দ্বাদশ শতিকালৈকে ধাৰাবাহিকভাৱে প্ৰাগজ্যোতিষ বা কামৰূপত এখন কামৰূপীয় সমাজ-জীৱন প্ৰস্ফুটিত হোৱা, সু-সংগঠিত আৰু সমৃদ্ধিশীল হৈ থকা এখন ৰাজ্য পাওঁ; যাৰ নাম কামৰূপ ৰাজ্য বা প্ৰাচীন অসম। সেইখন ৰাজ্যৰে আমি ধাৰাবাহিক উত্তৰাধিকাৰী।❑

---

*২০০৭ খ্ৰী.ৰ 'দৈনিক অগ্ৰদূত'ৰ ৩ এপ্ৰিল সংখ্যাত প্ৰকাশিত।*

# কামৰূপৰাজ ‘মহাৰাজাধিৰাজ’ কুমাৰ ভাস্কৰবৰ্মা আৰু ভাস্কৰাব্দ

খ্ৰী. সপ্তম শতাব্দীৰ কামৰূপ ৰাজ্যৰ ভৌম-বৰ্মন বংশৰ ৰজা [তাম্ৰলেখমতে ‘মহাৰাজাধিৰাজ’] কুমাৰ ভাস্কৰবৰ্মা প্ৰাচীন অসমৰ ইতিহাসৰ এগৰাকী প্ৰবীণ, শক্তিশালী আৰু সৰ্বভাৰতীয় ৰজাসকলৰ মাজতো খ্যাতিৱান ৰজাৰূপে ঐতিহাসিকভাৱে প্ৰমাণিত হৈ থকা সত্ত্বেও যিভাৱে তেওঁৰ কালৰ বৃহৎ অসমীয়া সমাজখনৰ তথা ৰাজ্যৰ আলোচনা আৰু গৱেষণা হৈ থাকিব লাগিছিল, সেইভাৱে আমাৰ চিন্তা-চৰ্চা এতিয়াও হোৱা দেখা নাযায়। অথচ ভাস্কৰবৰ্মাৰ দিনৰ অসমৰ সাহিত্য-সংস্কৃতিয়ে সৰ্বভাৰতীয় পৰিচয় লাভ কৰিছিল। কনৌজ আৰু থানেশ্বৰৰ ৰাজসম্ৰাট হৰ্ষবৰ্দ্ধনৰ সৈতে তেওঁৰ পৰম মৈত্ৰী সম্বন্ধ স্থাপন হৈছিল। চীনা পৰিব্ৰাজক হিউৱেনচাঙে কামৰূপৰ ৰাজ-অতিথিৰূপে এমাহ কালৰো অধিক তেওঁৰ ৰাজসভাত থাকি দৈনিক সন্ধিয়া সাংস্কৃতিক পৰিৱেশ উপভোগ কৰাৰ কথাও জনা যায়। হিউৱেনচাঙৰ ঐতিহাসিক বিৱৰণ, কবি বাণভট্টৰ ‘হৰ্ষচৰিত’ৰ ৭ম অধ্যায়ৰ বিস্তৃত উল্লেখৰ কথা বাদেই, আনকি কাশ্মীৰতো অষ্টম শতিকাৰ শৃংগাৰ-ৰসাত্মক সংস্কৃত কাব্য দামোদৰ গুপ্তৰ *‘কুট্টনীমতম’* আদি গ্ৰন্থতো ভাস্কৰবৰ্মাৰ জনপ্ৰিয়তাৰ কথা লিপিবদ্ধ আছে।

ভাস্কৰবৰ্মাৰ ৰাজত্বকাল খ্ৰী. ৫৯৪-৬৫০ পৰ্য্যন্ত। তেওঁৰ উপৰিপুৰুষ ৰজাকেইগৰাকীও আছিল মহা শক্তিশালী। ভাস্কৰবৰ্মাৰপৰা পঞ্চমজন উৰ্দ্ধপুৰুষ আজো ককা ভূতিবৰ্মা বা মহাভূতিবৰ্মাৰ (খ্ৰী. ষষ্ঠশতিকা) কামৰূপ ৰাজ্য পূবফালে ডবকা-কপিলী, নগাঁও আদিৰপৰা ধৰি সমতট , চিলেট, ত্ৰিপুৰালৈকে আৰু পূৰ্ববংগলৈকে বিয়পি আছিল আৰু সেইবাবেই তেওঁ অশ্বমেধ যজ্ঞ সম্পাদন কৰি *‘মহাৰাজাধিৰাজ’* হৈছিল। পৰমদৈৱত, পৰমভট্টাৰক আদি উপাধি গ্ৰহণ কৰিছিল।

[ *বৰগংগা শিলালেখ, নালন্দা চিল-মোহৰ, ডুবি আৰু নিধনপুৰ তাম্ৰলেখ, 'হৰ্ষচৰিত' আদি দ্ৰষ্টব্য*]।

আদি গুপ্তৰজাসকলৰ সৈতে সম্পৰ্ক স্থাপন কৰি ভৌম-বৰ্মন বংশৰ এই পূৰ্বপুৰুষ ৰজাসকলে মোটামুটিভাৱে কামৰূপ ৰাজ্যৰ সীমা মগধৰ পুব সীমালৈকে আৰু গৌড় দেশৰ উত্তৰলৈকে বৰ্তাই ৰাখিছিল। ভাস্কৰবৰ্মাৰ ককা (পিতৃৰ পিতৃ) স্থিতবৰ্মাৰ দিনলৈকে কামৰূপ ৰাজ্যৰ স্থিতি এনেকুৱা আছিল। সেয়ে তেওঁ পূৰ্বৰ ৰাজধানী কিছু উত্তৰলৈ আনি প্ৰাগজ্যোতিষপুৰৰ ব্ৰহ্মপুত্ৰ নদীৰ ঠিক পাৰলৈকে লৈ আহিছিল। ভাস্কৰবৰ্মাৰ পিতৃ সুস্থিতবৰ্মাৰ দিনত মগধ, মালোৱা আদি ৰাজ্যত ৰাজশক্তিৰ কিছু পুনৰ বিন্যাস ঘটাত বা ৰ'দ-বদল হোৱাত শেষ গুপ্তযুগৰ মালোৱাৰ ৰজা মহাসেন গুপ্তই সুস্থিতবৰ্মাৰ সৈতে হোৱা যুদ্ধত লৌহিত্যলৈকে বিজয় ঘোষণা কৰে [*আদিত্যসেনৰ অপছড় শিলালিপি*]। সম্ভৱতঃ এই সময়তে কামৰূপৰ অন্তভুৰ্ক্ত হৈ থকা কৰ্ণ-সুৱৰ্ণ, পৌণ্ড্ৰবৰ্দ্ধন আদি অঞ্চল কিছু কালৰ বাবে কামৰূপ-ৰাজৰপৰা দখলচ্যুত হয়। ইয়াৰ পাছতে তেওঁৰ দুই পুত্ৰ সু-প্ৰতিষ্ঠিতবৰ্মা আৰু ভাস্কৰবৰ্মাই গৌড় ৰজাৰ সৈতে এক প্ৰবল যুদ্ধত ৰত হৈ পৰে। জ্যেষ্ঠ ভাতৃ ৰজা হৈ কম সময়ৰ ভিতৰতে মৃত্যু হোৱাত কুমাৰ ভাস্কৰবৰ্মাই কামৰূপ ৰাজ্যৰ সিংহাসনত অধিষ্ঠিত হয় (৫৯৪ খ্ৰী.) আৰু শীঘ্ৰেই নিজৰ নৈপুণ্যৰ বলত ক্ষমতাশালী হৈ উঠে। ইতিমধ্যে গৌড়ৰ ৰজা শশাঙ্কৰ বিৰুদ্ধে কনৌজ-থানেশ্বৰৰ ৰজা হৰ্ষবৰ্দ্ধন (খ্ৰী. ৬০৬-৬৪৮)ৰ উত্থান হয়। হৰ্ষবৰ্দ্ধনৰ জ্যেষ্ঠ ভাতৃ ৰাজ্যবৰ্দ্ধন থানেশ্বৰত ৰজা হৈছিল ৬০৫ খ্ৰী.ত। কিন্তু গৌড়ৰ ৰজা শক্তিশালী শশাংকই বিশ্বাসঘাতকতাৰে ৰাজ্যবৰ্দ্ধনক বধ কৰি কনৌজ দখল কৰে। ইতিমধ্যে থানেশ্বৰত ৰজা হোৱা হৰ্ষবৰ্দ্ধনে ৰাজনৈতিক বুদ্ধিমত্তাৰে শশাংকৰ বিৰুদ্ধে কামৰূপ-ৰাজ ভাস্কৰবৰ্মাৰ সৈতে বন্ধুত্বৰ চুক্তি কৰে। ভাস্কৰবৰ্মাৰ সৈতে বন্ধুত্ব হোৱাত উভয়পক্ষ শশাঙ্কৰ বিৰুদ্ধে শক্তিশালী হয় আৰু শেষত ভাস্কৰবৰ্মাই শশাঙ্কৰ পশ্চাদপসৰণ হোৱাত পুনৰ গৌড় ৰাজধানী কৰ্ণ-সুৱৰ্ণ দখল কৰে। *গঞ্জাম* লিপিৰপৰা সিদ্ধান্ত কৰা হৈছে যে হৰ্ষ আৰু ভাস্কৰবৰ্মাৰ আক্ৰমণৰ পৰা শশাংকই সম্ভৱ ৬১৯ খ্ৰী.লৈ ৰক্ষা পাই আছিল।

কৰ্ণসুবৰ্ণ বিজয় কৰি এই বিজিত শিবিৰৰপৰাই ভাস্কৰবৰ্মাই পৌণ্ড্ৰবৰ্দ্ধন অঞ্চলৰ চন্দ্ৰপুৰি বিষয়ান্তৰ্গত ভূমি দান কৰি তাম্ৰ পট্টা প্ৰদান কৰে। এই সকলোবোৰ সংবাদ তাম্ৰলেখ, স্তম্ভলেখ, শিলালিপি আৰু অন্যান্য ভাৰতীয় তথ্যৰপৰা ঐতিহাসিকভাৱে স্বীকৃত হৈছে। ভাস্কৰবৰ্মাই হিউৱেনচাঙৰ সৈতে এই বিজিত ৰাজ্য গৌড়ৰ মাজেদিয়েই গৈ হৰ্ষবৰ্দ্ধনৰ ৰাজসভাত উপস্থিত হৈছিল। একাধিক ভাৰতীয় ইতিহাসবিদে দ্বিধাহীনভাৱে স্বীকাৰ কৰিছে আৰু লিপিবদ্ধ কৰিছে যে **গৌড় ৰাজ্যৰ অধিক অংশ, কৰ্ণসুবৰ্ণ আদি অঞ্চল দখল কৰি ভাস্কৰবৰ্মাই কৰতোয়া অতিক্ৰমি কামৰূপ ৰাজ্যৰ সীমা বঢ়াইছিল**। সেইবোৰ অঞ্চল ৰজা হৰ্ষবৰ্দ্ধনৰ শাসনাধীন নাছিল। হিউৱেনচাঙৰ তথ্য আৰু অন্যান্য চীনা তথ্যৰ সহায়ত এইটোও প্ৰমাণ হৈছে যে পশ্চিমে কৰ্ণসুবৰ্ণ আদি অঞ্চল কমপক্ষেও খ্ৰী. ৬৪৩ বা তাৰ কিছু পাছলৈকে ভাস্কৰবৰ্মাৰ হাতত আছিল আৰু পূৱ-উত্তৰ ফালেও তেওঁৰ সীমা পৰ্বত আৰু চীনদেশৰ সীমালৈকে আছিল।

কৰ্ণসুবৰ্ণ ভাস্কৰবৰ্মাৰ অন্যতম প্ৰশাসনীয় ৰাজধানীৰ গোট হৈছিল, যি আছিল 'জয়স্কন্ধাৱাৰ'।

এনে এখন বৃহৎ কামৰূপ ৰাজ্যৰ ৰজাৰূপে ভাস্কৰবৰ্মাই তেওঁৰ শাসন, তেওঁৰ বিদ্যোৎসাহ, শাস্ত্ৰজ্ঞান, বৈদিক সাহিত্য আৰু আৰ্য্যধৰ্মৰ প্ৰতি নিষ্ঠা, সুকুমাৰ কলা আদিৰ প্ৰতিও দায়বদ্ধ হৈ এখন বৃহৎ সমাজৰ কল্যাণকামী ৰজা হৈ প্ৰতিষ্ঠিত হোৱা কম গুৰুত্বপূৰ্ণ কথা নহয়। তেওঁৰ ভূমিদানৰ তাম্ৰপট্টা-লেখকৰ প্ৰশস্তিত এইবোৰ সংবাদ সুন্দৰভাৱে বৰ্ণিত হৈছে।

কিন্তু এটা কথা মনকৰিবলগীয়া যে **ভৌমবৰ্মন বংশৰ ৰজাসকলৰ এই পৰ্য্যন্ত কোনো মুদ্ৰা-প্ৰচলনৰ চিহ্ন বা মুদ্ৰা উদ্ধাৰ কৰিব পৰা হোৱা নাই**। ফলতঃ তেওঁলোকৰ নিজাববীয়া ৰাজত্বকালৰ অব্দৰ বিষয়েও অতি ঠিৰাংকৈ জানিব পৰা নাই। মহাভূতিবৰ্মাৰ নগাঁও-ডবকাৰ ওচৰত প্ৰাপ্ত, উল্লেখ কৰি অহা বৰগংগা শিলালেখৰ পাঠ প্ৰথমে উদ্ধাৰ কৰিছিল লিপিবিদ এন. কে ভট্টশালীয়ে। তেওঁৰ পাঠোদ্ধাৰমতে এই শিলালেখৰ তৃতীয় শাৰীটোত থকা আখৰকেইটা এটা সংখ্যাৰ। তিনিটা বৰ্ণেৰে সেই

সংখ্যাৰ সংকেতটো দিছে। সেইটো হৈছে ২৩৪ গুপ্তাব্দৰ। সেইমতে ২৩৪ গুপ্তাব্দ হ'লে তেওঁৰ মতে বৰগংগা শিলালিপিৰ কাল (২৩৪+৩১৯ খ্ৰী.) = ৫৫৩ খ্ৰী. হয়। মাঘ মাহত সম্পূৰ্ণ হোৱা বাবে খ্ৰী. কাল জানুৱাৰী বা ফেব্ৰুৱাৰী হয়। সেই হেতুকে এই সময় গুপ্তাব্দ ব'হাগৰ পৰা হ'লে খ্ৰী. ৫৫৪ হ'ব। এই পাঠ শুদ্ধ হ'লে ভৌমবৰ্মন বংশৰ ভূতিবৰ্মাৰ কালৰ এই লেখতেই প্ৰথম গুপ্তাব্দ ২৩৪ ৰ উল্লেখ পাওঁ আৰু সেই হিচাপে এইখনেই ভৌমবৰ্মন বংশ তথা অসমৰ প্ৰথম তাৰিখ থকা শিলালেখ আৰু ভাস্কৰ বৰ্মাৰ পূৰ্বপুৰুষে 'গুপ্তাব্দ' ব্যৱহাৰ কৰা একমাত্ৰ সাক্ষ্য। কিন্তু, প্ৰশ্ন হৈছে এইখিনিতেই যে এই পাঠৰ বিশুদ্ধতা বিতৰ্কিত হৈছে আৰু পৰৱৰ্তী বিশিষ্ট লিপিবিদ ড° দিনেশ ৰঞ্জন চৰকাৰে প্ৰথমে এই পাঠ সংশোধিতভাবে মানি লৈও শেহতীয়াভাৱে ১৯৫৩ খ্ৰী.ত চৰজমিন তদন্ত কৰি এইখন লেখৰ পাঠত কোনো তাৰিখ নাই আৰু সংখ্যাৰ সংকেত থকা বুলি দেখুওৱা শব্দটো 'আয়ুস্কামং' বুলিহে অধ্যয়ন কৰিলে। **তেওঁৰ মতে এই লেখত কোনো গুপ্তাব্দৰ তাৰিখ নাই। অসমৰ পণ্ডিতসকলেও এই পাঠকে গ্ৰহণ কৰি বৰ্তমানৰ প্ৰকাশিত লেখমালাত এই পাঠ অন্তৰ্ভুক্ত কৰিছে।**

গতিকে, দেখা যায় যে ভাস্কৰবৰ্মাৰ সময়লৈকে তেওঁ আৰু তেওঁৰ পূৰ্বসূৰীসকলে অসমৰ বাহিৰৰ 'গুপ্তাব্দ' নিজৰ ৰাজ্যত প্ৰয়োগ কৰা নাছিল। ভৌম-বৰ্মন বংশৰ ৰাজত্ব-কালৰ সমাপ্তিৰ পাছত যেতিয়া কামৰূপত শালস্তম্ভ বংশৰ ৰাজত্ব আৰম্ভ হয়, তেতিয়াহে এই বংশৰ ৰজা হৰ্জৰবৰ্মনে তেওঁৰ *ন-শাৰীৰ স্তম্ভলিপিত* প্ৰথম ঐতিহাসিকভাৱে ৫১০ গুপ্ত লিখি এই স্তম্ভত তেওঁৰ আদেশ ঘোষণা কৰিছিল। এই লেখ এতিয়াও তেজপুৰত ব্ৰহ্মপুত্ৰ নদীৰ কাষত এটি দণ্ডায়মান শৈল স্তম্ভত খোদিত আছে। ইয়াৰ কাল খ্ৰীষ্টাব্দমতে ৮২৯/৮৩০ খ্ৰী. হ'ব। শালস্তম্ভৰ বংশৰ ৰজাসকলে পূৰ্বৰ ভৌম-বৰ্মন বংশৰ দ্বাৰা চলোৱা কোনো অব্দ গ্ৰহণ নকৰাই স্বাভাৱিক।

কিন্তু উল্লেখ কৰিবলগীয়া যে বহু আগৰ কালৰপৰাই **'ভাস্কৰাব্দ'** প্ৰচলন হৈ আহিছে আৰু এইকালৰ আৰম্ভণি খ্ৰী.মতে ৫৯৪। ইয়াক **'কামৰূপাব্দ'**ও বোলা হয়। কামৰূপীয় পঞ্জিকা সৃষ্টি হোৱা দিনৰপৰাই

বিশেষকৈ *‘প্ৰাগজ্যোতিষ পঞ্জিকা’*, *‘কালপুৰুষ পঞ্জিকা’* আদিতো ভাস্কৰাব্দৰ ব্যৱহাৰ হৈ আছে।

কোনো ‘লেখ’ত উল্লেখ নাথাকিলেও ভাৰতীয় পৰম্পৰা এই যে মহাৰাজাধিৰাজ সম্ৰাটসকলৰ ৰাজ্য-অভিষেকৰ কালৰ পৰাই তেওঁলোকৰ নামত ৰাইজে একোটা অব্দৰ সৃষ্টি কৰে। শালিবাহনৰ ৰাজত্বৰ কালতে হওক অথবা কণিষ্কৰ ৰাজত্বৰ কালতে হওক খ্ৰী. ৭৮ ৰ পৰা ‘শকাব্দ’ৰ প্ৰচলন হয়। সেইদৰে, গুপ্তৰজাৰ দিনত খ্ৰী. ৩১৯ ৰ পৰা ‘গুপ্তাব্দ’ৰ প্ৰচলন হয়। ‘মালোৱাৰ অব্দ’ই পাছত ‘বিক্ৰমাব্দ’ হয়। ‘হৰ্ষসম্বত’ (হৰ্ষাব্দ)ৰ উল্লেখ হৰ্ষবৰ্দ্ধনৰ *বংক্ষেৰা লিপিত* আছে। এইখন ২২ হৰ্ষাব্দৰ অৰ্থাৎ (২২+৬০৬খ্ৰী.) = ৬২৮ খ্ৰী.ৰ। পৌৰাণিক কালত *যুধিষ্ঠিৰৰ শক*, *কল্যাব্দ* আৰু *সপ্তৰ্ষি* শক আদি প্ৰচলন হোৱা কথাও কোৱা হয়।

অসমত শালস্তম্ভৰ বংশৰ ৰজাৰ কালত ‘গুপ্তাব্দ’ৰ ব্যৱহাৰ দেখা পালেও **খ্ৰী. দ্বাদশ শতিকাৰপৰাহে প্ৰথম *শকাব্দ*ৰ ব্যৱহাৰ হয়**— *‘কানাই বৰশী বোৱা শিলালেখ*ৰ পৰা। তাত ১১২৭ শক উল্লেখ কৰা হৈছে। ইংৰাজীমতে হয় খ্ৰী. ১২০৬।

এতিয়া আলোচ্য বিষয় এই যে কুমাৰ ভাস্কৰবৰ্মাৰ ৰাজত্ব কালৰ আৰম্ভণি খ্ৰী. ৫৯৪ৰ পৰা। এই বছৰৰ পৰাই আমাৰ এই ‘কামৰূপাব্দ’ বা ‘ভাস্কৰাব্দ’ আৰম্ভ হৈছে। প্ৰত্নতত্ত্ববিদ, ইতিহাস-পণ্ডিত কনকলাল বৰুৱাই তেওঁৰ এটি চুটি প্ৰবন্ধ *The Kamrupa Era (কামৰূপ অনুসন্ধান সমিতিৰ গৱেষণা পত্ৰিকা, J.A.R.S., Vol II, No. 1,* ১৯৩৪)ত লিখিছিল যে বুৰঞ্জী আৰু পুৰাতত্ত্ববিভাগৰ দ্বাৰা প্ৰকাশিত ‘কামৰূপৰ বুৰঞ্জী’ গ্ৰন্থৰ পৰিশিষ্টত সন্নিৱিষ্ট ‘কামৰূপৰ পুৰাবৃত্ত’ত কামৰূপী চনৰ উল্লেখ আছে। এইমতে বখ্‌টিয়াৰ খিলিজীয়ে কামৰূপ আক্ৰমণ কৰি কামৰূপী অব্দ ৬১২ চনত তেওঁ পৰাজিত হৈ ধ্বংস হয়। এই চনটো আমি উল্লেখ কৰি অহা ‘কানাই বৰশী বোৱা’ শিলত খোদিত ১১২৭ শক (ইংৰাজী ১২০৬ খ্ৰী.) অৰ্থাৎ (১২০৬—৫৯৪ খ্ৰী.) = ৬১২ অব্দ, এই মতেও মিলি যায়।

সেইদৰে কামৰূপী ১০২৮ অব্দত ৰজা পৰীক্ষিত নাৰায়ণে মকৰম খাঁৰ ওচৰত আত্ম সমৰ্পণ কৰিছিল। ১০৭১ কামৰূপী অব্দত মিৰজুমলাই

অসম আক্ৰমণ কৰিছিল। 'কামৰূপৰ বুৰঞ্জী'ৰ 'প্ৰথম সংস্কৰণ'ত এই সকলোবোৰ তথ্য এতিয়াও আছে আৰু **এই লেখকেও বিভাগত সংৰক্ষিত সংশ্লিষ্ট এই পুথিখনত দেখা পাইছে।**

*'কামৰূপৰ পুৰাবৃত্ত'* লিখিছিল চামতাৰ এগৰাকী সুখ্যাত পণ্ডিত অধ্যয়নশীল ব্যক্তি সৰ্ব্বনাথ বৰুৱাই। তেওঁ একাধিক সাঁচিপতীয়া পুথি অধ্যয়ন কৰি এই গ্ৰন্থ সংকলন কৰিছিল আৰু সেই পুথি পৰিশিষ্টৰূপে প্ৰথম সংস্কৰণৰ 'কামৰূপৰ বুৰঞ্জী'ত ড° সূৰ্য্যকুমাৰ ভূঞাই সন্নিৱিষ্ট কৰিছিল।

ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে তেওঁৰ গ্ৰন্থ *'অসমৰ জাতি-সভ্যতা'* (ইং) গ্ৰন্থত কৈছে যে একাধিক অসমৰ সংস্কৃত সাঁচিপতীয়া পুথিত কালানুক্ৰমৰ বাবে 'দেৱশক'ৰ বিপৰীতে 'নৃপশক' ব্যৱহাৰ কৰা হৈছে আৰু এই 'নৃপশক' খ্ৰী. ৫৯৪ৰ পৰা আৰম্ভ হোৱা দেখা গৈছে। [পৃ.১৬৪]। এখন সংস্কৃত পুথিত থকা 'নৃপশক' ১১২৯ ভাস্কৰাব্দ বুলি উল্লেখ থকাও জনা গৈছে। (দ্ৰষ্টব্য ঃ *'নীলকণ্ঠ স্তৱ ঃ'* সাঁচিপতীয়া পুথি)

কনকলাল বৰুৱাই উল্লেখ কৰি অহা *The Kamrupa Era* প্ৰবন্ধত আৰু কৈছে যে সেইকালৰ প্ৰত্নতত্ত্ববিদ সৰ্বেশ্বৰ কটকী ডাঙৰীয়াইও গোৱালপাৰা জিলাৰ এক পৰিয়ালত এখন সাঁচিপতীয়া বুৰঞ্জী-পুথি পাইছিল য'ত কামৰূপী অব্দ ৬১২ত বখ্‌টিয়াৰ খিলিজীয়ে কামৰূপ আক্ৰমণ কৰিবলৈ আহি পৰাস্ত হোৱাৰ কথাৰ উল্লেখ আছে।

এনেবোৰ তথ্যৰ ভিত্তিত আমি নিঃসন্দেহে ক'ব পাৰো যে ভাস্কৰ বৰ্মাৰ ৰাজত্বকালক লৈ সৃষ্টি হোৱা 'ভাস্কৰাব্দ'ৰ ব্যৱহাৰ আমাৰ অসমৰ সাহিত্যৰ আৰু বুৰঞ্জীৰ প্ৰাসংগিক তথ্যত স্বাভাৱিকভাবে প্ৰয়োগ হৈ আহিছিল আৰু এইটো উলাই কৰিবলগীয়া কথা নহয়।

এইখিনিতে উল্লেখনীয় যে পশ্চিমবঙ্গৰ বাংলা পঞ্জিকাতো এই একে অব্দকে বঙ্গাব্দ ৰূপে প্ৰচলিত হৈ থকা দেখা যায়। সম্ভৱতঃ **কৰ্ণ-সুৱৰ্ণ, গৌড় আদি উত্তৰ বঙ্গৰ ৰাজ্যসমূহ যেতিয়া কুমাৰ ভাস্কৰবৰ্মাই নিজৰ ৰাজত্বকালৰ আৰম্ভণিতে দখল কৰি শশাংকক পৰাভূত কৰি আঁতৰাই পঠাইছিল আৰু কৰ্ণ-সুৱৰ্ণত অস্থায়ী বিজিত ৰাজনৈতিক শিবিৰ স্থাপন কৰিছিল, সেই সময়ৰ পৰাই তাত এই ৫৯৪ খ্ৰী.ৰ পৰা স্থানীয় অব্দ প্ৰচলন**

হৈছিল আৰু সেইমতে বঙ্গত বঙ্গাব্দৰূপে প্ৰচলিত হয়। এই মত ড° প্ৰতাপচন্দ্ৰ চৌধুৰীয়েও তেওঁৰ গ্ৰন্থত সমৰ্থন কৰিছে [HCPA পৃ. ১৬৪]।

মুঠ কথা, আমাৰ এই লেখাৰ উদ্দেশ্য এয়ে যে অসমৰ প্ৰথিতযশা ঐতিহাসিক ৰজা কুমাৰ ভাস্কৰবৰ্মাই অসমীয়া সমাজত এক গুৰুত্বপূৰ্ণ সমাদৃত স্থান লাভ কৰিব লাগে আৰু ইংৰাজী খ্ৰীষ্টাব্দ কালৰ ব্যৱহাৰৰ অসুবিধা নোহোৱাকৈয়ে আমাৰ স্থানীয় 'ভাস্কৰাব্দ' ব্যৱহাৰৰ প্ৰচলন সঞ্চালনিকৈ হ'ব লাগে। ইতিমধ্যেই আমাৰ অসমীয়া পঞ্জিকা প্ৰকাশকসকলে এই ভূমিকা পালন কৰি আহিছে। অসমৰ বুৰঞ্জীকাৰ আৰু ইতিহাসবিদসকলেও এই বিষয়ত গুৰুত্ব আৰোপ কৰিলে অসমৰ সামগ্ৰিক জাতীয় জীৱনৰ ভেটি উজ্জ্বল আৰু সুদৃঢ় হ'ব। অসম সাহিত্য সভাৰ প্ৰতিও দৃষ্টি আকৰ্ষিত কৰা হ'ল।❑

---

*২০০৫ খ্ৰী.ৰ মাৰ্চমাহৰ ' দৈনিক অগ্ৰদূত' কাকতত আৰু ২০০৭ খ্ৰী.ৰ ৫ এপ্ৰিলৰ 'দৈনিক অগ্ৰদূত' কাকতত প্ৰকাশিত।*

# অসমীয়া ভাস্কৰাব্দৰ বহল প্ৰচলন জাতীয় প্ৰেমৰ বাহক

*[ ব'হাগৰ পৰা হয় বছৰ গণনা]*

এটা বছৰ পাৰ হৈ আকৌ এটা নতুন বছৰৰ আৰম্ভণি হয় পহিলা ব'হাগৰ পৰা। চ'ত-ব'হাগৰ সংক্ৰান্তিতে আমাৰ ৰঙালী বিহুৰ পৰ্ব। ভাৰতৰ অন্য স্থানত নৱবৰ্ষৰ দিন। কিন্তু সমগ্ৰ ভাৰতবৰ্ষৰে ছয় ঋতুৰ অথবা বৰ্ষ-চক্ৰৰ আৰম্ভণি একেটাই— ব'হাগ মাহৰ পহিলা তাৰিখ। এয়া ভাৰতীয় পৰম্পৰা— সম্পূৰ্ণ নিভাঁজ ভাৰতীয়। ইংৰাজী বছৰৰ আৰম্ভণি খ্ৰীষ্টাব্দ হিছাপে পহিলা জানুৱাৰী। ই এতিয়া আন্তৰ্জাতিক বৰ্ষ হোৱা বাবে এই নতুন বছৰৰ আগমনিৰ ধুমধাম, গুৰুত্ব আমি সকলোৱে ৩১ ডিচেম্বৰ আৰু ১ জানুৱাৰীৰ ভিতৰতে বেছিকৈ প্ৰদান কৰিবলৈ ধৰিছোঁ।

কিন্তু দেখা যায় আৰু লক্ষ্য কৰা যায় যে ঋতু আৰু প্ৰকৃতিৰ ফালৰ পৰা বাস্তৱিকতে ভাৰতত ডিচেম্বৰ-জানুৱাৰী মাহত কোনো পৰিৱৰ্তনৰ ভাৱ অনুভূত নহয়। নতুন পুলক, নতুন শিহৰণ প্ৰকৃতি-জগতত নাহে আৰু ভাৰতীয় মানৱৰ মাজতো সেই স্বাভাৱিক আনন্দ, নতুনৰ উছাহ আৰু ৰঙালী বিহুৰ মাদকতা আহি নপৰে। কেৱল শীতৰহে প্ৰকোপ।

কিন্তু ব'হাগৰ কথা বেলেগ। ব'হাগত ভাৰতীয় প্ৰকৃতিৰ ৰঙেই পৰিৱৰ্তন হয়। এই পৰিৱৰ্তন মানে এক নতুন ভাৱৰ স্বাভাৱিক হেন্দোলনি, গছ-লতিকাৰ সেউজীয়া ৰূপ, কুলি-কেতেকী চৰাইৰ প্ৰতিধ্বনি এই সকলোবোৰে কঢ়িয়াই আনে অসম বা ভাৰতলৈ এক নতুন বছৰৰ আৰম্ভণিৰ স্বাভাৱিক পৰিৱৰ্তন। এই আনন্দ-উছাহ আৰু বদলি প্ৰাকৃতিক জগতৰ সৈতে খাপখোৱা মানুহ আৰু প্ৰকৃতিৰ। কবি কলিদাসৰ মানুহ আৰু প্ৰকৃতিৰ সেই একাত্মবোধ। এনেবোৰ ঐতিহ্যৰ মাজতে সেইবাবে সোমাই আছে বৰ্ষচক্ৰত ব'হাগৰ পৰা হোৱা বছৰৰ গণনাৰ কথা।

ভাৰতীয় কাল-গণনাত সেইবাবে *গুপ্তাব্দ, বিক্রমাব্দ, শকাব্দ* সকলোবোৰ ব'হাগৰ পৰাই আৰম্ভ হৈছে।

আমি সাধাৰণতে এতিয়া সাহিত্য, বুৰঞ্জী, জীৱনী, চিঠি-পত্ৰ সকলোতে খ্ৰীষ্টাব্দ অৰ্থাৎ ইংৰাজী চন ব্যৱহাৰ কৰোঁ। কিছুদিন আগলৈকে আমি শকাব্দৰ প্ৰচলনো সমান্তৰালভাৱে ৰাখিছিলোঁ। শকাব্দৰ সৈতে ৭৮ যোগ দিলে ইংৰাজী চনটো ওলাই পৰে। আমাৰ অধিক সংখ্যক আহোম বুৰঞ্জীত আৰু অন্যান্য স্থানত শকৰ ব্যৱহাৰ আছে। আমাৰ পঞ্জিকা-পঞ্চাঙ্গ সমূহত প্ৰায় সকলোবোৰ ব্যৱহৃত অব্দই এই পৰ্য্যন্ত সন্নিৱিষ্ট কৰি অহা হৈছে। ভাস্কৰাব্দটো আছেই।

অসমীয়া সমাজে সাম্প্ৰতিক কালত এটা কথা পাহৰি গৈছে যে অসমতো এটা নিভাঁজ সেই কালৰ কামৰূপীয়া অব্দ আছিল, যিটো ব'হাগ মহিৰপৰা আৰম্ভ হৈছিল। সেইটোক কামৰূপী অব্দ বা ভাস্কৰাব্দ বুলিছিল। এই অব্দৰ হিছাপ হৈছিল খ্ৰীঃ ৫৯৪ ৰ পৰা। কামৰূপ ৰজা 'মহাৰাজাধিৰাজ' ভাস্কৰবৰ্মাই কামৰূপৰ ৰাজপাটত উঠাৰ দিনৰ পৰা এই অব্দ নিৰ্ণয় কৰা হৈছে বুলি ইতিহাসবিদসকলে ঠাৱৰ কৰিছে। ভৌম-বৰ্মন বংশীয় ৰজা ভাস্কৰবৰ্মাৰ ৰাজত্বকাল খ্ৰীঃ ৫৯৪-৬৫০ লৈ। তেওঁৰ পিতৃ-পিতামহৰ দিনতো কামৰূপ ৰাজ্যখন বৃহৎ ৰাজ্য আছিল। পশ্চিমফালে কৰ্ণসুবৰ্ণ, পৌণ্ড্ৰবৰ্দ্ধন অৰ্থাৎ আজিকালিৰ দিনাজপুৰ, মুৰ্চিদাবাদলৈকে কৰতোয়া নদী অতিক্ৰমি বিস্তৃত হৈ আছিল। মোটামুটিভাৱে তেওঁৰ পিতৃৰ কালৰ কেইবছৰমানৰ বাহিৰে ভৌম-বৰ্মন বংশৰ ৰজাসকলে এই সাম্ৰাজ্য অটুট ৰাখিছিল। কেৱল গৌড়ৰ ৰজা শশাঙ্কৰ কালৰ আৰম্ভণিৰ সময়খিনিতহে কামৰূপ ৰাজ্যৰপৰা কৰ্ণসুবৰ্ণ আদি কিছু ঠাই হস্তচ্যুত হৈছিল।

ভাস্কৰবৰ্মা ৰজা হৈ বৰ প্ৰতাপশালী হৈ উঠে। তেওঁৰ হৰ্ষবৰ্দ্ধনৰ (কনৌজ আৰু থানেশ্বৰৰ ৰজা) সৈতে পৰম বন্ধুত্ব স্থাপন হয়। উভয়ৰে যুটীয়া প্ৰচেষ্টাত গৌড়ৰ ৰজা শশাঙ্কৰ চৰম পৰাজয় হয় (কোনো কোনো বুৰঞ্জীকাৰৰ মতে এই যুদ্ধতে মৃত্যু হয়)। গৌড়ৰ ৰাজধানী কৰ্ণসুবৰ্ণ ভাস্কৰ বৰ্মাৰ হাতলৈ আহে আৰু পূৰ্বৰ হৃত অঞ্চল পুনৰ উদ্ধাৰ কৰে। ভাস্কৰ বৰ্মাই মগধৰপৰা চীন-পৰিব্ৰাজক পণ্ডিত হিউৱেনচাঙক

প্ৰাগজ্যোতিষপুৰলৈ নিমন্ত্ৰণ কৰি এমাহৰো অধিককাল ইয়াত ৰাখি যথাযোগ্য আপ্যায়ন কৰি ৰাখে। এইবোৰ কথা হিউৱেনচাঙৰ বিৱৰণ, বাণ ভট্টৰ 'হৰ্ষচৰিত' আৰু অন্যান্য তথ্যৰ মাজত আৰু প্ৰত্নলেখবোৰত সন্নিৱিষ্ট আছে। ভাস্কৰবৰ্মাই বিজিত কৰা এই কৰ্ণসুৱৰ্ণৰ শিবিৰৰপৰাই তেওঁ ভূমি-দানৰ নৱীকৃত তাম্ৰশাসন বিতৰণ কৰিছিল।

ভাস্কৰবৰ্মা বিদ্যোৎসাহী, বেদজ্ঞ, শাস্ত্ৰজ্ঞ, সুকুমাৰ কলাবিদ আৰু ৰাইজৰ কল্যাণকামী ৰজা আছিল। হিন্দু, বৌদ্ধ সকলো সম্প্ৰদায়ৰ প্ৰজাকে তেওঁ সমাদৰ কৰিছিল। তেওঁৰ দিনত হিউৱেনচাঙে অসমত শতাধিক দেৱালয় দেখিবলৈ পোৱা কম কথা নহয়।

এনেহেন এজন ৰজাই নিজৰ নামত 'অব্দ' প্ৰচলন কৰা অথবা প্ৰজাই তেওঁৰ সন্মান-প্ৰদৰ্শন আৰু স্মৃতি যুগমীয়া কৰাৰ বাবে তেওঁৰ ৰাজত্বকালৰ পৰা অব্দ ব্যৱহাৰ কৰিবলৈ লোৱা অস্বাভাৱিক নহয়। উল্লেখনীয় যে ভৌম-বৰ্মন বংশীয় এই ৰজাসকলে তেওঁলোকৰ তাম্ৰশাসনত তেতিয়া প্ৰচলিত হৈ থকা 'গুপ্তাব্দ' ক'তো ব্যৱহাৰ কৰা নাই। শকাব্দও ব্যৱহাৰ কৰা নাই।

আমাৰ কিছুমান প্ৰাচীন সংস্কৃতিৰ কামত আৰু অসমীয়া সাঁচিপতীয়া পুথিত এই ভাস্কৰাব্দকে কামৰূপী অব্দ হিচাপে ব্যৱহাৰ কৰিছে। 'কামৰূপ পুৰাবৃত্ত'ৰ লেখকেও এই কামৰূপী অব্দই ব্যৱহাৰ কৰিছিল। একাধিক প্ৰাচীন সাঁচিপতীয়া বুৰঞ্জী-পুথিৰপৰা চামতা গাঁৱৰ এগৰাকী প্ৰসিদ্ধ প্ৰত্নতত্ত্বানুৰাগী সৰু নাথ বৰুৱাই এই 'কামৰূপৰ পুৰাবৃত্ত' সংকলন কৰিছিল। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত প্ৰথম সংস্কৰণৰ 'কামৰূপৰ বুৰঞ্জী'ত এই পুৰাবৃত্ত সন্নিৱিষ্ট হৈ আছে। এই পুৰাবৃত্তমতে বখ্‌টিয়াৰ খিলিজিয়ে কামৰূপী ৬১২ অব্দত (খ্ৰী. ১২০৬ চন, *কানাই বৰশী বোৱা শিলালিপি* মতে ১১২৭ শক) অসম আক্ৰমণ কৰি পলাই যায়। সেইদৰে কামৰূপী ১০২৮ অব্দত ৰজা পৰীক্ষিত নাৰায়ণে মকৰম খাঁৰ ওচৰত আত্ম সমৰ্পণ কৰে। ১০৭১ অব্দত মিৰজুমলাই অসম আক্ৰমণ কৰে। ইত্যাদিক্ৰমে 'পুৰাবৃত্ত'ত উল্লেখ হৈছে। কিছুমান সংস্কৃত সাঁচিপতীয়া পুথিত '*নৃপশক*' বুলি ব্যৱহাৰ হৈছে আৰু এই *নৃপশক* খ্ৰীঃ ৫৯৪ পৰা আৰম্ভ হৈছে বুলি ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে

তেওঁৰ বিখ্যাত ইংৰাজী গ্ৰন্থ, 'অসমীয়া সংস্কৃতিৰ ইতিহাস'ত উল্লেখ কৰিছে। প্ৰত্নতত্ত্ববিদ কনকলাল বৰুৱাই 'কামৰূপ অনুসন্ধান সমিতি'ৰ গৱেষণা পত্ৰিকাৰ এটি সংখ্যাৰ (খণ্ড ২, নং ১, ১৯৩৪) এটি প্ৰবন্ধতো *'কামৰূপী অব্দ'* প্ৰচলন থকাৰ কথা আৰু সেই অব্দ খ্ৰীঃ ৫৯৪ চনৰপৰা আৰম্ভ হোৱা বুলি কৈছে।

প্ৰসংগক্ৰমে এটা কথা এই যে ভাস্কৰাব্দ বা কামৰূপী অব্দৰ যিটো কাল (অৰ্থাৎ ৫৯৪ খ্ৰীঃত ১ম অব্দ ধৰিলে এই ব'হাগত ভাস্কৰাব্দ হৈছে ১৪১৬ চন), সেই কালটোকে বাংলা সাহিত্য, বুৰঞ্জী আৰু পঞ্জিকা আদিত 'বাংলা সাল' বুলি আজি পৰ্য্যন্ত ব্যৱহাৰ কৰি আছে। কিন্তু বাংলা সাল 'বঙ্গাব্দ'ৰ কোনো ইতিহাস এই পৰ্য্যন্ত লেখকে পঢ়ি পোৱা নাই। বহুতে ৰজা শশাঙ্কৰ পৰা এই 'সাল' আৰম্ভ হৈছে বুলি ক'ব খোজে। কিন্তু প্ৰকৃত কথা এই যে যিহেতু ভাস্কৰবৰ্মাৰ পৰাই এই অব্দকে ব্যৱহাৰ কৰা হৈছিল, কালক্ৰমত বাংলা জাতীয়তাবাদে তাক 'বঙ্গাব্দ' ৰূপে প্ৰচলন কৰিলে। শশাঙ্কৰ আগে-পাছে বঙ্গদেশত তেনে শক্তিশালী ৰজা দেখা নাযায়। তেতিয়াৰ প্ৰত্নলেখতো 'বঙ্গাব্দ' বুলি কোনো উল্লেখ দেখা নাযায়। সি যিহওক, আমাৰ অসমৰ পঞ্জিকাসমূহে আজি পৰ্য্যন্ত এই কামৰূপী অব্দক 'ভাস্কৰাব্দ'ৰূপে ব্যৱহাৰ কৰি এক গুৰুত্বপূৰ্ণ জাতীয় কৰ্ম বহন কৰি আছে। তাৰ বাবে তেওঁলোকৰ কৰ্ম নিশ্চয় প্ৰশংসনীয়। বাংলা পঞ্জিকাসমূহে তেওঁলোকৰ এই পঞ্জিকাসমূহত 'বাংলা সাল' ৰূপে ইয়াক ব্যৱহাৰ কৰি আছে।

ইয়াৰ সঠিক ইতিহাস বুৰঞ্জীকাৰসকলে সিদ্ধান্ত কৰক— কোনো কথা নাই। কিন্তু আমাৰ অসমত প্ৰাচীন সময়ৰপৰা আৰু অসমীয়া পঞ্জিকাসমূহে সিদ্ধান্ত কৰি কৰা সম্পূৰ্ণ নিভাঁজ 'ভাস্কৰাব্দ' ইংৰাজী খ্ৰীষ্টাব্দৰ লগতে অসমৰ বাইজে প্ৰচাৰ কৰিবলৈ লওক। প্ৰসংগক্ৰমে এইটোও উল্লেখনীয় যে অসমত কুৰি শতিকাৰ আগডোখৰত কেইখনমান অসমীয়া আলোচনীয়ে প্ৰতিটো সংখ্যাতে ইংৰাজী চনৰ লগতে এই অসমীয়া চনটোও ব্যৱহাৰ কৰি আছিল। তাৰে এখন হ'ল প্ৰয়াত তাৰানাথ চক্ৰবৰ্তী কাব্যবিনোদৰ সম্পাদনাত প্ৰকাশ পোৱা আলোচনী 'আসাম বান্ধৱ'। সেইদৰে সেইকালৰ বহুকেইখন প্ৰকাশিত আৰু ছপা হোৱা

অসমীয়া আৰু সংস্কৃত গ্ৰন্থৰ ভূমিকা, পাতনি আদিত লেখকসকলে অসমীয়া এই চনটো ব্যৱহাৰ কৰাৰ লগতে ইংৰাজী চনটোও সন্নিৱিষ্ট কৰিছিল। কামৰূপৰ টিহু অঞ্চলৰ বিখ্যাত পণ্ডিত ৰামনাথ দেৱ শৰ্মোপাধ্যায় বিদ্যাভূষণে অসমীয়া ১৩২০ চনত অৰ্থাৎ ইং ১৯১৪ চনত **তীৰ্থ-পদ্ধতি, বিবাহ-পদ্ধতি,** শ্ৰাদ্ধাদি, অন্ত্যেষ্টিক্ৰিয়া আদি বিষয়ৰ কেবাখনো ধৰ্মপুথি ছপা কৰি প্ৰকাশ কৰিছিল। সেইবোৰত এই অসমীয়া চন ব্যৱহাৰ কৰা হৈছিল। তেনেধৰণৰ আৰু বহুত ঊনবিংশ শতিকাৰ কিতাপৰ প্ৰথম সংস্কৰণত আমি এই চন দেখিবলৈ পাওঁ। আজিকালিৰ প্ৰকাশিত গ্ৰন্থতহে কেৱল ইংৰাজী চন ব্যৱহাৰ কৰা হৈছে। আমাৰ গ্ৰহবিপ্ৰ জ্যোতিষীসকলে জাতকৰ কোষ্ঠী-চক্ৰ প্ৰস্তুত কৰোঁতে অসমীয়া এই অব্দ ব্যৱহাৰ কৰিছিল।

এনে পটভূমিতে ব'হাগৰপৰা আৰম্ভ হোৱা এনে এক গুৰুত্বপূৰ্ণ প্ৰকৃত প্ৰাচীন অসমীয়া অব্দৰ ব্যৱহাৰ বিলুপ্ত হ'বলৈ এৰি দিয়া উচিত হ'বনে? **ৰঙালী বিহুৰ সকলো 'স্মৰণিকা'তে এই অসমীয়া চন ইংৰাজী চনৰ লগতে ব্যৱহাৰ কৰা হওক। অসমীয়া সংবাদ-পত্ৰসমূহৰ বহুকেইখনে ৰঙালী বিহু বা বসন্ত-উৎসৱ উপলক্ষে অতি সুন্দৰ আটকধুনীয়া সংকলন প্ৰকাশ কৰে।** প্ৰচলিত আলোচনীসমূহৰো ধুনীয়া বেটুপাতসমৃদ্ধ বিহুসংখ্যা প্ৰকাশিত হয়— এই সময়তে। কিন্তু কোনোতো প্ৰকাশতে ভাস্কৰাব্দৰ উল্লেখ নাই। ই বৰ আক্ষেপৰ কথা। ই যেন পঞ্জিকাৰহে বিষয়— অসমৰ প্ৰায়লোকৰে এনে ধাৰণা।

সুখৰ কথা, ইতিমধ্যে অসম সাহিত্য সভাই বিগত ২০০৭ চনৰ পৰা এই অব্দক স্বীকৃতি দি নিজৰ প্ৰকাশন তথা চিঠি-পত্ৰত ব্যৱহাৰ কৰিবলৈ লৈছে। এই লেখকে ২০০৫ খ্ৰী.ৰ পৰাই এই সম্পৰ্কে বিভিন্ন প্ৰবন্ধ আদি লেখি প্ৰচাৰৰ যত্ন কৰি আছে। ইয়াৰ বহুল প্ৰচলন নিশ্চয় অসম-প্ৰেমৰ অন্যতম চেতনা।

(১) প্ৰয়াত হেমৰথ বৰ্মন ডাঙৰীয়াই *'বুৰঞ্জীত নতুন দৃষ্টিভঙ্গী : ভাস্কৰাব্দ'* নামেৰে ১৯৬১ খ্ৰী.ৰ অসমবাণীৰ কোনো এটা সংখ্যাত লিখিছিল বুলি উল্লেখ পোৱা হৈছে। তেওঁ ১৩৮৬ ভাস্কৰাব্দ (খ্ৰী. ১৯৭৯-৮০) ত সম্পাদন কৰা *সাহিত্যৰথী নৱগ্ৰহ পঞ্জিকাত* 'ভাস্কৰাব্দ' ব্যৱহাৰ

কৰি এটি চমু আলোচনা কৰিছে।

(২) ১৯১১ খ্ৰী. বা ১৩১৮ ভাস্কৰাব্দত টিহু অঞ্চলৰ গন্ধিয়াৰ আল্লিবাৰী গাঁওৰপৰা পণ্ডিত গোপীনাথ শৰ্মাদেৱে *'কামৰূপ পঞ্জিকা'* নামৰ প্ৰথম অসমীয়া পঞ্জিকাখন নিজে গণনা কৰি উলিয়াইছিল আৰু তাত এই অব্দ ব্যৱহাৰ কৰিছিল। গাঁৱতে 'কমলা প্ৰেছ' স্থাপন কৰি নিজে ছপাইছিল।

(৩) ১৮৬০-৬২ শকত সৰভোগৰ ধৰণী মিশ্ৰই *'নতুন অসমীয়া পঞ্জিকা'*, ১৮৭২-৭৭ শকত হাউলীৰ যাদৱ দাসে *'প্ৰাচীন কামৰূপ পঞ্জিকা'*, ১৩৮০ ভাস্কৰাব্দত গুৱাহাটীৰপৰা প্ৰকাশিত *'অসমীয়া পঞ্জিকা'* আৰু ১৩৮৫ ভাস্কৰাব্দত প্ৰকাশ হোৱা যোগেন দাসৰ সম্পাদনাত *'প্ৰাক্‌জ্যোতিষ পঞ্জিকা'*ই ভাস্কৰাব্দৰ ব্যৱহাৰ কৰিছে।

(৪) বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সাঁচিপতীয়া পুথি এখনত (১৫৬ নং) শেষৰ পিনে লেখা আছে।

*দেৱশাকেয় ১৬৪৪।। নৃপশাকশ্চায় ১১২৯।। মাস আষাঢ় ২৯।।*

এই *নৃপশক* ভাস্কৰাব্দৰ সময়টোৰে বা অব্দটোৰে সৈতে মিলি গৈছে। এই *নৃপশক* বা ৰাজশকেই ভাস্কৰাব্দ অৰ্থাৎ কামৰূপী চন।

(৫) ১৭৯৪ খ্ৰী.ৰ ১ ফেব্ৰুৱাৰীৰপৰা তেতিয়াৰ আহোম ৰজা গৌৰীনাথ সিংহই কলিয়াবৰ কান্দাহাৰ চকীলৈকে ইষ্ট-ইণ্ডিয়া কোম্পানীৰ ফৌজ ৰাখি বিদ্ৰোহ দমন কৰাৰ বাবে ফৌজৰ খৰছৰ বাবদ কোম্পানীক ১,৫০,০০০ (একলাখ পঞ্চাশ হাজাৰ) টকা অঞ্চলটোৰপৰা দিবলগীয়া হৈছিল। এই সম্পৰ্কে তেতিয়াৰ বৰফুকন শিৱদত্ত বৰফুকনে কেপ্টেইন ৱেলছৰ সৈতে সেই চনৰ ১২ ফেব্ৰুৱাৰী তাৰিখে এখন লিখিত চুক্তিনামা কৰিছিল। তেতিয়াৰ আদালতত প্ৰচলিত অসমীয়া ভাষাত লেখা এই চুক্তিখনত ইংৰাজী আৰু বাংলা সালৰ সৈতে **'কামৰূপী সন ১২০৩ সাল'** বুলি লিপিবদ্ধ থকা দেখা যায়।□

---

***২০০৫ খ্ৰী.ৰ ২১ এপ্ৰিলৰ 'দৈনিক অসম', ২০০৭ খ্ৰী.ৰ ৫ এপ্ৰিলৰ 'দৈনিক অগ্ৰদূত' আৰু ২০০৮ খ্ৰী.ৰ বঙালী বিহুৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত।***

# কুমাৰ ৰজা ভাস্কৰবৰ্মা সম্পৰ্কে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

অসমৰ জাতীয় ইতিহাস আৰু জাতীয় প্ৰেমৰ প্ৰেৰণা লক্ষ্মীনাথ বেজবৰুৱাৰ হৃদয়ত ইমান সুগভীৰভাৱে আৰু মানসিকভাবে গ্ৰথিত হৈ আছিল যে তেওঁলোকৰ জীৱদ্দশাত আধুনিক গৱেষণা-বিজ্ঞান আৰু ইতিহাস-চৰ্চাৰ সমলবোৰ সুলভ্য হৈ নথকা সত্ত্বেও কেৱল অধ্যয়ন, সুদূৰপ্ৰসাৰী চিন্তাৰ বিশালতা আৰু অতীত শৌৰ্য্য-বীৰ্য্যৰ প্ৰতি ধ্যান-ধাৰণাৰ অধিকাৰী হোৱা বাবেই প্ৰাচীন অসমৰ জাতীয় গৌৰৱৰ ইতিহাস মানসচক্ষুত ভাহি উঠিছিল। অতীতৰ পৰাই যে অসমত এখন সু-সংগঠিত, সু-সংস্কৃত সভ্যতাৰ জাতীয় সমাজ আছিল— ঐতিহাসিক চেতনাবোধেৰে তাৰ কল্পনা বা উপলব্ধি কৰিব পাৰিছিল। তেওঁৰ বিখ্যাত *'অসম সঙ্গীত' (আমি অসমীয়া নহও দুখীয়া')* ৰ ছবিখন এনে চিন্তাৰেই নিদৰ্শন। তাত প্ৰাচীন অসমৰ ঐতিহাসিক ৰজা কুমাৰ ভাস্কৰবৰ্মাৰ উল্লেখ চাওক ঃ

"ভাস্কৰ জেউতি ভাস্কৰবৰ্মা
প্ৰাগজ্যোতিষৰ ৰজা,
ভাৰতৰ ৰজাৰ আগশাৰী ললে
নহয় ই কথা সজা।"

*'নহয় ই কথা সজা'* — ই 'মিথ' নহয়, কল্পনাও নহয়। ই ইতিহাসৰ কথা।

বেজবৰুৱাৰ *'অসমীয়া ভাষা আৰু সাহিত্য'* শিতানত লেখা অতি সুদীৰ্ঘ ৰচনা, যিবোৰ ভাগ ভাগ কৰি অ. ভা. উ. সা. সভাত বক্তৃতাৰূপে পাঠ কৰাৰ উপৰি পাছত 'জোনাকী' আৰু 'বাঁহী'ত প্ৰকাশ কৰিছিল, সেই ৰচনাত অসমৰ ইতিহাস কওঁতে তেওঁ প্ৰাচীন কামৰূপৰ কথা, ভাস্কৰবৰ্মাৰ

কথা আৰু হিউৱেনচাঙৰ বিৱৰণ সম্পৰ্কে বহলাই মন্তব্য কৰিছিল। ভাস্কৰবৰ্মাৰ শ্ৰেষ্ঠত্ব আৰু কামৰূপীয়া মানুহৰ কথা তেওঁ গৌৰৱেৰে বৰ্ণনা কৰিছে। প্ৰাচীন ৰজাসকলৰ কথা কওঁতে তেওঁ কৈছে— *"এই সকলোবিলাক অসমীয়া। অসমীয়া মানে আমি একেখন অসম দেশৰে মানুহ। অসমীয়া মানে কামৰূপীয়া। কামৰূপীয়া মানে অসমীয়া। আগৰ কালত কামৰূপীয়া মানে যি বুজাইছিল, এই কালত অসমীয়া মানে তাকে বুজায়। অসমীয়া বুলিলে উজনিৰ জিলাকেইখনৰ মাথোন মানুহ এনেটো নহয়। ........ পুৰণিকালত কামৰূপীয়া মানে যেনেকৈ উজনিৰে সৈতে গোটেই কামৰূপ ৰাজ্যৰ মানুহক বুজাইছিল, অসমীয়া মানে আজিকালি সেইদৰে গোটেই দেশখনৰ মানুহকে বুজায়।.............*

*সঁচাকৈ ক'বলৈ গ'লে আমি 'অসম' শব্দটোতকৈ 'কামৰূপ' শব্দটোক, 'অসমীয়া' শব্দটোতকৈ 'কামৰূপীয়া' শব্দটোকহে ভাল পাওঁ।* ......" [**বেজবৰুৱা গ্ৰন্থাৱলী**, ২য় খণ্ড, পৃষ্ঠা ১৬৯২-৯৩]। তেওঁ আৰু কৈছিল যে কামৰূপৰ নাম শুনিলেই মহাগৌৰৱান্বিত মহাৰজা ভাস্কৰবৰ্মালৈ মনত পৰে (পৃ. ১৬৯৩)।

"খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰ শেহৰ পৰা সপ্তম শতিকাৰ মাজছোৱালৈকে তৃতীয় যুগ। এইছোৱাত অসম অৰ্থাৎ কামৰূপ সমৃদ্ধিশালী, উন্নত। এই কালত অসম সু-শান্তিৰ ওখ সীমাত। জ্ঞান, বিদ্যা, ধৰম, নীতি-চৰ্চাত এই কাল শ্ৰেষ্ঠ। এই কালত আমি কামৰূপৰ উজ্জ্বল ৰজা ভাস্কৰবৰ্মাক পাওঁ....... [পৃ. ১৬৯৫]।"

*'পুৰণি অসমৰ জিলিঙনি'* ৰচনাতো তেওঁ ভাস্কৰবৰ্মা, হিউৱেন চাঙ আৰু ৰজা শিলাদিত্য (হৰ্ষবৰ্দ্ধন)ৰ কথা কৈ ভাস্কৰবৰ্মাৰ যশস্যা আৰু প্ৰতিপত্তিৰ কথা গৌৰৱেৰে স্মৰণ কৰিছে (পৃ. ১৭১৭)। অসম সাহিত্য সভাৰ সভাপতিৰূপে তেওঁ প্ৰদান কৰা ভাষণতো এইবোৰ কথাকে তেওঁ আকৌ উল্লেখ কৰিছে। (পৃ. ১৮৪৮-৫১)।

আন এটা প্ৰসংগতো *'বাঁহী'*ত লক্ষ্মীনাথ বেজবৰুৱাই এনেদৰে লিখিছিল ঃ

*"ত্ৰয়োদশ শতিকাৰ পাছৰ পৰা অৰ্থাৎ আহোম ৰজা অসমলৈ অহাৰ পিছৰ পৰাহে যে আসাম সুসভ্য হৈছে, আৰু আসামত লিখিত ভাষা*

*আৰু সাহিত্যৰ জন্ম হৈছে, এইকথা কোনো কোনো অসমীয়া সাহিত্যিকৰ পৰা কেতিয়াবা শুনিবলৈ পোৱা যায়। আচৰিত কথা যে আসামত আহোমৰ অভ্যুদয়ৰ আগৰ যুগত যে আসাম ভাৰতত বিদ্যা, জ্ঞান-চৰ্চা আদিত অগ্ৰণী আছিল, এই কথা তেওঁলোকে নাজানে বা জানিব নোখোজে। ভাস্কৰবৰ্মা, পালবংশ আৰু তাৰ আগৰ হিন্দুৰজাসকলৰ কালতো যে আসামৰ জ্ঞান আৰু সভ্যতাৰ সূৰ্য্যৰ ভৰ-দুপৰ হৈছিল, ইত্যাদিৰ অলপ-অচৰপ উৰাদিহ আন নালাগে গেইট চাহাবৰ বুৰঞ্জীৰ Pre-Ahom Periodৰ meagre বিৱৰণতো মন দি পঢ়োতাসকলে পাব পাৰে। আহোমসকলৰ অভ্যুদয়ৰ কালৰপৰা আসামত বিদ্যা-জ্ঞানৰ সূৰ্য্যৰ আবেলি-বেলিকা নে দুপৰীয়া হ'ল সেই সম্ভেদো সেই পাঠে দিব। অৱশ্যে Pre-Ahom Period অৰ প্ৰাচীন আসাম বা কামৰূপৰ বুৰঞ্জীত এতিয়াও ভালকৈ যে পোহৰ পৰি আমাৰ সি দৃষ্টিগোচৰ হোৱা নাই, সেইটো ধ্ৰুপ। কালত যে হ'ব, এই আশাও আমি কৰিছোঁ।..........." [ **বেজবৰুৱা-গ্ৰন্থাৱলী***— তৃতীয় খণ্ড, পৃষ্ঠা ২৪৪৯]।

কামৰূপৰ প্ৰাচীন বুৰঞ্জীৰ ভালকৈ যে তেতিয়া পোহৰ হোৱা নাছিল এই কথা বেজবৰুৱাই জানিও সেই কম পোহৰতে যিখিনি কথা লেখি গ'ল সি এতিয়াও ঐতিহাসিক সত্য হৈ আছে; নতুন পোহৰত তাৰ অকণো হেৰফেৰ হোৱা নাই— বৰং সি প্ৰোজ্জ্বল হৈ ভৱিষ্যৎৱাণী স্বৰূপ হৈছে।

লক্ষ্মীনাথ বেজবৰুৱাই ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ *Early History of Kamrup* (প্ৰথম প্ৰকাশ, ১৯৩৩) গ্ৰন্থখন ভূয়সী প্ৰশংসা কৰি কৈছিল যে এইখন এখন অতি প্ৰাচীন কালৰেপৰা আৰম্ভ কৰি নৰনাৰায়ণ ৰজাৰ কাললৈকে পুৰণি কামৰূপ ৰাজ্যৰ ধাৰাবাহিক বুৰঞ্জী। "....... *বৰুৱাদেৱৰ এই বুৰঞ্জীয়ে আমি কামৰূপীয়াৰ অৰ্থাৎ অসমীয়াৰ লুপ্ত গৌৰৱৰ স্মৃতি জগাই দি মনটো ইমান বহলাই দিলে যে আমি গ্ৰন্থকাৰক কি বুলি সমাদৰ কৰিম, তাৰ যোগ্য ভাষা বিচাৰি পোৱা নাই।*

.... *সপ্তম শতিকাৰ কামৰূপৰ সুবিখ্যাত ৰজা ভাস্কৰবৰ্মা নৰকৰ বংশৰে। ...... কামৰূপৰ ৰজা পুষ্যবৰ্মা, ভাস্কৰবৰ্মাৰপৰা বাৰ পুৰুষ আগত। পুষ্যবৰ্মাৰ ৰাজত্বকাল ৩৮০-৪০০ খ্ৰীষ্টাব্দ বুলি ধৰিব পাৰি।*

*ভাস্কৰবৰ্মাৰ কাল ৬০০-৬৫০ খ্ৰীষ্টাব্দ। ভাস্কৰবৰ্মা মধ্যভাৰতৰ সুবিখ্যাত ৰজা হৰ্ষবৰ্দ্ধন বা শিলাদিত্যৰ সমসাময়িক।.....*" [**বে. গ্ৰ., তৃতীয় খণ্ড,** পৃষ্ঠা ২৫৭৫]।

এইদৰে এগৰাকী সাহিত্যিকে ইতিহাসৰ তেতিয়ালৈ প্ৰাপ্ত তথ্যৰ ভিত্তিত ইতিহাসৰ কথা লিখিছিল আৰু ইতিহাসৰ গ্ৰন্থত প্ৰাচীন অসমৰ অসমীয়া সমাজৰ জাতীয় জীৱনৰ সংবাদ বিচাৰিছিল। 'বাঁহী'ৰ নৱম বছৰৰ একাদশ-দ্বাদশ সংখ্যাৰ এটি টোকাত বঙ্গৰ প্ৰাচীনত্ব, কামৰূপ, সমতট, কৰ্ণসুৱৰ্ণ, পৌণ্ড্ৰবৰ্দ্ধন, তাম্ৰলিপ্ত, শংকৰাচাৰ্য্যৰ কামৰূপলৈ আগমন, জিতাৰী বংশ আদিৰ কথাও ইতিহাসৰ তথ্যৰ আলমতে বিচাৰ কৰি কামৰূপৰ ধাৰাবাহিক প্ৰাচীনত্বৰ সংবাদ দিছিল। [পৃ. ২৬৭১, **প্ৰাগুক্ত গ্ৰন্থ**]।

- **ঃ বেজবৰুৱাৰ প্ৰস্তাৱিত আচনি ঃ 'ভাস্কৰবৰ্মা' নাটক ঃ A great Hindu National Drama :** লক্ষ্মীনাথ বেজবৰুৱা আছিল অসমৰ জাতীয় সাহিত্যিক। জাতীয় প্ৰেমেৰে উদ্ভাষিত হৈ তেওঁ অসমৰ গৌৰৱময় ঘটনা আৰু সংকটকালৰ বিষয়ৰ কথা-বস্তুলৈ ঐতিহাসিক নাট লেখিছিল। শেক্সপীয়েৰৰ ঐতিহাসিক নাটসমূহৰ, বিশেষকৈ ইংলণ্ডৰ সম্ৰাটসকলৰ বিষয়বস্তুক লৈ ৰচনা কৰা নাটকেইখনৰ ভিতৰত থকা স্বদেশপ্ৰেম আৰু জাতীয়ভাবৰ প্ৰেৰণাৰ বাবেই এগৰাকী জাৰ্মান পণ্ডিতে সেই নাটবোৰক ইংলণ্ডৰ জাতীয় মহাকাব্য (National Epic) বুলি কৈছিল।

সেইহিচাপে বেজবৰুৱাই ৰচনা কৰা আহোম-ৰাজত্বকালৰ *'গদাধৰ ৰজা', 'চক্ৰধ্বজ সিংহ', 'জয়মতী কুঁৱৰী', 'বেলিমাৰ'* আদিক আধুনিক অসমীয়া নাটৰ উদ্ভৱৰ প্ৰাৰম্ভিক কালত অসমীয়া সাহিত্যৰ **'জাতীয় মহাকাব্য'** বুলি অভিহিত কৰিব পাৰোঁ। কিন্তু সেয়ে হ'লেও, পাছে, লক্ষ্মীনাথ বেজবৰুৱাই নিজে তাতে সন্তুষ্ট হৈ থকা নাছিল। তেওঁ প্ৰাক্ আহোম কালৰ অসমীয়া জাতিৰ সভ্যতা আৰু সংস্কৃতিৰ পূৰ্ণ পয়োভৰ আৰু বিকাশৰ প্ৰতি লক্ষ্য কৰি প্ৰাচীন অসমৰ জাতীয় জীৱনৰ শক্তিশালী প্ৰতিভূস্বৰূপ ভাস্কৰবৰ্মা আৰু তেওঁৰ জীৱন-কালৰ বিষয়ে এখন নাটক ৰচনা কৰিবলৈ প্ৰস্তুত হৈছিল। **তেতিয়ালৈ জোনাকী যুগত তেনে কল্পনা**

**কোনো এগৰাকী সাহিত্যিকেই কৰা নাছিল। ই এক তাৎপৰ্য্যপূৰ্ণ কথা।**

এই সম্পৰ্কে বেজবৰুৱাই তেওঁৰ ঘনিষ্ঠবন্ধু আৰু সহযোগী প্ৰত্নতাত্ত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামীলৈ ইং ৯.৮.১৫ তাৰিখে হাওৰাৰ ৰোজমেৰী লেনৰপৰা লেখা চিঠিখন চাওক। ইংৰাজীত লেখা সেই চিঠিখনৰ পৰা প্ৰাসংগিক অংশখিনি পাঠকৰ তাৎক্ষণিক দৃষ্টিৰ বাবে তুলি দিলোঁ ঃ

"My dear Gossain...."

"...... Now, to tell you the truth, I am tired of writing this Ahom period things. The question has cropped up, why should I not depict things of the glorious Hindu period that preceded the Ahom-advent to Assam? So I am thinking of writing a drama entitled *'Bhaskarvarman'* whose reign seemed to be the climax of the Hindu civilisation in Assam, as far as chronicled history penetrates into. But without your help it is not quite practicable. Descriptions and details, however scanty, of the great Hindu pundits of deep Sanskrit lore of Kamrup – *Kumarila Bhatta,* our great Assamese *Dak* and other great Sanskritists and ... are to be embodied to show the superior civilization of the period. You understand what I mean. So please carefully prepare a note– with suggestions, and send anything you think fit to be included : Harshavardhana – the procession and so on and so on. It will be, if I succeed, a great *Assamese Hindu National Drama* that will not have to stand upon the events and exploits of the Shan invaders.

I will dedicate my *'Chakradhwaj'* to you, which you will kindly permit."

Your affectionately
L.N. Bezbarua

[পত্ৰলেখা ঃ মহেশ্বৰ নেওগ সম্পাদিত ঃ
১৯৬৯, অসম সাহিত্য সভা
পৃষ্ঠা — ৩১৯-২০]

দুভাৰ্গ্যবশতঃ এই নাটক বেজবৰুৱাই কিন্তু লেখা নহ'ল। তেওঁৰ আঁচনিয়ে কাৰ্য্যকৰীৰূপ নাপালে। পাছত ১৯৩৫ চনত (?) নে ১৯৫২ চনত সু-সাহিত্যিক দৈৱ চন্দ্ৰ তালুকদাৰেহে যেন *'ভাস্কৰ বৰ্মা'* নামে নাটক এখন ৰচনা কৰি তেওঁৰ পূৰ্বসূৰী লক্ষ্মীনাথ বেজবৰুৱাৰ এই সপোন আংশিকভাৱে পূৰণৰ প্ৰয়াস কৰিছিল। সাম্প্ৰতিক কালত প্ৰয়াত ড° বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে *'অবিনাশী'* নামৰ সংস্কৃত ভাষাত লেখা উপন্যাসখনত প্ৰত্নলেখসমূহৰ তথ্যৰ ভিত্তিত ভাস্কৰবৰ্মাৰ জীৱন-চৰিতৰ ছবি অঙ্কন কৰিছে। **কিন্তু কোনোখনতে যেন লক্ষ্মীনাথ বেজবৰুৱাৰ কল্পনাৰ সেইকালৰ ঐতিহাসিক অসমৰ শ্ৰেষ্ঠ ৰজা ভাস্কৰবৰ্মাৰ ছবি প্ৰতিফলিত হোৱা নাই।**

বিশিষ্ট সাহিত্যিক যতীন্দ্ৰনাথ বৰগোঁহায়ে অলপতে সাহিত্য সভাই আঁয়োজন কৰা নৰনাৰায়ণ ৰজাৰ স্মৃতিদিৱসৰ এখন অনুষ্ঠানত বক্তৃতা প্ৰদান কৰি এযাৰ তাৎপৰ্য্যপূৰ্ণভাৱে মন্তব্য দিছিল যে যদি আজি অসমৰ কোনোবা ৰজাক প্ৰশস্তি কৰিবলগীয়া হয়, তেনেহ'লে তেওঁ প্ৰথমেই প্ৰাচীন অসমৰ মহাশক্তিশালী ৰজা ভাস্কৰবৰ্মাৰ আজো ককা মহাভূতিবৰ্মাকহে প্ৰশস্তি কৰিব। কাৰণ অসমৰ ৰাজনৈতিক আৰু জাতীয় ইতিহাসৰ আৰম্ভণি হৈছে ভৌম-বৰ্মন বংশীয় ৰজাসকলৰ দিনতেই। প্ৰাচীন অসমৰ জাতীয় জীৱনৰ ইতিহাস বাদ দি পৰৱৰ্তীকালৰ আহোমযুগৰপৰা অসমৰ ইতিহাস হ'ব নোৱাৰে। এই কথাখিনি বৰ গুৰুত্বপূৰ্ণ আৰু প্ৰণিধানযোগ্য।❑

---

*২০০৭ খ্ৰী.ৰ ১০ মে' সংখ্যাৰ 'দৈনিক অগ্ৰদূত' সংবাদপত্ৰত প্ৰকাশিত।*

# হিউৱেনচাঙ, পুণ্ড্রবৰ্দ্ধন, প্ৰাগ্‌জ্যোতিষপুৰ আৰু কামৰূপ ঃ ইয়াৰ দূৰত্বৰ প্ৰসংগ ঃ

হিউৱেন চাঙৰ ভ্ৰমণ-বৃত্তান্তত উল্লেখ হৈছে যে গঙ্গা নদী পাৰ হৈ পূবলৈ ৬০০ লি. দূৰত্বৰ পাছত পুণ্ড্রবৰ্দ্ধন ৰাজ্য পোৱা হয়। পুণ্ড্রবৰ্দ্ধনৰ পৰা ৯০০ লি পূবলৈ আহি ডাঙৰ বা মহান নদীটো (great river) পাৰ হৈ আহি আমি কামৰূপ পাওঁ। এই ডাঙৰ বা বিশাল নদীটো *T'ang-Shu* ত *Ka-lo-tu* বুলি উল্লেখিত আৰু তাকে কৰতোয়া নদী বুলি পণ্ডিতসকলে সিদ্ধান্ত কৰিছে।

এতিয়া এই স্থান আৰু দূৰত্বৰ সূত্ৰ ধৰি আলেকজেণ্ডাৰ কানিংহাম চাহাবে তেওঁৰ *Ancient Geography of Assam* ত লিখিছিল যে ভৌমবৰ্মন বংশীয় ৰজাসকলৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ সৈতে বৰ্তমান গুৱাহাটীক চিনাক্ত কৰিব নোৱাৰি কাৰণ পুণ্ড্রবৰ্দ্ধনৰপৰা গুৱাহাটীলৈ হিউৱেন চাঙে উল্লেখ কৰা ৯০০ লি অৰ্থাৎ ১৫০ মাইল নহয়। তাতকৈ অধিক।

গুপ্তযুগত উত্তৰবঙ্গৰ ৰাজশাহী, দিনাজপুৰ, বগুৰা অঞ্চল পুণ্ড্রবৰ্দ্ধন-ভুক্তি বা ৰাজ্যৰ ভিতৰত অন্তৰ্ভুক্ত আছিল। সাম্প্ৰতিক কালতো চলি থকা দিনাজপুৰ, মালদহ, ৰাজশাহী, বগুৰা আৰু ৰংপুৰৰ পশ্চিমাঞ্চলসহ এই খণ্ডটোৱেই পুণ্ড্রবৰ্দ্ধন ভুক্তিক সূচাইছিল। আলেকজেণ্ডাৰ কানিংহামে বৰ্দ্ধনকুটিৰ ১২ মাইল দক্ষিণত আৰু বগুৰাৰ ৭ মাইল উত্তৰত কৰতোয়াৰ পাৰত পুণ্ড্রবৰ্দ্ধনৰ ৰাজধানীৰ স্থান আছিল বুলি নিৰ্দ্ধাৰণ কৰিছিল। পুণ্ড্রবৰ্দ্ধন ভুক্তিৰ ৰাজধানীৰ নাম আছিল পুণ্ড্রনগৰ।

১৯৩১-৩২ খ্ৰী.ত. ভাৰত চৰকাৰৰ এক প্ৰকাশিত পুস্তিকাত *(India in 1931-32)* উল্লেখ কৰামতে বগুৰা জিলাৰ **মহাস্থানগড়** বা **মহাস্থানগ্ৰামৰ** প্ৰাচীন ভগ্নাৱশেষবোৰৰ মাজত এটি শিলাখণ্ডত ৬ শাৰীত খোদিত কৰা এক অসম্পূৰ্ণ লিপি পোৱা হৈছিল আৰু ই এক গুৰুত্বপূৰ্ণ আবিষ্কাৰ আছিল। এই লিপি আছিল ব্ৰাহ্মীত আৰু ই খ্ৰী. পূ. প্ৰায় ৩০০ শতিকাৰ অৰ্থাৎ মৌৰ্য্যযুগৰ বুলি নিৰ্ণীত হৈছে। এই লিপিত পুণ্ড্ৰনগৰৰ কথা লিপিবদ্ধ আছে আৰু ইয়ে যে পুণ্ড্ৰবৰ্দ্ধনৰ ৰাজধানী আছিল সেইকথা সঠিকভাৱে উল্লেখিত হৈছে। এতিয়া এই মহাস্থানগড় বা মহাস্থান গ্ৰামকেই এই পুণ্ড্ৰনগৰ আছিল বুলি চিনাক্তকৰণ কৰা হৈছে। দ্ৰষ্টব্য ঃ [ Select Inscriptions : দীনেশ চন্দ্ৰ চৰকাৰ, ক'লকাতা বিশ্ববিদ্যালয়, ১৯৪২ আৰু ১৯৬৫ ]।

এই মহাস্থানগড় বা গ্ৰামৰপৰা গুৱাহাটীলৈ উল্লিখিত ৯০০ লি অৰ্থাৎ ১৫০ মাইল হয় বুলি ডিম্বেশ্বৰ নেওগ মহাশয়ে তেওঁৰ *New Light On History of Assamiya Literature* গ্ৰন্থখনত মন্তব্য কৰিছে। 'Gauhati is of course about 150 miles from Mahasthangarh.'❑

# কালিদাসৰ কাল আৰু তেওঁৰ কাব্যত 'কামৰূপ'-প্ৰসংগ

মহাকবি কালিদাসৰ কাব্য-কৃতিৰ অপূৰ্ব কাব্য-সুষমা আৰু ৰচনা শৈলীৰ মাধুৰ্য্য সংৰক্ষিত হোৱা অন্যতম মহাকাব্য *ৰঘুবংশ*। উনৈশটা সৰ্গত বিভক্ত হোৱা এই মহাকাব্যখনত মহাৰাজ দিলীপৰপৰা অগ্নিবৰ্ণলৈ উনত্ৰিশজন সূৰ্য্যবংশীয় নৃপতিৰ স্বকীয় বৈশিষ্ট্যৰ গুণ-গৰিমাৰে বৰ্ণনা উপস্থাপন কৰা হৈছে। '*ৰঘুবংশ*'ৰ কৃতিত্বই কালিদাসৰ প্ৰতিভা আৰু কাব্যৰ ভাষাক চিৰকালৰ বাবে সন্মান আৰু সমাদৰ আনি দিছে।

কালিদাসৰ এই গ্ৰন্থত 'কামৰূপ' আৰু 'প্ৰাগ্‌জ্যোতিষ'ৰ উল্লেখে কামৰূপৰ সৰ্বভাৰতীয় স্থিতিত এক মৰ্য্যাদাপূৰ্ণ আসন প্ৰদান কৰিছে।

এতিয়া প্ৰথমেই আমি কালিদাসৰ সৃষ্টিৰ কাল সম্পৰ্কে চমুকৈ আলোচনা কৰোঁ। তেওঁৰ সময় সম্পৰ্কে ভিন্ন ভিন্ন মত দেখা যায়। ড° এ মেকডোনেল, ড° কেথ প্ৰভৃতি সংস্কৃত সাহিত্যৰ বুৰঞ্জীলেখকসকলে দ্বিতীয় চন্দ্ৰগুপ্তৰ ৰাজত্বৰ কালকে ধৰি লৈ কালিদাসৰ আবিৰ্ভাৱ কাল খ্ৰীষ্টীয় পঞ্চম শতাব্দীৰ আদি ভাগ বুলি ক'ব খোজে (খ্ৰী. ৩৭৫ৰ পৰা খ্ৰী. ৪১৪ৰ ভিতৰত)। ড° কেথে কয় যে কালিদাসক কোনোৰকমেই গুপ্তযুগৰ পৰা পৃথক কৰিব নোৱাৰি।

দ্বিতীয় চন্দ্ৰগুপ্তৰ পুত্ৰ প্ৰথম কুমাৰগুপ্ত (কুমাৰাদিত্য)ৰ ৰাজত্বকালত (খ্ৰী. ৪১৪—৪৫৫) মন্দসৌৰত প্ৰতিষ্ঠিত এটি সূৰ্য্য-মন্দিৰৰ মেৰামতি হৈছিল খ্ৰী. ৪৭৩ ত। তেতিয়া তাত বৎসভট্টি নামৰ এজন অপ্ৰখ্যাত কবিয়ে ৪৪টা শ্লোকৰ এখন প্ৰশস্তি খোদিত কৰিছিল। এই প্ৰশস্তিৰ সময় আছিল ৫২৯ *মালৱ-সম্বত* অৰ্থাৎ খ্ৰী. ৪৭২—৪৭৩। বৎসভট্টিৰ এই মন্দসৌৰ প্ৰশস্তিত '*ঋতুসংহাৰ*' আৰু '*মেঘদূত*'ৰ শ্লোকৰ

ভাব, ভাষা আৰু শৈলীৰ পূৰ্ণ প্ৰতিফলন বা সাদৃশ্য পৰিলক্ষিত হৈছে বুলি কাব্য-সমালোচকসকল একমত। গতিকে এই প্ৰত্নলেখৰ অৱস্থিতিয়ে কালিদাসৰ সৃষ্টি ইয়াতকৈ আগৰ বুলি স্বাভাৱিকভাৱেই সাক্ষ্য বহন কৰে। ৫ম-ষষ্ঠ শতিকাৰ আলঙ্কাৰিক ভামহ আৰু 'হৰ্ষচৰিত'ৰ স্ৰষ্টা বাণভট্টইও (খ্ৰী. ৭ম শতিকাৰ আদি ভাগ) কালিদাসৰ প্ৰশস্তি কৰিছে।

কালিদাসৰ ৰচনাৰ অন্তৰংগ ইংগিতৰ ভিত্তিত আৰু প্ৰত্নতাত্ত্বিক ভাস্কৰ্য্য, শৈলমূৰ্তি আদিৰ বিচাৰ-বিশ্লেষণৰ ভিত্তিত আৰু অন্যান্য কিছুমান প্ৰাসংগিক সূত্ৰৰ আলমত কালিদাসৰ কাল সম্পৰ্কে আৰু দুটা অভিমত পোৱা যায়। তাৰ ভিতৰত এটা হৈছে খ্ৰীঃপূঃ দ্বিতীয় শতিকাৰ ১৮৪ বছৰৰ পৰা খ্ৰীঃপূঃ ৭৮ৰ ভিতৰত বুলি সিদ্ধান্ত কৰা মত আৰু আনটো হৈছে খ্ৰীঃপূঃ প্ৰথম শতিকাৰ ৫৭ৰ ভিতৰত। ভাৰতীয় কিংবদন্তী বা প্ৰবাদৰ ৰজা, *বেতাল পঞ্চবিংশতি*-প্ৰখ্যাত উজ্জয়িনীৰ মহাৰাজ বিক্ৰমাদিত্যৰ কালো এই সময়তে বুলি সাধাৰণতে ভবা হয়।

প্ৰাচীন উজ্জয়িনীৰ স্থান গৰকলিকা নামৰ এখন ঠাইত 'টেৰাকোটা' বা পোৰা মাটিৰ এটি 'ছিল' (seal) পোৱা হৈছিল। যশস্বী প্ৰত্নতাত্ত্বিক ড° ভি. এচ্ ৱাকাংকাৰে এই 'ছিল'ৰ সৃষ্টিৰ কাল খ্ৰীঃপূঃ প্ৰথম শতিকা হিছাপে গ্ৰহণ কৰি এই উজ্জয়িনীৰ ৰজাৰ কাল সেই সময়ত বুলি ক'ব খোজে। এই 'ছিল'ত থকা স্বস্তিকা প্ৰতীকৰ সৈতে ব্ৰাহ্মী লিপিত লিখিত 'কৃত' শব্দটোৰ প্ৰতি উল্লেখ কৰি ড° ৱাকাংকাৰে মত প্ৰকাশ কৰিছিল যে ৰজা বিক্ৰমাদিত্যৰ ৰাজত্ব কালক সকলোৱে 'কৃত যুগ' বুলি বৰ্ণনা কৰা কথা জানে। খ্ৰীঃপূঃ ১ম শতিকাত ৰজাই উজ্জয়িনী আক্ৰমণ কৰা পশ্চিমৰ কষ্ট্ৰপসকলক পৰাজিত কৰিছিল।

ড° ৱাকাংকাৰে আৰু কয় যে অন্য এটা 'টেৰাকোটা' পদকো তাত পোৱা হৈছে। সেই পদকটোৱে (Medallion) কবি কালিদাসৰ কাল-নিৰ্ণয়ত বিস্তৰভাৱে সহায় কৰে। **এই পদকটোত ভৰতৰ এটা চিত্ৰ আছে। এই চিত্ৰত ভৰতে এটা সিংহৰ দাঁতকেইটা গণনা কৰি থকা দেখা গৈছে। কালিদাসৰ নাটৰ শেষৰফালে *(অভিজ্ঞান শকুন্তলম্)* ভৰতে সিংহৰ দাঁত গণনা কৰি থকা কাৰ্য্যৰ উল্লেখ কৰিছে। গতিকে এই চিত্ৰই কালিদাসৰ**

প্ৰভাৱৰেই ইংগিত কৰা দেখা যায়। খৃঃ পূঃ প্ৰথম শতিকাৰ বুলি নিৰ্ণীত এই Seal আৰু পদকে প্ৰত্নতাত্ত্বিক নিদৰ্শনৰূপে কালিদাসৰ স্থিতিৰ কাল খৃঃপূঃ প্ৰথম শতিকা আৰু খ্ৰীঃ ১ম শতিকাৰ ভিতৰত বুলি ধাৰণা কৰা মতক নিশ্চয় শক্তিশালী কৰে।

উৰিষ্যাৰ ভূৱনেশ্বৰৰপৰা ১৫ কিঃ মিঃ দূৰত খাণ্ডেগিৰি আৰু উদয়গিৰি বুলি দুটা টিলা এতিয়াও আছে। খাণ্ডেগিৰি টিলাৰ ভিতৰত কেইটামান সুপ্ৰসিদ্ধ পুৰণি গুহা আছে। তাৰে এটাৰ নাম ৰাণীগুম্ফ। এই ৰাণীগুম্ফত বহুতো খোদিত দৃশ্যাৱলী আছে। তাৰে এটা দৃশ্যত 'অভিজ্ঞান শকুন্তলম্'ৰ দুষ্যন্তই কণ্ব মুনিৰ আশ্ৰমত প্ৰৱেশ কৰা, পহুবোৰে দৌৰাদৌৰি কৰা, আৰু শকুন্তলাই বননিৰ মাজত লুকাই থকা, শকুন্তলাক দেখি শৰসন্ধানত ৰত ৰজা দুষ্যন্তৰ ধনু কান্ধতে বৈ থকা সুন্দৰ চিত্ৰবোৰ খোদিত হৈছে। এই গুহাবোৰ নিৰ্মিত হৈছিল কলিংগৰ ৰজা খাৰভেল আৰু ৰাণী নুৰৰ মতে। ঐতিহাসিক কালমতে তেওঁলোকৰ ৰাজত্বৰ সময় খ্ৰীঃ পূঃ প্ৰথম শতিকা। খাৰভেল *'অভিজ্ঞান শকুন্তলম'*ৰ জনপ্ৰিয়তা সম্পৰ্কে সচেতন আছিল আৰু সুকুমাৰ কলা-সাহিত্যৰ প্ৰতিও অনুৰক্ত আছিল। গতিকে *'অভিজ্ঞান শকুন্তলম্'* নাটকৰ সৃষ্টি এই কালৰ আগতে বা এই খোদিত কাৰ্য্যৰ আগতে হ'ব লাগিব।

এইদৰে বহিঃ প্ৰমাণৰ ভিত্তিতো কালিদাসৰ কাল খ্ৰীঃপূঃ প্ৰথম শতিকাৰ বুলি নিৰ্ণয় কৰাত অসুবিধা নহয়।

**কামৰূপ-প্ৰসঙ্গ ঃ** 'ৰঘুবংশ'ত সূৰ্য্যবংশীয় ৰজা দিলীপৰ পুত্ৰ ৰঘুৰ ৰাজ্যাভিষেক হোৱাৰ পাছতে ৰঘুৱে দিগ্বিজয়-যাত্ৰা আৰম্ভ কৰিলে। প্ৰথমে পূৰ্বদেশৰ সকলো ৰাজ্য, বংগ আৰু কলিংগৰ মধ্যৱৰ্তী সুব্ৰহ্মদেশ, উৎকল, বংগ প্ৰভৃতি, ক্ৰমে দক্ষিণ, পশ্চিম আৰু তাৰ পাছত উত্তৰলৈ ৰাজ্য জয় কৰি আগবাঢ়ে। কম্বোজদেশ প্ৰভৃতি জয় কৰি হিমালয় অঞ্চললৈ আহে। হিমালয়ৰ কৈলাশক পূৰ্বতে ৰাৱণে আঘাত কৰি কম্পমান কৰিছিল। সেয়ে বীৰ-শ্ৰেষ্ঠ ৰঘুৱে তাত বেছি লজ্জাৰেহে অৱতৰণ কৰিছিল। তাৰ পাছত তেওঁ লোহিত্য নদী পাৰ হৈ প্ৰাগজ্যোতিষৰ ৰজাক পৰাস্ত কৰে।

চকম্পে তীৰ্ণলৌহিত্যে তস্মিন্ প্ৰাগ্‌জ্যোতিষেশ্বৰঃ।
তদ্ গজালানতাং প্ৰাপ্তৈঃ সহ কালাগুৰুদ্ৰুমৈঃ [৪.৮১]

[তেওঁ অৰ্থাৎ মহাৰাজ ৰঘুই লোহিত নদ যেতিয়াই পাৰ হৈছিল, তেতিয়াই প্ৰাগ্‌জ্যোতিষেশ্বৰে (ৰঘুৰ আগমনৰ কথা জানি) ৰঘুৰ হাতীবোৰৰ বন্ধন-স্তম্ভৰূপে ব্যৱহাৰ হোৱা কলা অগৰু গছবোৰৰ দৰে সেইবোৰৰ সৈতে একেলগে কম্পমান হৈছিল।] [গজ+ আলানং, অৰ্থ— হাতী বন্ধা স্তম্ভ]

ন প্ৰসেহে স ৰুদ্ধাৰ্কমধাৰাবৰ্ষদুৰ্দিনম্।
ৰথবৰ্ত্মৰজোঽপ্যস্য কুত এব পতাকিনীম্।। [৪.৮২]

[ৰঘুৰ ৰথমাৰ্গৰ ধূলিয়ে ধাৰাবৰ্ষণহীন দুৰ্দিনৰ দৰে সূৰ্য্যমণ্ডল আচ্ছন্ন কৰিলে (মেঘাচ্ছন্ন বতৰত মেঘে সূৰ্য্যক ঢাকি ৰখা বাবে সেই বতৰ দুৰ্দিন।) উক্ত ৰথৰ ধূলিবোৰ দেখিয়েই প্ৰাগজ্যোতিষৰ ৰজাই সহ্য কৰিব নোৱাৰিলে, ৰঘুৰ সৈন্যৰ প্ৰতাপ সহ্য কৰাতো দূৰৰে কথা। (ৰজঃ = ধূলি, সেহে=সহ্ ধাতু+লিট্)।]

তমীশঃ কামৰূপাণামত্যাখণ্ডলবিক্ৰমম্।
ভেজে ভিন্নকটৈৰ্নাগৈৰন্যানুপৰুৰোধ যৈঃ।। [৪.৮৩]

[কামৰূপৰ ৰজাই পৰাক্ৰমত ইন্দ্ৰক জয় কৰিলেও অন্য ৰজাসকলক মদমত্ত হাতীৰ দ্বাৰা পৰাস্ত কৰিব পৰা সেই হাতী দান কৰি ৰঘুৰ শৰণাপন্ন হ'ল। [আখণ্ডল=ইন্দ্ৰ, ভেজে=(ভজ্ ধাতু-লিট্) ভজনা কৰা, ভিন্নকটঃ= স্ৰৱনমদগন্ধ, মদমত্ত; নাগঃ= হাতী, ৰুৰোধ=ৰুধ্ ধাতু, বাধা প্ৰদান কৰা।]

কামৰূপেশ্বৰঃ তস্য হেমপীঠাধিদেৱতাম্।
ৰত্নপুষ্পোপহাৰেণ চ্ছায়ামানৰ্চ পাদয়োঃ।। (৪.৮৪)

[কামৰূপৰ অধীশ্বৰে ৰঘুৰ স্বৰ্ণখচিত পাদপীঠত তেওঁৰ যি চৰণ যুগলৰ ছায়া পৰিছিল তাকেই দেৱতা জ্ঞান কৰি পুষ্পৰূপ ৰত্ন উপহাৰেৰে ৰঘুক অৰ্চনা কৰিলে।]

তাৰ পাছত এইদৰে চাৰিদিশে ৰঘুই বিজয় সাব্যস্ত কৰি ৰাজধানীলৈ উভটি আহিছিল।

*‘ৰঘুবংশ’*ৰ চতুৰ্থসৰ্গৰ উল্লেখিত এই চাৰিটা শ্লোকত ‘প্ৰাগ্‌জ্যোতিষ আৰু ‘কামৰূপৰ’ এইদৰে উল্লেখ আছে।

এতিয়া কালিদাসৰ কাল খ্ৰীঃ পূঃ প্ৰথম শতিকা বুলি ধৰিলে— ‘প্ৰাগ্‌জ্যোতিষ’ আৰু ‘কামৰূপ’ৰ নাম আৰু স্থানৰ অস্তিত্ব তাৰ পূৰ্বৰপৰাই আছে বুলি ধৰিব পাৰোঁ। এই ক্ষেত্ৰত ‘প্ৰাগজোতিষেশ্বৰ’ আৰু ‘কামৰূপেশ্বৰ’ একে অৰ্থৰেই প্ৰকাশক হৈছে।

‘কামৰূপ’ আৰু ‘কামৰূপৰ’ ৰাজধানী ‘প্ৰাগজ্যোতিষপুৰ’ দুয়োটা নামেই তেতিয়া প্ৰচলিত আছিল। ‘লোহিত্য’ৰ উল্লেখো মন কৰিবলগীয়া।

সেই সময়ত কামৰূপৰ ৰজাৰ প্ৰতাপ আৰু ক্ষমতাৰ অস্তিত্বৰ কথা উল্লেখিত শ্লোককেইটাৰ মাজৰপৰাই প্ৰকাশ হৈছে। ইক্ষ্বাকু কুলৰ প্ৰবল প্ৰতাপী ৰজা ৰঘুৰ হাতত কামৰূপৰ ৰজা পৰাস্ত হ’লেও তেওঁ যে যথেষ্ট ক্ষমতাশালী বীৰ ৰজা আছিল, তেওঁ যে যিকোনো অন্য ৰজাক পৰাস্ত কৰিব পাৰিছিল সেই কথাৰ সম্ভেদ বা ইংগিত ইয়াত পোৱা যায়।

৮৩নং শ্লোকত কোৱা হৈছে যে মদমত্ত হাতীৰে কামৰূপৰ ৰজাই ইন্দ্ৰক জয় কৰিছিল। যদি শ্লোকৰ অৰ্থত ইন্দ্ৰক জয় কৰাজন ৰঘু নহৈ **কামৰূপৰ ৰজাহে বুলি ধৰা হয়, তেনেহ’লে এই অৰ্থই প্ৰাগ্‌জ্যোতিষাধিপতি নৰকাসুৰ অথবা ভগদত্তকে ইংগিত কৰিছে নেকি?** বিষয়টো বিশ্লেষণৰ যোগ্য আৰু যথেষ্ট আলোকসঞ্চাৰী।

প্ৰাচীন অসম হাতীৰ কাৰণে বিখ্যাত আছিল। *‘কালিকাপুৰাণ’*ৰ মতে নৰকাসুৰে কিৰাত ৰজা ঘটকাসুৰক আৰু তেওঁৰ অসংখ্য হাতী বধ কৰি আৰু কিৰাতসকলক বহুত হাতীসহ পূৰ্বলৈ খেদি পঠিয়াই প্ৰাগ্‌জ্যোতিষপুৰত ৰাজ্য স্থাপন কৰিছিল। ২৫০০০ হাতী মাউতসহ হস্তগত কৰি নিজৰ অধীনত আনিছিল। ভগদত্তই শুকুলা হাতী ব্যৱহাৰ কৰি হস্তী-আৰোহী সৈন্যসহ মহাভাৰতৰ যুদ্ধত অংশ গ্ৰহণ কৰা উল্লেখো *মহাভাৰতত* আছে।

এই ৰাজ্যতেই হাতীৰ প্ৰাচীন চিকিৎসা-গ্ৰন্থ সংস্কৃতত লেখা **‘হস্ত্যায়ুৰ্বেদ’ বৈদিক** কালতে সৃষ্টি হৈছিল।

**সেইবাবে শ্লোককেইটাত** সন্নিবিষ্ট হোৱা **হাতীৰ চিত্ৰকল্প প্ৰণিধানযোগ্য আৰু বহু তথ্যৰ ইংগিতবাহক।**

কলা অগৰু বৃক্ষৰ প্ৰাচুৰ্য্যৰ কথাও ইয়াত উল্লেখ হৈছে। বৰ্মন বংশীয় আৰু শালস্তম্ভবংশীয় ৰজাসকলৰ ভূমিদানৰ তামৰ ফলিত কালিদাসৰ শৈলী আৰু ছন্দৰ প্ৰভাৱেৰে ৰচিত হোৱা শ্লোকত কৃষ্ণাগুৰু গছৰ কথা বিশেষভাৱে উল্লেখিত হৈছে। কৃষ্ণ অগৰু গছৰ উল্লেখ 'কৌটিলীয় অৰ্থশাস্ত্ৰতো' আছে।❑

---

**প্ৰসংগ গ্ৰন্থপঞ্জী ঃ**

১। *ৰঘুবংশ, অভিজ্ঞান শকুন্তলম্, ঋতুসংহাৰ* আৰু অন্যান্য কালিদাস-ৰচনা সমগ্ৰ। (*সংস্কৃত সাহিত্য সম্ভাৰঃ* নৱপত্ৰ প্ৰকাশন, কলিকতা)

২। *ৰঘুবংশ,* সংস্কৃত পাঠ্যপুস্তক।

৩। A History of Sanskrit Literature : A. B. Keith

৪। Sanskrit Literature : A. Macdonell.

৫। *Kalidasa : The Loom of Time.*

৬। *সাহিত্য-চিন্তা বিবিধা ঃ* কনক চন্দ্ৰ শৰ্মা (প্ৰবন্ধ-গ্ৰন্থ)।

৭। কালিকাপুৰাণম্ ঃ ড° বিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত।

৮। কামৰূপ শাসনাৱলী ঃ অসম প্ৰকাশন পৰিষদ।

৯। কৌটিলীয় অৰ্থশাস্ত্ৰ ঃ ঐ।

১০। Inscriptions of Ancient Assam : ed. By Dr. M. M. Sharma, গুৱাহাটী বিশ্ববিদ্যালয়।

# ব্ৰহ্মপুত্ৰ আৰু ভাৰতবৰ্ষৰ প্ৰাচীন সাহিত্য

সমগ্ৰ উত্তৰ ভাৰতবৰ্ষ বা আৰ্য্যাৱৰ্ত্তত সিন্ধু, গঙ্গা আৰু ব্ৰহ্মপুত্ৰ এই বিশাল নদী তিনিটাই প্ৰাচীন ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ যে মহান উৎস তাক নতুনকৈ ব্যাখ্যা কৰিবৰ প্ৰয়োজন নাই। কেইবছৰমান আগতে, অৰ্থাৎ ২০০২ চনত গুৱাহাটীৰ শংকৰদেৱ কলাক্ষেত্ৰত 'Cultural Mapping of Assam : Role of the Brahmaputra' নামৰ এক বিশেষ ৰাষ্ট্ৰীয় আলোচনা চক্ৰ অনুষ্ঠিত হৈছিল। তাত ব্ৰহ্মপুত্ৰৰ পাৰৰ সভ্যতা আৰু সংস্কৃতিৰ বিভিন্ন দিশৰ বিস্তৰ গৱেষণা পত্ৰ পাঠ হৈছিল আৰু সেই গুৰুত্বপূৰ্ণ আলোচনাতে সেই বিষয়ে বহু মূল্যৱান তথ্য আৰু সংবাদো প্ৰকাশিত হৈছিল। এই লেখকে তাতে অংশগ্ৰহণ কৰি পাঠ কৰিছিল এখন পত্ৰ। বিষয় আছিল— 'The Brahmaputra in major ancient geography-related and inscriptional literature of India.' 'গুৱাহাটী আলোচনা চক্ৰ'তো বিগত ৬৯৭ সংখ্যক বৈঠকত 'ভাৰতীয় ধৰ্মশাস্ত্ৰত ব্ৰহ্মপুত্ৰৰ বৰ্ণনা' বিষয়ৰ এক বিশেষ আকৰ্ষণীয় আলোচনা হৈছিল। এই দুয়োটা প্ৰসংগতে এই লেখকে আগবঢ়োৱা আলোচনাখিনিৰপৰা চমুকৈ কেইটামান তথ্য উত্থাপন কৰিলো।

অসমৰ জনসাধাৰণে প্ৰায়েই চিন্তা কৰে এই সম্পৰ্কে যে ভাৰতীয় হিন্দু পৰম্পৰাৰ পূজা-পাৰ্বণত 'জলশুদ্ধি'ৰ বাবে যিকেইটা পবিত্ৰ নদীৰ নাম নিৰ্দিষ্ট কৰি পূজকে মন্ত্ৰোচ্চাৰণ কৰে, তাত 'ব্ৰহ্মপুত্ৰ'ৰ সৰ্বভাৰতীয় খ্যাতি থকা সত্বেও নামোল্লেখ নাই কিয়? মন্ত্ৰটো হৈছে ঃ

*ওঁ গংগেচ যমুনেচৈৱ গোদাৱৰি সৰস্বতি।*
*নৰ্মদে সিন্ধু কাবেৰি জলে অস্মিন্ সন্নিধিং কুৰু।।*

এই শ্লোকৰ মাজত পূৰ্ব ভাৰতৰ বাহিৰে সমগ্ৰ ভাৰতবৰ্ষৰেই এক

আৱয়বিক ভৌগোলিক চিত্ৰ পৰিস্ফুট হয়। অথচ 'বিষ্ণুপুৰাণ'ত সেইখন ভাৰতবৰ্ষৰে সমগ্ৰ ভূগোল চিত্ৰিত হৈছে এনেদৰে ঃ

*উত্তৰং যৎ সমুদ্ৰস্য হিমাদ্ৰেশ্চৈৱ দক্ষিণম্।*

*বৰ্ষং তদ্ ভাৰতং নাম ভাৰতী যত্ৰ সন্ততিঃ।। (২-৩)*

(সমুদ্ৰৰ উত্তৰত আৰু হিমালয়ৰ দক্ষিণত থকা বৰ্ষখনৰ নামেই ভাৰত, ইয়াতেই ভাৰত-সন্তানসকলে বাস কৰে)। তেনে এখন ভাৰতৰে অঙ্গ প্ৰাচীন কামৰূপ বা অসম ৰাজ্য, যাৰ কথা আকৌ এই শাস্ত্ৰতে এনেদৰে বিধৃত হৈছে—

*'পূৰ্বদেশাদিকাশ্চৈৱ কামৰূপনিবাসিনঃ।' আৰু*

*'পূৰ্বে কিৰাতা যস্য স্যুঃ পশ্চিমে যৱনাঃস্থিতাঃ।"*

*(বি. পু.-৭/৮)*

সেইদৰে ব্ৰহ্মপুত্ৰ নদীৰ বা লৌহিত্যৰ উল্লেখো অন্যান্য ধৰ্মশাস্ত্ৰত আছে (পাছত কোৱা হৈছে)।

তৎসত্বেও স্মৃতিকাৰ বা মন্ত্ৰকাৰসকলে ব্ৰহ্মপুত্ৰ নদক 'জলশুদ্ধি'ৰ মন্ত্ৰত সন্নিবিষ্ট নকৰাৰ কাৰণ কি?

ইয়াৰ কাৰণ বিশ্লেষিত হোৱা নাই। কিন্তু এইবুলি ভাবিব পাৰি নেকি যে 'ব্ৰহ্মপুত্ৰ' পুংলিঙ্গ হিচাপে বিবেচ্য— ই পুৰুষ 'নদী'? তেতিয়া হ'লে 'সিন্ধু' (ইয়াকো পুংলিঙ্গ হিচাপে ভবা হয়)ৰ নাম কেনেকৈ সন্নিবিষ্ট হয়? অথবা মন্ত্ৰকাৰ বা ঋষিসকলে এই নদৰ স্থিতিৰ বিষয়ে অৱগত নাছিল নেকি? অথবা অন্য এক গুৰুত্বপূৰ্ণ প্ৰশ্ন এই যে এই নদীৰ জলৰ পাপমোচন কৰি বিশুদ্ধ কৰিব পৰা স্বাভাৱিক শক্তি নাই নেকি— যি ধৰণে আছে *গঙ্গা, যমুনা, সৰস্বতী, গোদাবৰী, সিন্ধু আৰু কাবেৰীৰ?*

এইখিনিতে প্ৰসঙ্গক্ৰমে মনকৰিবলগীয়া যে পৌৰাণিক কাহিনীত ব্ৰহ্মপুত্ৰৰ জন্মৰ ক্ষেত্ৰত ঋষি শান্তনু-পত্নী অমোঘাৰ সৈতে সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰ সঙ্গমৰ ইচ্ছা হৈছিল আৰু তাৰ ফলতে জলৰূপত এক পিণ্ড সৃষ্টি হৈছিল। শান্তনুৱে তেওঁক তেতিয়া কৈলাশ, গন্ধমাদন, জাৰুধি আৰু সম্বৰ্ত্তক পৰ্বতৰ মাজত স্থাপিত কৰি থৈছিল। এই জলপিণ্ডই ক্ৰমে ক্ৰমে বৃদ্ধিপ্ৰাপ্ত হৈছিল আৰু জমদগ্নি ঋষিৰ পুত্ৰ মাতৃহত্যাকাৰী পৰশুৰামে পিতৃৰ নিৰ্দেশ

মতে এই ব্ৰহ্মকুণ্ডত স্নান কৰি মাতৃহত্যা পাপৰপৰা মুক্ত হৈছিল। স্নান কৰি এই নদৰ পানী খাই পৰশুৰামে তেওঁৰ কুঠাৰেৰে এই জলকুণ্ডৰ বাট কাটি ধৰণীত বৈ যাবলৈ সুবিধা কৰি দিছিল। ব্ৰহ্মকুণ্ডৰপৰা এইদৰে নিৰ্গত হৈ ই মানস সৰোবৰত পৰে আৰু তাৰ পৰাই (তিব্বতত 'চাংপো' নাম লৈ) অসমৰ উত্তৰ-পূব কোণত দিহং, দিবং আৰু আন এক শাখাৰে সম্পূৰ্ণ লৌহিত্য বা লোহিত নাম লৈ অসমৰ ভৈয়ামলৈ নামি আহে। ব্ৰহ্মাইহে হেনো এই ব্ৰহ্মপুত্ৰৰ নাম দিছিল লৌহিত্য। (দ্ৰষ্টব্য ঃ *'কালিকাপুৰাণ'*ৰ ৮২ অধ্যায়)।

গতিকে ধৰ্মীয় তাৎপৰ্য্যৰে এনে হ'ব পাৰে নেকি— যিহেতু ব্ৰহ্মপুত্ৰৰ জন্ম-আখ্যানত কিছু যৌনগন্ধী অপৱিত্ৰতা আছে আৰু তাৰ পাছতো তেজস্বী ঋষি পৰশুৰামৰ ভয়ানক পাপৰ সকলো প্ৰাবল্য এই নদেই গ্ৰহণ কৰি ঋষিক পাপমুক্ত কৰি নিজেই কিছু পৰিমাণে নিজৰ বিশুদ্ধতাক ম্লান কৰি পেলালে, সেয়ে ভৱিষ্যতে ইয়াৰ পাপ-হৰণ কৰা শক্তি ক্ষয় হ'ল? অৱশ্যে এই ধাৰণাৰ কোনো ধৰ্মীয় প্ৰমাণ বা তথ্য নাই আৰু এইদৰে কোনেও বিশ্লেষণো কৰা নাই।

পূৰ্বতে এইদৰে ব্ৰহ্মপুত্ৰৰ জলৰ পৱিত্ৰতাক লৈ মন্ত্ৰ-সৃষ্টি নোহোৱাৰ বাবে শেষত *'যোগিনী তন্ত্ৰ'* (খ্ৰী. চতুৰ্দশ শতিকাত ৰচিত বুলি সাধাৰণতে স্বীকৃত) আৰু ষোড়শ শতিকাৰ সংস্কৃত কবি-স্মৃতিকাৰ পীতাম্বৰ সিদ্ধান্ত বাগীশৰ *'তীৰ্থ কৌমুদী'* আদি গ্ৰন্থত ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনদীসমূহৰ পাৰসমূহক তীৰ্থস্থান জ্ঞান কৰা হ'ল আৰু ব্ৰহ্মপুত্ৰত স্নান কৰিলে সকলো পাপ ক্ষয় হ'ব বুলি মন্ত্ৰ ৰচিত হ'ল। আনকি চ'ত মাহৰ আশোকাষ্টমীত ইয়াৰ জলত গঙ্গা নদীৰ এধাৰা জলস্ৰোত মিহলি হয় বুলি আৰু সেইবাবে এই কালত ব্ৰহ্মপুত্ৰ আৰু অন্যান্য উপনদীসমূহত স্নান কৰাৰ সাৰ্থকতাৰ কথা কোৱা হ'ল।

*ওঁ ব্ৰহ্মপুত্ৰ মহাবাহো শান্তনোঃ কুলনন্দন।*
*অমোঘা গৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ।। (স্পৰ্শন মন্ত্ৰ)*

আৱাহন মন্ত্ৰ—

*ওঁ ব্ৰহ্মপুত্ৰ নদশ্ৰেষ্ঠ যামদগ্নৱতাৰিত।*
*পশুৰ্নাদত্ত মাৰ্গেন আগচ্ছ বৰদো ভব।।*

অশোকাষ্টমীৰ তাৰিখত ইয়াত স্নান কৰিলে কেনে শুভ ফল হয়, মন্ত্ৰাকাৰে কোৱা হৈছে এনেদৰে ঃ

*চৈত্ৰেমাসি সিতাষ্টম্যাং যো নৰো নিয়তেন্দ্ৰিয়ঃ।*
*স্নাতি লৌহিত্যতোয়েষু স যাতি ব্ৰহ্মণঃ পদম্।।*

এইদৰে বিভিন্ন তীৰ্থ-বিধিত ব্ৰহ্মপুত্ৰত স্নান বিষয়ক মন্ত্ৰেৰে ইয়াৰ পবিত্ৰতা আৰু গুৰুত্ব সংৰক্ষণ কৰা হৈছে। স্নান-বিধিৰ মন্ত্ৰসমূহত ব্ৰহ্মপুত্ৰ আৰু লোহিত্য উভয় নামকে ৰক্ষা কৰা হৈছে।

প্ৰাচীন ভাৰতীয় সাহিত্যত আৰু ধৰ্মৰ বিভিন্ন গ্ৰন্থত ব্ৰহ্মপুত্ৰৰ নাম লৌহিত্যৰূপেহে সন্নিবিষ্ট হৈ আছে। সম্ভৱতঃ অসমত ৰচিত *'কালিকাপুৰাণ'*ৰ (খ্ৰীষ্টীয় নৱম শতিকাত ৰচিত বুলি স্বীকৃত) সময়ৰ পৰাহে ব্ৰহ্মপুত্ৰ নামটোও প্ৰচলিত হৈছে। এই উপপুৰাণৰ ৮২ অধ্যায়ত উল্লেখ কৰি অহা মতে ব্ৰহ্মপুত্ৰৰ উৎপত্তি আৰু ইয়াৰ সৈতে পৰশুৰামৰ সম্পৰ্ক- — এই দুটা কাহিনী সংযোজিত কৰা হৈছে। 'পদ্মপুৰাণ'তো লৌহিত্য তীৰ্থৰ বৰ্ণনা কৰা হৈছে আৰু ইয়াৰ জন্ম কথা কোৱা হৈছে; কিন্তু 'কালিকাপুৰাণ'ৰ আখ্যানৰ সৈতে সামান্য পাৰ্থক্য আছে।

দেৱীৰ মাহাত্ম্য-বৰ্ণনাৰ বাবে ৰচিত বিখ্যাত তন্ত্ৰ-গ্ৰন্থ— *'শক্তি সংগম তন্ত্ৰ'*ত অৱশ্যে ব্ৰহ্মপুত্ৰৰ উল্লেখ পোৱা হয় ভৌগোলিক পৰিচিতি সংক্ৰান্তত। যদি এই গ্ৰন্থৰ প্ৰাচীনত্ব 'কালিকাপুৰাণ'তকৈ অধিক হয় (এই গ্ৰন্থ খ্ৰীষ্টীয় সপ্তম শতিকাত ৰচিত বুলি কোৱা হয়), তেতিয়াহ'লে ইয়াতেই প্ৰথম 'ব্ৰহ্মপুত্ৰ' নামৰ উল্লেখ বুলি ধৰা হ'ব পাৰে।

ইয়াৰ সংশ্লিষ্ট শ্লোকটো হ'ল ঃ

*ৰত্নাকৰং সমাৰভ্য ব্ৰহ্মপুত্ৰান্তগঃ শিৱে।*
*বংগদেশো ময়াপ্ৰোক্তঃ সৰ্বসিদ্ধিপ্ৰদৰ্শকঃ।।*

*(তৃতীয় খণ্ড, ৭ম পটল, শ্লোক ৩)*

*ৰামায়ণত* প্ৰাগ্‌জ্যোতিষ, ধৰ্মাৰণ্য, নৰক আদিৰ উল্লেখ আছে যদিও লৌহিত্যৰ উল্লেখ বিভিন্ন সংস্কৰণৰ ৰামায়ণত পোৱা নাযায়। মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্তবাগীশে তেওঁৰ *'তীৰ্থকৌমুদী'* গ্ৰন্থখনত এটি শ্লোকাংশ উদ্ধৃত কৰিছে ৰামায়ণৰ 'কিস্কিন্ধ্যা কাণ্ড'ৰ পৰা --

*'লৌহিত্যঞ্চ নদশ্ৰেষ্ঠং শৈলকাননশোভিতম্'*। ('তীৰ্থ কৌমুদী', পৃঃ ১০৬--*এবিলাক*)

বৰ্তমান কালৰ এগৰাকী সংস্কৃত পণ্ডিত প্ৰয়াত হৰেকৃষ্ণ মিশ্ৰইও 'কিষ্কিন্ধ্যা কাণ্ড'ত থকা বুলি এটি শ্লোক তেওঁৰ গ্ৰন্থ 'সংস্কৃত সাহিত্যত অসম প্ৰসংগ'ত উদ্ধৃত কৰিছে ঃ

*মাগধান্ দণ্ডকূলান্চ বঙ্গান্অঙ্গাং স্তথৈব চ।*
*মহানদং চ লৌহিত্যং শৈলকাননশোভিতম্।।*

আকৌ পশ্চিমবঙ্গৰ বৃহৎ বাংলা অভিধান 'বঙ্গীয় শব্দকোষ' (সাহিত্য একাডেমী, ১৯৬৭)ত অভিধান-প্ৰণেতা হৰিচৰণ বন্দোপাধ্যায়েও ৰামায়ণত 'লৌহিত্য' আছে বুলি প্ৰসংগক্ৰমে কৈছে (দ্ৰষ্টব্য— Gaspare Gorresio নামৰ পণ্ডিতৰ সম্পাদিত ৰামায়ণ)।

কিন্তু সাম্প্ৰতিক ৰামায়ণ-সংস্কৰণসমূহত এই শ্লোকটো পোৱা নাযায়, তাৰ পৰিৱৰ্তে আমি পাওঁ—

'মহীং কালমহীং চাপি শৈলকাননশোভিতাম্।।

গতিকে এই প্ৰসংগটো সম্পৰ্কে অধিক অনুসন্ধানৰ প্ৰয়োজন আছে। 'কৃত্তিৱাসী বাংলা ৰামায়ণ'ত অৱশ্যে এনেদৰে আছে ঃ

*ব্ৰহ্মপুত্ৰ তৰি বংগে কৰিহ প্ৰবেশ।*
*মন্দৰ পৰ্বতে যাও কিৰাতেৰ দেশ।।*

*(কিষ্কিন্ধ্যা কাণ্ড--পৃঃ ২১৩)*

'ৰামায়ণ'ত ব্ৰহ্মপুত্ৰ বা লৌহিত্যৰ নামোল্লেখে নিশ্চয় এই নদীৰ স্থিতিত বা প্ৰাচীনত্বত এক তাৎপৰ্য্যপূৰ্ণ দিশৰ ইংগিত দিব পাৰে।

'মহাভাৰত'ত লৌহিত্যৰ উল্লেখ বহু স্থানত আছে। ইয়াত লৌহিত্যই অঞ্চল আৰু নদী উভয়কে যথা যথা স্থানত সূচিত কৰে।

সভাপৰ্বৰ নৱম অধ্যায়ত পৱিত্ৰ নদীসমূহৰ তালিকা আছে। তাত 'কৰতোয়া' আৰু 'লৌহিত্য'ৰ নাম পোৱা যায়।

'কৰতোয়া তথাত্ৰেয়ী লৌহিতশ্চ মহানদঃ।।'

এই পৰ্বতে আন এটি অধ্যায়ত ভীমৰ পূৰ্ব দেশৰ অভিযান সম্পৰ্কত নিম্নোক্ত শ্লোকটি পোৱা যায়—

*এবং বহুবিধান্ দেশান্ বিজিত্য পৱনাত্মজঃ।*
*বসু তেভ্য উপাদায় লৌহিত্যমগমদ্ বলী।।*
*স সৰ্বান্ ম্লেচ্ছনৃপতীন্ সাগৰানুপবাসিনঃ।*
*কৰমাহৰায়মাস ৰত্নানি বিবিধানি চ।। (৩০. ২৬-২৭)*

ইয়াত 'ম্লেচ্ছাধিপতি', 'সাগৰানুপবাসী' প্ৰভৃতি শব্দ তাৎপৰ্য্যপূৰ্ণ। প্ৰকৃততেঃ এই প্ৰসংগ কামৰূপৰাজ ভগদত্তৰ; আৰু 'লোহিত্যক' ইয়াত সমগ্ৰ অঞ্চলটোকে অৰ্থাৎ লৌহিত্যৰ পাৰৰ অঞ্চলটোকে বুজাইছে। ৩৪ অধ্যায়ৰ ৯ শ্লোকত ইয়াৰ স্পষ্টতা আমি পাওঁ।

*প্ৰাগ্‌জ্যোতিষশ্চ নৃপতিৰ্ভগদত্তো মহাবলঃ ।।*
*স তু সৰ্বৈঃ সহ ম্লেচ্ছৈঃ সাগৰানুপবাসিভিঃ।*

'মহাভাৰতৰ 'বনপৰ্ব'ত শ্ৰীৰামৰ প্ৰভাৱত লৌহিত্য নদ যে তীৰ্থৰ বাবেও পবিত্ৰ সেইকথাও কিন্তু স্পষ্টভাৱে উল্লেখ হৈছে ঃ

*ৰামস্য চ প্ৰভাবেন তীৰ্থং ৰাজন্ কৃতং পুৰা।*
*তৎ লৌহিত্যং সমাসাদ্য বিন্দ্যাদ্ বহু সুৱৰ্ণকম্।।*

*(৮৫. শ্লোক ২)*

(ৰামৰ অনুকূল প্ৰভাৱত এই লৌহিত্য তীৰ্থত পৰিণত হৈছে। ইয়ালৈ আহি ইয়াত যিয়ে স্নান কৰে সিয়ে বহু ধন-সম্পদ লাভ কৰে।)

**সম্ভৱতঃ ইয়াত এই ৰামে ৰজা ৰামচন্দ্ৰক নুবুজাই পৰশুৰাম—ৰামকেই বুজোৱা হৈছে।** প্ৰসংগক্ৰমে উল্লেখনীয় যে পৰশুৰামকো ৰাম বুলি বিভিন্ন গ্ৰন্থত উল্লেখ কৰা আছে আৰু আমাৰ শ্ৰীকৃষ্ণৰ দশাৱতাৰ কল্পনাৰ ধাৰণাত পৰশুৰামো অন্যতম অৱতাৰ।

**'অৰ্থশাস্ত্ৰ'ত ব্ৰহ্মপুত্ৰ বা লৌহিত্য ঃ**

*কৌটিল্যৰ অৰ্থশাস্ত্ৰ* প্ৰাচীন ভাৰতৰ ৰাজনীতি, অৰ্থনীতি আৰু সমাজ জীৱনৰ এখন গুৰুত্বপূৰ্ণ কৰ্তৃত্বশীল বৃহৎ গ্ৰন্থ। এই গ্ৰন্থত ৰাষ্ট্ৰখনৰ জীৱ-জন্তু, উদ্ভিদ, খনিজ আৰু ঔদ্যোগিক সম্পদসমূহৰ স্থান অনুসাৰে অঞ্চলসমূহৰ কথা উল্লেখ হৈছে। পাট, কপাহ, গন্ধযুক্ত উদ্ভিদ আদি উত্তৰ আৰু পূব অঞ্চলত পোৱা গৈছিল বুলি তাত কোৱা হৈছে। লৌহিত্য নদীৰ পাৰত কৰ্পূৰ, চন্দন আদি হয় বুলি *অৰ্থশাস্ত্ৰত* উল্লেখ আছে।

*ভদ্ৰশ্ৰিয়ং পাৰলৌহিত্যকং জাতীবৰ্ণম্।* (২.১১.৬৮)

'ভদ্ৰশ্ৰিয়' হৈছে কৰ্পূৰ আৰু ৰঙা চন্দনজাতীয় গন্ধবিশিষ্ট উদ্ভিদ। 'পাৰলৌহিত্য'ৰ অৰ্থ ব্ৰহ্মপুত্ৰ নদীৰ পাৰ।

কোনো কোনো টীকাকাৰে 'তৈল পৰ্ণিক' জন্মা সুবৰ্ণকুড্য (সোণকুৰিহা?) আদি কামৰূপৰ অঞ্চলকে বুজাইছে বুলিও কয়। সেয়ে হ'লেও ব্ৰহ্মপুত্ৰৰ উপনদী পাগলাদিয়া নদীৰ পাৰৰ 'সোণকুৰিহা' আদি অঞ্চলৰ সম্পৰ্কও এই লৌহিত্যৰ সৈতেই বিজৰিত হৈ আছে।

কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ ৰচনা কাল খ্ৰীঃপূঃ চতুৰ্থ শতিকাৰ বুলি গণ্য কৰা হয়।

**'হস্ত্যায়ুৰ্বেদ', 'ৰঘুবংশ' আৰু 'বৃহৎসংহিতা'ত লৌহিত্য ঃ**

খ্ৰীষ্টীয় শতাব্দীৰ আৰম্ভণিতেই পালকাপ্যৰ 'হস্ত্যায়ুৰ্বেদ' গ্ৰন্থ ৰচিত হয়। বহুতৰ মতে খ্ৰী.পূ. শতিকাতেই ৰচিত। এই গ্ৰন্থ হাতীৰ অসুখকে ধৰি বিভিন্ন হাতী সম্পৰ্কীয় তথ্যৰ এখন গুৰুত্বপূৰ্ণ গ্ৰন্থ আৰু ই অসমৰ পূৰ্বাঞ্চলত পালকাপ্য মুনিৰ দ্বাৰা সংকলিত বুলি স্বীকৃত। সামগায়ন ঋষিৰ আশ্ৰম 'লৌহিত্য' নদীৰ পাৰত আছিল বুলি কথিত আৰু তাতেই পালকাপ্য মুনিও জন্মিছিল।

*'শৈলৰাজসানুদেশে লৌহিত্যসাগৰং প্ৰতি'*

ইয়াত 'প্ৰতি' শব্দৰ অৰ্থ 'ওচৰত' আৰু 'সাগৰ' শব্দ 'লৌহিত্য'ৰ বিশেষণৰূপে ব্যৱহৃত। *লৌহিত্যসিন্ধু* আৰু *লৌহিত্যসাগৰ* আৰু *লৌহিত্যাব্ধি* আদিও একে অৰ্থৰ— এই শব্দকেইটা কামৰূপৰ প্ৰাচীন তাম্ৰলিপিত সন্নিবিষ্ট আছে।

'ৰঘুবংশ'ৰ চাৰিটা শ্লোকত 'লৌহিত্য'ৰ উল্লেখ হৈছে। কালিদাসৰ কালত প্ৰাচীন কামৰূপ যে ভাৰতীয় ভূগোল-জ্ঞানত স্পষ্ট ৰূপত চিত্ৰিত হৈ আছিল— তাৰ প্ৰমাণ এই বিশিষ্ট প্ৰখ্যাত গ্ৰন্থ 'ৰঘুবংশ'। ৰঘুৰ দ্বিগ্বিজয় -কাহিনীত অঞ্চলসমূহৰ পৰিচয় আছে। এই গ্ৰন্থতেই প্ৰথম *কামৰূপ* আৰু *প্ৰাগজ্যোতিষ* একেলগে উল্লেখিত হৈছে আৰু সমাৰ্থকভাৱে ব্যৱহাৰ হৈছে।

খ্ৰীঃ পঞ্চম-ষষ্ঠ শতিকাত সৃষ্ট বুলি জনাজাত হোৱা ভাৰতৰ প্ৰাচীন বিশ্বকোষ *'বৃহৎসংহিতা'*তো লৌহিত্যৰ নাম হেৰাই যোৱা নাই। ইয়াতো

'লৌহিত্য' এটা নদী আৰু 'প্ৰাগজ্যোতিষ' এক অঞ্চল বুলি লৌহিত্যক ক্ষিৰোদ সমুদ্ৰ আদি বুলি অভিহিত কৰা হৈছে। *(দ্ৰষ্টব্য ঃ বৃহৎসংহিতা, ১৬ অধ্যায়)।*

এইবিলাক উল্লেখিত গ্ৰন্থৰ উপৰিও ভাৰতৰ বিভিন্ন পুৰাণ— *বায়ুপুৰাণ, ব্ৰহ্মপুৰাণ, ব্ৰহ্মাণ্ডপুৰাণ, পদ্মপুৰাণ, মাৰ্কণ্ডেয়পুৰাণ*— আদিত নদী হিচাপে লৌহিত্যৰ নাম সমাদৃত হৈছে। বাহুল্যৰ বাবে ইয়াত বিস্তৃত আলোচনা কৰা নহ'ল।

আন এটা উল্লেখনীয় ঐতিহাসিক তথ্যসমৃদ্ধ সংবাদ এই যে বিভিন্ন সময়ত প্ৰাচীন সম্ৰাটসকলে ভূমিদান কৰা সংবাদ লিপিবদ্ধ হোৱা তাম্ৰলিপি বা শাসনসমূহৰ প্ৰসংগ-স্থানত লৌহিত্য, কামৰূপ আৰু প্ৰাগজ্যোতিষৰ কথা উল্লেখিত হৈ আছে। অসমৰ বাহিৰৰ প্ৰাচীন শিলালিপি **'এলাহাবাদ স্তম্ভলিপি', 'অপসড় লিপি'** আৰু অন্যান্য লিপিত সেই সংবাদ আছে। এইবোৰৰ সময় কাল খ্ৰীঃ চতুৰ্থ শতিকাৰ পৰা দ্বাদশ শতিকালৈ।

অসমৰ লিপিসমূহৰ কথাও এই চমু আলোচনাত অন্তৰ্ভুক্ত কৰা নহ'ল।

কিন্তু এইবোৰ তথ্যই প্ৰমাণ কৰে যে ব্ৰহ্মপুত্ৰ বা লৌহিত্যৰ সিন্ধু-গঙ্গাৰ দৰেই আছে এক সুগভীৰ আৰু সুপ্ৰাচীন ঐতিহ্য। নহ'লে এনেদৰে ভাৰতৰ প্ৰাচীন উৎসসমূহত ই উত্তৰ-পূৰ্বাঞ্চলৰ চিহ্নিত নিদৰ্শন হৈ নাথাকিলেহেঁতেন।

ভাৰতীয় প্ৰত্নতাত্ত্বিক, ইতিহাসবিদ আৰু গৱেষকসকলে সেইবাবে 'ব্ৰহ্মপুত্ৰ সভ্যতা' বোলা এই নামকৰণটোৰ যথাৰ্থতাক স্বাভাৱিকভাৱেই স্বীকৃতি দিয়া উচিত।❑

---

গুৱাহাটী আলোচনা-চক্ৰৰ 'অতুলচন্দ্ৰ বৰুৱা স্মৃতি দিৱস'ৰ স্মাৰক বক্তৃতাৰ সম্পাদিত ৰূপ, [২০০৫খ্ৰী.]।

# কামৰূপ, প্ৰাগ্‌জ্যোতিষপুৰ আৰু 'পৌড়াকৌৰ' বা পোড়াকাউৰ

১। খ্ৰী. ষোড়শ-সপ্তদশ শতিকাৰ পণ্ডিত মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্তবাগীশে কোঁচ ৰজাসকলৰ পৃষ্ঠপোষকতাতে সাহিত্য আৰু জ্ঞানৰ চৰ্চা কৰিছিল। অষ্টাদশ স্মৃতি-কৌমুদী ৰচনা কৰি তেওঁ কামৰূপৰ বিখ্যাত স্মৃতি-নিবন্ধকাৰ ৰূপে জিলিকি আছে। তাৰে ভিতৰত তেওঁৰ অন্যতম প্ৰধান গ্ৰন্থ **'তীৰ্থকৌমুদী'**। এই গ্ৰন্থত অসমৰ প্ৰাচীন তীৰ্থ, নদ-নদী আৰু সংলগ্ন পাহাৰ বা টিলাৰ ভৌগোলিক পৰিচয় লিপিবদ্ধ কৰি এই স্থানসমূহৰ পৱিত্ৰতা আৰু দিব্যভাবৰ গুৰুত্ব বৰ্ণনা কৰিছে। সেই নদ-নদীসমূহত পূজা কৰা আৰু স্নান কৰা মন্ত্ৰসমূহ তেওঁ তাত সন্নিৱিষ্ট কৰি সৰ্বভাৰতীয় গ্ৰন্থ আৰু শাস্ত্ৰসমূহত থকা সেইবোৰৰ উল্লেখ উদ্ধৃত কৰিছে। অপৰিহাৰ্য্য আৰু স্বাভাৱিকভাৱেই তেওঁ অসমৰ *'কালিকাপুৰাণ'* আৰু *'যোগিনীতন্ত্ৰ'*ৰ পৰাও প্ৰাসংগিক শ্লোকবোৰ তুলি দি এই দুয়োখন গ্ৰন্থৰে তথ্যৰ প্ৰামাণ্যও প্ৰদান কৰিছে। ধৰ্মীয় গ্ৰন্থ হ'লেও অসমৰ ভৌগোলিক আৰু সামাজিক দিশত জাতীয় জীৱন আলোকিত কৰা এই গ্ৰন্থখনৰ গুৰুত্ব সীমাহীন।

২। প্ৰয়াত ড° বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে সম্পাদনা কৰা এই গ্ৰন্থখন 'আনন্দৰাম বৰুৱা ভাষা আৰু কলা-সংস্কৃতি অনুষ্ঠানে' ইং ১৯৯৮ চনত প্ৰকাশ কৰিছে।

এই গ্ৰন্থৰ *'কামৰূপ নিৰ্ণয় খণ্ড'*ত প্ৰাগজ্যোতিষপুৰৰ উল্লেখ থকা *'কালিকাপুৰাণ'*ৰ কেইটামান শ্লোকৰ প্ৰসংগৰ সূত্ৰ ধৰি আৰু 'প্ৰাগজ্যোতিষ'ৰ টীকা প্ৰদান কৰি সিদ্ধান্তবাগীশে এইদৰে লিখিছে ঃ

*'ইতি পশ্চাদপ্যভিহিতম্। ইয়ং ম্লেচ্ছাধিপৰাজধানী। সা চ*

*'পোড়াকৌৰ' (পোড়াকাঁৰ) ইতি প্ৰসিদ্ধা। এতেন কামৰূপস্য (এব) সংজ্ঞান্তৰং প্ৰাগজ্যোতিষমিতি পৰাস্তম্।"* (পৃ. ৬২.)

সম্পাদক ড° বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে এই কথাখিনিৰ ওপৰতে নিৰ্ভৰ কৰি পাতনিত মন্তব্য কৰিছে যে — "Sidhanta Vagisa makes a standing assertion that Pragjyotisha is not identical with Kamrupa (and Guwahati) and says that it is somewhere in Kamrup, called *'Podakaur.'* Pragjotishpura is now known by the name *'Podakauda'* which is the capital of the Muslim King. In order to prove the fact that Pragjyotisha is different from Kamrupa Pitambara cites the *Kalikapurana*".

*মধ্যগং কামৰূপস্য কামাখ্যা যত্ৰ নায়িকা* (Introduction : পৃ. LXIII)

৩। ড° মুকুন্দ মাধৱ শৰ্মাই সিদ্ধান্ত বাগীশৰ উল্লিখিত এই টোকাৰ সম্পৰ্কত তেওঁৰ সম্পাদিত *Inscriptions of Ancient Assam* গ্ৰন্থত প্ৰাগ্‌জ্যোতিষ, প্ৰাগ্‌জ্যোতিষপুৰ, কামৰূপ, কামৰূপনগৰ, দুৰ্জয়া, হড়পেশ্বৰ আদি নগৰৰ প্ৰসংগৰ আলোচনাতে নিম্নোক্ত বাক্যকেইটাও লিখিছে ঃ

"Pitambara Siddhanta Vagisa (16th/17th century) in his *Tirtha Kaumudi* (Manuscript preserved in the *Kamrupa Sanskrita Sanjivani Sabha* Library, Nalbari) asserts that Pragjyotisha is not just another name for Kamrup. He identifies Pragjyotishpura with *Podakaur*, describing the latter as a capital of the mlecchas. But *Podakaur* yet remains to be precisely identified".[প্ৰাগুক্ত গ্ৰন্থ, পৃ. ২২১-২২২]

৪। এই প্ৰসংগত কালিকাপুৰাণোক্ত সংশ্লিষ্ট শ্লোককেইটা হ'ল ঃ

(১) *নিমজ্য ক্ষণমাত্ৰেণ প্ৰাগ্‌জ্যোতিষপুৰং গতঃ।*
*মধ্যগং কামৰূপস্য কামাখ্যা যত্ৰ নায়িকা।।* (৩৮.৯৫)

[গঙ্গাত প্ৰৱেশ কৰি ভগৱান বিষ্ণুৱে পৃথিৱী আৰু নৰকক লৈ]

ক্ষণিকতে মহাদেৱী কামাখ্যা য'ত দেৱীৰূপে শোভিতা হৈ আছে, সেই কামৰূপৰ মাজত স্থিত প্ৰাগ্‌জ্যোতিষপুৰত আহি পাইছিল।

(২) *অস্য মধ্যে স্থিতো ব্ৰহ্মা প্ৰাঙ্‌নক্ষত্ৰং সসৰ্জ্জ হ।*

*ততঃ প্ৰাগ্‌জ্যোতিষাখ্যেয়ং পুৰী শক্ৰপুৰীসমা।।* (৩৮.১১৯)

[এই পুৰতে ব্ৰহ্মাই স্থিত হৈ পূৰ্বতে নক্ষত্ৰ স্ৰজন কৰিছিল বা ত্যাগ কৰিছিল, সেইবাবে এই পুৰীৰ নাম প্ৰাগজ্যোতিষ— ই ইন্দ্ৰপুৰী সদৃশ।]

(৩) *ততো বিদেহৰাজোহপি শ্ৰুত্বৈৱ নৰকশ্ৰিয়ম্‌*

*সপুত্ৰভাৰ্য্যঃ সগণো নৰকং দ্ৰষ্টুমভ্যগাত্‌।।*

*গত্বা প্ৰাগ্‌জ্যোতিষংপুৰং (ধাম্না) কামৰূপান্তৰস্থিতম্‌।*

*দদৰ্শ নৰকং ৰাজা শৰচ্চন্দ্ৰসমং শ্ৰিয়া।।* (৩৮.১৫৪)

ইয়াৰ তৃতীয় শাৰীটো বিকল্পে এনেকৈয়ো আছে ঃ

*প্ৰাগ্‌জ্যোতিষং পুৰং গত্বা কামৰূপান্তৰস্থিতম্‌।*

ইয়াৰ অৰ্থ হ'ল, "তাৰ পাছত বিদেহৰাজেও নৰকৰ শ্ৰীৰ কথা শুনিবলৈ পাই স্ত্ৰী-পুত্ৰ-বন্ধুসকলৰ সৈতে কামৰূপৰ ভিতৰত থকা প্ৰাগ্‌জ্যোতিষ নামৰ পুৰলৈ গৈ শৰৎকালৰ চন্দ্ৰৰ দৰে সুশোভিত ৰজা নৰকক দেখা কৰিলে।"

*কালিকাপুৰাণতেই* সম্ভৱতঃ প্ৰথম এই কথাটো স্পষ্ট হৈ পৰিছে যে উল্লিখিত 'কামৰূপ' আৰু 'প্ৰাগ্‌জ্যোতিষ' ভৌগোলিকভাৱে একাৰ্থক বা সমাৰ্থক নহয়; দুয়োটাৰে মাজত যে পাৰ্থক্য বা অন্তৰ আছে এই কথাটো উল্লিখিত শ্লোকসমূহৰপৰাই ভালদৰে ধাৰণা কৰিব পাৰি। **এই মতে কামৰূপ এখন বৃহৎ বা বিস্তৃত ৰাজ্য বা খণ্ড আৰু প্ৰাগজ্যোতিষ তাৰ ভিতৰত পুৰ বা নগৰ।**

৫। ইয়াৰ আগলৈকে ভাৰতৰ প্ৰাচীন কাব্য, শাস্ত্ৰ বা বিভিন্ন লেখা-মেলাত সাধাৰণতে *প্ৰাগ্‌জ্যোতিষ, প্ৰাগ্‌জ্যোতিষপুৰ* আৰু *কামৰূপৰ* উল্লেখ সমাৰ্থক বা একাৰ্থকভাৱে হোৱা দেখা যায়। তাৰ লগতে লৌহিত্য বা ব্ৰহ্মপুত্ৰও অঞ্চলটোৰ সূচকৰূপে একাকাৰ হয়। 'ৰামায়ণ' আৰু 'মহাভাৰত'তো এনেভাৱেই এই নামকেইটা উল্লেখ হৈছে। একে ধৰণে 'কামৰূপেশ্বৰ' আৰু 'প্ৰাগ্‌জ্যোতিষেশ্বৰ' উপাধি দুটাৰ প্ৰয়োগো লক্ষ্য কৰিবলগীয়া।

কালিদাসৰ 'ৰঘুবংশ'ত চতুৰ্থ সৰ্গৰ ৮১-৮৪ শ্লোকত উল্লেখ হোৱা 'কামৰূপ' প্ৰসংগত 'প্ৰাগ্‌জ্যোতিষেশ্বৰ' আৰু 'কামৰূপেশ্বৰ' দুয়োটা শব্দই ব্যৱহৃত হৈছে। এই গ্ৰন্থৰ পাঠান্তৰ দ্ৰষ্টব্য (পৃ ঃ ৪৬)

'মাৰ্কণ্ডেয় পুৰাণত' 'প্ৰাগ্‌জ্যোতিষ' আৰু 'লৌহিত্য'ৰ উল্লেখ কৰি 'প্ৰাগ্‌জ্যোতিষ'ক প্ৰাচ্যজনপদৰূপে অভিহিত কৰা হৈছে।

*'প্ৰাগ্‌জ্যোতিষশ্চ মদ্ৰাশ্চ...... প্ৰাচ্যা জনপদাঃস্মৃতাঃ* (৫৭.৪৪)'

আকৌ কামৰূপৰ এখন পৰ্বতত বিজয় নামৰ নগৰৰ কথাও উল্লিখিত হৈছে— *প্ৰাচ্যাস্তু বিজয়ং নাম কামৰূপে নগোপৰি'* (৬৬.৮) ইত্যাদি।

৬। কিন্তু গুপ্ত যুগৰ শিলালিপিত কামৰূপ ৰাজ্যৰ স্পষ্টতা ঐতিহাসিকভাৱে প্ৰকাশ পোৱা দেখা যায়। *এলাহাবাদ প্ৰস্তৰ লিপি* (খ্ৰী. ৩৫০)ত কামৰূপৰ ৰজা গৰাকী প্ৰত্যন্ত নৃপতি (Border King)। *'সমতট-ডবাক-কামৰূপ-নেপাল-কৰ্ত্তৃপুৰাদি-প্ৰত্যন্ত নৃপতিভিঃ'।* এই ৰাজ্যবোৰ সমুদ্ৰগুপ্তৰ সাম্ৰাজ্যৰ কৰতলীয়া।

৭। ৰাজশেখৰৰ *'কাব্য মীমাংসা'*ত প্ৰাগ্‌জ্যোতিষ এখন নগৰ আৰু কামৰূপ এখন পৰ্বত।

৮। বাণভট্টৰ *'হৰ্ষচৰিত'*ৰ 'সপ্তম উচ্ছাস'ত ৰজা হৰ্ষবৰ্দ্ধনলৈ কামৰূপৰ কুমাৰৰজা ভাস্কৰবৰ্মাই প্ৰীতিৰ দূত হংসবেগক বিভিন্ন উপহাৰসহ প্ৰেৰণ কৰাৰ বিস্তৃত বিৱৰণ লিপিবদ্ধ আছে। তাত একাধিকবাৰ 'প্ৰাগ্‌জ্যোতিষেশ্বৰ' আৰু এবাৰ 'কামৰূপাধিপতি' বুলি ভাস্কৰবৰ্মাৰ বিষয়ে প্ৰসঙ্গত উত্থাপিত হৈছে।

এইদৰেই আদিযুগ আৰু আদি মধ্যযুগত কামৰূপ আৰু প্ৰাগ্‌জ্যোতিষ ৰাজ্য সমাৰ্থক হৈ সাহিত্য-সংস্কৃতি আৰু ইতিহাসত বিভিন্ন প্ৰসংগত স্থান লাভ কৰিছিল।

৯। গতিকে **'কালিকাপুৰাণ'**তেই সেইবাবে প্ৰথমতে আমি প্ৰাগ্‌জ্যোতিষপুৰ আৰু কামৰূপৰ ভৌগোলিক পৰিচিতিত উল্লেখ কৰি অহা পাৰ্থক্য বা ভিন্নতা দেখিবলৈ পাওঁ।

১০। হিউৱেনচাঙৰ বিৱৰণত (খ্ৰী. ৭ম শতিকা) কামৰূপ ৰাজ্যৰ

বিস্তৃতিৰ বিষয়ে উল্লেখ হৈছে। ভাস্কৰবৰ্মাৰ নিধনপুৰ তাম্ৰলেখতো আছে কামৰূপ ৰাজ্যৰ উল্লেখ। কিন্তু পৰৱৰ্তী কেইখনমান তাম্ৰলেখত স্পষ্টকৈ কোৱা হৈছে যে **কামৰূপ এখন ৰাজ্য আৰু প্ৰাগ্‌জ্যোতিষ এখন পুৰ**— *'স কামৰূপে জিতকামৰূপঃ প্ৰাগ্‌জ্যোতিষাখ্যং পুৰমধ্যুবাস'* (শালস্তম্ভীয় বংশৰ ৰজাসকলৰ তাম্ৰলিপি দ্ৰষ্টব্য)। কিন্তু খ্ৰী. একাদশ শতিকাৰ ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনত প্ৰাগ্‌জ্যোতিষকো এখন ৰাজ্য বুলি ধৰা হৈছে। *'প্ৰাগ্‌জ্যোতিষেষু দুৰ্জ্জয়াখ্যং পুৰমধ্যুবাস'*।

গতিকে দেখা যায় যে আদি মধ্যযুগলৈকে সম্পূৰ্ণ ৰাজ্যৰ নাম কামৰূপ বুলি সূচিত হ'লেও 'প্ৰাগজ্যোতিষ' নামেৰেও ৰাজ্যখনক বুজোৱা হৈছিল।

১১। এতিয়া আমাৰ আলোচ্য বিষয় উল্লেখিত *'পোড়াকৌৰ'* বা *'পোড়াকাউৰ'* নামটো সম্পৰ্কে আলোচনা কৰি দেখো যে খ্ৰী. দ্বাদশ-ত্ৰয়োদশ শতিকালৈকে প্ৰাগ্‌জ্যোতিষ নামৰ সৈতে **'পোড়াকাউৰ'** নামৰ সম্পৰ্কৰ কোনো তথ্য বা শুংসূত্ৰ পোৱা নাযায়। কোনো শিলালেখ বা তামৰ ফলিতো এই নামৰ উল্লেখ এতিয়ালৈ পোৱা হোৱা নাই। কেৱল *'তীৰ্থকৌমুদী'*তে 'প্ৰাগ্‌জ্যোতিষ' স্থানৰ নাম ম্লেচ্ছসকলৰ দিনত **'পৌড়াকৌৰ'** বুলি প্ৰসিদ্ধ হৈছে বুলি ওপৰত উল্লেখ কৰি অহা হৈছে। পীতাম্বৰ সিদ্ধান্তবিদ্যাবাগীশৰ অৱস্থিতিৰ কাল কোঁচ মহাৰাজ নৰনাৰায়ণৰ (খ্ৰী. ১৫৪০-১৫৮৪) আৰু ৰঘুদেৱৰ (খ্ৰী. ১৫৮৪-১৬০৩) ৰাজত্বকালৰ সময়ত। এই সময়ছোৱাত অসমৰ পূব অংশত আহোম ৰজাৰ ৰাজত্ব আৰু অসমৰ পশ্চিম অংশকে ধৰি কোঁচ-কমতাপুৰ অঞ্চলত কোঁচ ৰজাসকলৰ শাসনকাল চলি আছিল আৰু দুই ৰাজবংশৰ মাজত চলিছিল সংঘৰ্ষ আৰু যুদ্ধ-বিগ্ৰহ। কোঁচ ৰাজ্য দুভাগ হোৱাত চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱৰ অংশ হৈছিল কামৰূপৰ খণ্ড অৰ্থাৎ সোণকোষ নদীৰপৰা বৰনদীলৈকে। পশ্চিম অংশ সোণকোষৰপৰা কৰতোয়ালৈকে— এই খণ্ড থাকে নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ হাতত। ৰঘুদেৱে ঘিলাজয়পুৰ অৰ্থাৎ বৰ্তমান বৰনগৰ অঞ্চলত ৰাজধানী স্থাপন কৰিছিল। লক্ষ্মী-নাৰায়ণৰ ৰাজধানী আছিল কোঁচবিহাৰতে। ৰঘুদেৱৰ ৰাজ্যৰ নাম হৈছিল কোঁচ-হাজো (ফাৰ্চী বুৰঞ্জীমতে)।

তাৎপৰ্য্যপূৰ্ণ কথা যে ড° বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে 'তীৰ্থকৌমুদী'ৰ পাতনিত সিদ্ধান্তবাগীশৰ *'ইয়ং ম্লেচ্ছাধিপ ৰাজধানী পোড়াকৌৰিতি প্ৰসিদ্ধাঃ'* বাক্যটোৰ সম্পৰ্কত এইদৰে লিখিছে— "Pragjyotishpura is now known by the name Podakauda which is the capital of the Muslim king."। ইয়াতে তেওঁ *'ম্লেচ্ছ'* শব্দৰ জৰিয়তে মুছলিম লোককে বুজাই ম্লেচ্ছাধিপতিৰ অৰ্থ মুছলিম ৰজা বা শাসনকৰ্তাকে ইংগিত কৰা দেখা যায়। কিন্তু প্ৰকৃততে ম্লেচ্ছ শব্দৰ অৰ্থই নিম্ন বা অনুচ্চ সম্প্ৰদায়ৰ লোকৰ অৰ্থতহে পূৰ্বৰেপৰা প্ৰয়োগ হৈ আহিছে। প্ৰাগ্‌জ্যোতিষ বা কামৰূপ ৰাজ্যত বৰ্মন বংশৰ পাছত শালস্তম্ভীয় বংশৰ ৰজাসকলো কোনো এক অভিশাপৰ বাবে ম্লেচ্ছবংশীয় বুলি অভিহিত হৈছিল (দ্ৰষ্টব্য ঃ হৰ্জৰ বৰ্মনৰ তাম্ৰলেখ— *'অতো ম্লেচ্ছাভিধানস্তু ভৰিষ্যান্তৰ পাৰ্থিৰ* ইত্যাদি)।

আনহাতে, ড° মুকুন্দমাধৱ শৰ্মাই পূৰ্বতে উল্লেখ কৰি অহা গ্ৰন্থ 'Inscriptions of Ancient Assam'ত 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা'ৰ মূল পুথিৰ এই 'পোড়াকৌৰ' স্থানৰ প্ৰসংগত কেৱল ম্লেচ্ছসকলৰ ৰাজধানী বুলিহে উত্থাপন কৰিছে। (Capital of the Mlecchas)। তেওঁ মুছলিম ৰজাৰ ৰাজধানী বুলি কোৱা নাই।

তেতিয়া হ'লে, প্ৰকৃততে এই ম্লেচ্ছসকল কোন? যদি ড° শাস্ত্ৰীয়ে লেখাৰ দৰে মুছলিম ৰজা বা শাসনকৰ্ত্তাকে ম্লেচ্ছাধিপতি বুলি ধৰা যায়, তেনেহ'লে এই কথাতো মনত ৰাখিব লাগিব যে ১২০৬ খ্ৰীষ্টাব্দৰ আগলৈকে কোনো মুছলিম ৰজা বা সেনাপতিৰ কামৰূপলৈ আগমন হোৱা নাই। দিল্লীৰ চুলতান কুতুবুদ্দিনৰ ৰাজত্ব কালত সেনাপতিৰূপে প্ৰতিষ্ঠা হোৱা খিলিজি ফৈদৰ তুৰ্ক বখ্‌তিয়াৰ খিলিজিয়ে ১২০৫-০৬ খ্ৰী.ত ৰাজ্য জয়ৰ বাবে কামৰূপ-তিব্বত অভিমুখে আহি কামৰূপত নিপাত হৈ উভতি যোৱাৰ কথা *'কানাই বৰশী বোৱা শিলালিপি'*ত ঐতিহাসিকভাৱে উল্লেখ হৈ আছে। তাৰ পাছত ত্ৰয়োদশ শতিকাত দুবাৰমান মুছলিম আক্ৰমণ হোৱাৰ কথা *'আলমগীৰ নামা'*ত উল্লেখ আছে যদিও সেই আক্ৰমণে কামৰূপক বিজয় কৰিব পৰা নাই। কিন্তু তদানীন্তন কালৰ বঙ্গৰ নবাব হুছেইনচাহে নৱ-প্ৰতিষ্ঠিত কমতাপুৰ ৰাজ্য ১৪৯৮

খ্ৰী.ত পৰাজিত কৰি নিজৰ পুতেকক ইয়াত শাসনকৰ্তা পাতি থৈ যায়। এইটোৱে এক গুৰুত্বপূৰ্ণ ঘটনা। ইয়াৰ ফলতে অস্থায়ীভাৱে কিছুদিনৰ বাবে **হাজো-কামৰূপ মুছলিম শাসনকৰ্তাৰ উপনিৱেশস্বৰূপ হৈ উঠে।** হাজোৰ মছজিদ পোৱা-মক্কাও এই সময়তে গিয়াছুদ্দিন আউলিয়াৰ তত্ত্বাৱধানতে গঢ় লৈ উঠে। 'কামৰু' আৰু 'কমতা'ৰ বিজয়ীৰূপে হুছেইনচাহৰ অঙ্কিত মুদ্ৰা প্ৰসংগক্ৰমে উল্লেখনীয়।

বংগদেশৰ নবাবৰ তেতিয়া ৰাজধানী গৌড়। বিজিত কামৰূপতে তেতিয়া এই হাজোহে বিখ্যাত আছিল। গতিকে এই সময়তো কামৰূপৰ কোনো ইতিহাসত প্ৰাগ্‌জ্যোতিষ বা কামৰূপক 'পৌড়াকৌৰ'ৰূপে মুছলিম শাসনকৰ্তাই নামকৰণ কৰা বা চিহ্নিত কৰা কোনো তথ্য এই পৰ্য্যন্ত উদ্ধাৰ হোৱা নাই। তদুপৰি বংগৰ নবাবৰ শাসনকৰ্তাৰ এই আধিপত্য সৰহদিনলৈ থকা নাছিল। কোঁচ ৰজা বিশ্বসিংহৰ আৱিৰ্ভাৱৰ লগে লগে সমগ্ৰ কমতাপুৰ অঞ্চল তেওঁৰ অধীন হয়। কোঁচ ৰজা নৰনাৰায়ণৰ সময়তে আহোম ৰজা আছিল ক্ৰমে চুক্লেনমুং বা গড়গঞা ৰজা (১৫৩৯-১৫৫২ খ্ৰী.) আৰু চুখাম্ ফা খোঁৰা ৰজা (১৫৫২-১৬০৩ খ্ৰী.)। গৌড়ৰ নৱাবৰ সেনাপতি কালাপাহাৰে ১৫৬৮ খ্ৰী.ত অসম আক্ৰমণ কৰি মঠ-মন্দিৰ ভঙা কাৰ্য্যও এই সময়ৰে ঐতিহাসিক ঘটনা। ইয়াৰ পাছত বংগদেশ মোগল সম্ৰাট আকবৰৰ অধীন হয়। তাৰ পাছত বিভিন্ন সময়ত কোঁচ-আহোম-মোগলৰ সততে যুদ্ধ-বিগ্ৰহ হৈ থাকে।

১২। কোঁচবিহাৰ ৰাজ্য দুভাগ হোৱাত পৰীক্ষিত আৰু লক্ষ্মীনাৰায়ণ ৰজাৰ মাজত বিবাদৰ সুযোগ লৈ পুনৰ পৰীক্ষিতৰ কামৰূপ ৰাজ্য আক্ৰমণ কৰি মুছলমান শাসনকৰ্তাই ১৬১২ খ্ৰী.ত অধিকাৰ কৰে। তেতিয়া কোঁচ ৰজাই আহোম ৰজাৰ সহায় আৰু আশ্ৰয় বিচৰাত প্ৰকৃততে আহোম ৰজা আৰু মোগলসকলৰ সৈতে কেবাবাৰো যুদ্ধ-বিগ্ৰহ হয় — ১৬৩২ খ্ৰীষ্টাব্দলৈকে। আহোম সেনাৰ হাতত মুছলমানসকল পৰাজিত হ'লেও সেই সময়লৈকে হোৱা ৰণৰ শেষ ফলস্বৰূপে **উত্তৰকূলত বৰনদী আৰু দক্ষিণকূলত অসুৰৰ আলি আহোম আৰু মুছলমান ৰাজ্যৰ সীমা নিৰ্দ্ধাৰিত হয় (১৬৩৯ খ্ৰীঃৰ সন্ধি)। গুৱাহাটীৰ 'অসুৰৰ আলি' বুলিলে**

**নৰকাসুৰৰ ৰাজ্যৰ আলি বুলিয়ে কিংবদন্তীমতে বুজা হয়। এই আলিৰ বৰ্তমানে থকা ভগ্নাগড়-ৰাজগড়ৰপৰা বশিষ্ঠাশ্ৰমলৈকে থকা পথটোকে অসুৰৰ আলিৰ অন্তৰ্ভুক্ত বুলি কোৱা হয়। শৰাইঘাটৰ যুদ্ধৰ পাছৰ পৰাহে অৰ্থাৎ সোতৰ শতিকাৰ শেষৰ পৰাহে কামৰূপ-খণ্ড আহোম ৰজাৰ হাতত থাকে।**

১৩। গতিকে এইখিনি আলোচনাৰ পৰা আমি দেখো যে মুছলিম ৰজাসকলৰদ্বাৰা কামৰূপ-কমতাপুৰ অধীন কৰি ৰখা সময়তো হাজো আৰু গুৱাহাটীহে তেওঁলোকৰ মুখ্য প্ৰশাসনীয় স্থান হৈ পৰিছিল। আহোম-মোগলৰ সময়ত গুৱাহাটী নামেৰে নগৰখন প্ৰখ্যাত আছিল। এনে পটভূমিত 'পোড়াকাউৰ' বা 'পৌড়াকৌৰ' বুলি উল্লেখিত কোনো স্থান মুছলিম ৰজাৰ ৰাজধানী বা নগৰ এই পৰ্য্যন্ত কামৰূপ ৰাজ্যত পোৱা হোৱাঁ নাই। ড° শাস্ত্ৰী মহোদয়ে 'তীৰ্থকৌমুদী'ৰ পাতনিত উল্লেখ কৰিছে যে পীতাম্বৰ সিদ্ধান্তবাগীশ প্ৰায় ১৫৫৫ খ্ৰীষ্টাব্দ মানত নৰনাৰায়ণৰ ৰাজসভাত থাপিত হৈছিল আৰু চিলাৰায়ৰ নাতি বলিনাৰায়ণৰ ৰাজত্বৰ শেষলৈকে অৰ্থাৎ খ্ৰী. ১৬৩৮ মানলৈকে তেওঁ জীয়াই আছিল আৰু মঙ্গলদৈৰ সৰাবাৰী অঞ্চলত শেষৰফালে তেওঁ বাস কৰিছিল। পীতাম্বৰে জন্ম গ্ৰহণ কৰিছিল কামৰূপৰ দক্ষিণকূলত। সম্ভৱতঃ 'তীৰ্থকৌমুদী'ৰ ৰচনা কাল খ্ৰী. ষোড়শ শতিকাৰ শেষ ভাগ অথবা সোতৰ শতিকাৰ প্ৰথম ভাগ। গতিকে 'তীৰ্থকৌমুদী'ত উল্লেখ কৰা 'পোড়াকাউৰ' বা পৌড়াকৌৰ'ৰ স্থিতি তাৰ আগৰ। যদি 'পোড়াকৌৰ' নগৰখন মুছলিম অধিপতিৰ ৰাজধানী হয় আৰু প্ৰাগ্‌জ্যোতিষপুৰকেই 'পোড়াকৌৰ' বুলি অভিহিত কৰা হয় তেনেহ'লে সি সম্ভৱ কেৱল ১২০৫-০৬ খ্ৰীষ্টাব্দৰ পাছত হোৱা বিভিন্ন মুছলিম আক্ৰমণ কালছোৱাৰ সময়তহে। তদুপৰি ১৬৩৮ খ্ৰী.ৰ পাছলৈ ই যাব নোৱাৰে এই বাবেই যে তেতিয়া 'গুৱাহাটী'ৰ নাম ঐতিহাসিকভাৱে স্পষ্ট হৈ উঠিছে। **খ্ৰী. ত্ৰয়োদশ শতিকাৰপৰা ষোড়শ শতিকাৰ ভিতৰত কামৰূপ ৰাজ্য বা প্ৰাগ্‌জ্যোতিষৰ কোনো স্থান উল্লেখিত নামেৰে বিখ্যাত হ'ব পাৰে। আনহাতে, যদি ম্লেচ্ছাধিপতি ৰজাজন মুছলিম ৰজা নহয় বা মুছলিম ৰজাক অৰ্থ কৰা হোৱা নাই,**

তেতিয়াহ'লে 'পৌড়াকাউৰ' বা 'পৌড়াকৌৰ' নামৰ ৰাজধানীৰ স্থিতি খ্ৰী. দ্বাদশ শতিকাৰ আগলৈকে যাব পাৰে।

১৪। সাম্প্ৰতিক কালতো উল্লেখিত নামৰ কোনো অসমৰ গাঁও বা নগৰ সন্ধানত পোৱা হোৱা নাই। কামৰূপৰ ভিতৰুৱা অঞ্চলত ৰঙিয়াৰ ওচৰত 'কাউৰবাহা' নামৰ গাঁও, নলবাৰী অঞ্চলত 'পোড়াকুছি', 'পোৰাৰভিঠা' আদি গাঁও আছে। *'কথাগুৰু চৰিত'*ত উল্লেখ কৰা মতে বৰপেটাৰ ওচৰতে 'পোৰাভিটা' নামৰ ঠাইতে শ্ৰীশঙ্কৰদেৱে প্ৰথমে ধৰ্মস্থান পাতিছিলহি। কিন্তু এইবোৰ নামৰ সৈতে 'পোড়াকাউৰ' নামৰ অথবা 'পৌড়াকৌৰ' বা 'পোড়াকোৰ' নামৰ কিবা সাদৃশ্য-সংগতি আছে নে নাই জনা নাযায়।

**'*তীৰ্থকৌমুদী*'ত উল্লেখিত এই ৰাজধানীৰ চিহ্নিতকৰণৰ বিষয়ে এই পৰ্য্যন্ত কোনো আলোচনা আৰু অনুসন্ধান হোৱা নাই।** ক্ষেত্ৰ-অধ্যয়ন তথা বিস্তৰ অধ্যয়নে এই দিশত নিশ্চয় আলোকৰ সন্ধান দিব পাৰে।□

---

**অসম ৰাজ্যিক সংগ্ৰহালয়ৰ গৱেষণামূলক পত্ৰিকা, XVII -2006 ৰ বুলেটিনত প্ৰকাশিত।**

# অসম ভাৰতৰ অংগ-ৰাজ্য নাছিল নেকি?

এতিয়া প্ৰাক্তন আৰু তেতিয়াৰ অসমৰ ৰাজ্যপাল এছ্ কে সিন্‌হাই ১৯৯৯ চনত সংবাদপত্ৰৰ এটি সাক্ষাৎকাৰত ১৮২৬ খ্ৰী.ত ব্ৰিটিছে অন্তৰ্ভুক্ত নকৰা পৰ্য্যন্ত অসম ৰাজনৈতিক আৰু প্ৰশাসনীয়ভাৱে ভাৰতবৰ্ষৰ অংগ-ৰাজ্য হোৱা নাছিল বুলি মন্তব্য দিয়াত এটি বিতৰ্কৰ সূচনা হৈছে।

বিদ্যায়তনিকভাৱে আৰু প্ৰকৃত ইতিহাস-অধ্যয়নৰ দিশৰপৰা এই উক্তিৰ যথাৰ্থতা সম্পৰ্কে বিশ্লেষণৰ প্ৰয়োজন আছে। কিয়নো ভাৰতবৰ্ষৰ ঐক্য আৰু সংহতিৰ তথা ৰাষ্ট্ৰীয় অখণ্ডতাৰ মৌল ৰাজনীতি আৰু প্ৰশাসন নহয়; ভাৰতৰ ভূগোল, সাহিত্য-সংস্কৃতি আৰু ধৰ্মইহে ভাৰত ভূ-খণ্ডক প্ৰাচীন কালৰেপৰা এক কৰি ৰাখিছে। ৰাজনৈতিক অৱস্থিতি আৰু প্ৰশাসনত ভূগোলৰ প্ৰভাৱ অপৰিসীম। অকল অসমেই নহয়, ভাৰতবৰ্ষৰ বহু ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যই প্ৰাচীন কালৰপৰা এখন ৰাজনৈতিক ভাৰতবৰ্ষৰ ৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত হৈ থকা নাই। ভিন্ন ভিন্ন ৰাজধানী লৈ ভিন্ন ভিন্ন বংশৰ জাতি-গোষ্ঠীৰ নেতৃত্বই ভিন্ন ভিন্নভাবে ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত একোটা সময়ত শক্তিশালীভাৱে ৰাজত্ব কৰি গৈছে; বহু অঞ্চল সেইবোৰ ৰাজ্যই অন্তৰ্ভুক্ত কৰিব পৰা নাই। কিন্তু তথাপি ভৌগোলিকভাৱে বৈদিকোত্তৰ আৰু পুৰাণযুগৰ আগৰপৰাই এখন ভাৰতবৰ্ষৰ সীমা চিহ্নিত হৈছে এনেদৰে—

*উত্তৰং যৎ সমুদ্ৰস্য হিমাদ্ৰেশ্চৈৱ দক্ষিণম্।*
*বৰ্ষং তদ্ ভাৰতং নাম ভাৰতী যত্ৰ সন্ততিঃ।।(বিষ্ণুপুৰাণ, ২/৩/১)*

সমুদ্ৰৰ উত্তৰত আৰু হিমালয়ৰ দক্ষিণত থকা বৰ্ষখনৰ নামেই ভাৰত। ইয়াতেই ভাৰতৰ সন্তানসকলে বাস কৰে। *নৱযোজনসাহস্ৰো*

*বিস্তাৰোঽস্য মহামুনে'* (হে মহামুনি, ইয়াৰ বিস্তাৰ ন হেজাৰ যোজন)। উত্তৰ-দক্ষিণৰ দীৰ্ঘ সহস্ৰযোজন। পৰ্বত আৰু সাগৰেৰে বেষ্টিত এই ভাৰতবৰ্ষ পুৰাণৰমতে পৃথিৱীৰ সাতটা দ্বীপৰ ভিতৰত অন্যতম জম্বু দ্বীপৰ অংশ। *ভাগৱত পুৰাণ*ৰ মতে ৯ টা দ্বীপ। সম্ৰাট অশোকৰ প্ৰস্তৰ লিপিতো জম্বু দ্বীপৰ কথা উল্লেখ আছে।

অসম বা প্ৰাচীন কামৰূপ এইখন ভাৰতবৰ্ষৰ অঙ্গ। ভাৰতবৰ্ষৰ বৰ্ণনাতে *'বিষ্ণু পুৰাণ'*ত কৈছে—

*"পূৰ্বদেশাদিকাশ্চৈৱ কামৰূপনিবাসিনঃ'* আৰু *'পূৰ্বে কিৰাতা যস্য স্যুঃ পশ্চিমে যৱনাঃস্থিতাঃ'*। পূবফালে কিৰাতসকল আছে আৰু পশ্চিমে যৱনসকল। ইয়াৰ ভিতৰত যে কুৰু, পাঞ্চাল, মধ্যদেশ প্ৰভৃতি ৰাজ্য আছে সেইবিলাকো উল্লেখ কৰা হৈছে। সেইবাবে ভূগোলে সীমা নিৰ্দ্ধাৰণ কৰি দিয়া এখন ভাৰত উপমহাদেশৰ সকলো জাতি, ধৰ্মাৱলম্বী, ভাষা-গোষ্ঠীৰ লোকসকল অঙ্গীভূত। *ধৰ্মসূত্ৰসমূহ, বৌদ্ধবিনয়* আৰু *'ভুবনকোষ'* আদি গ্ৰন্থত ভাৰতবৰ্ষৰ পাঁচটা মণ্ডলত মধ্যদেশ, পূৰ্বদেশ আৰু প্ৰাচ্য, দক্ষিণাপথ, অপৰান্ত বা প্ৰতীচ্য আৰু উত্তৰাপথ বা উদীচ্য আদিত বিভক্ত হৈ থকা বুলি কোৱা হৈছে।

ৰাজনৈতিক আৰু প্ৰশাসনীয়ভাবে এখন ভাৰতবৰ্ষ আৰু ইয়াৰ এখন ৰাজধানী ব্ৰিটিছসকল ভাৰতলৈ অহাৰ আগতে ক'ত আছিল ভাৰত ৱৰ্ষৰ ইতিহাস লেখকসকলে ক'ব পৰা নাই। Sir Verney Lovett. K.C.S.I., I.C.S. ৰ *A History of the Indian Nationalist Movement* গ্ৰন্থৰ ২৭-২৮ পৃষ্ঠাত লিখা আছে ঃ "The idea of an ancient unified Hindu Empire owed its origin to the fact that once in the third century B.C., and again in the fourth century A.D., the greater part of India had been governed by Hindu Emperors." নক'লেও হ'ব যে খ্ৰীষ্টপূৰ্ব তৃতীয় শতিকাত মৌৰ্য্যসম্ৰাট চন্দ্ৰগুপ্তই উল্লিখিত ভাৰতবৰ্ষৰ বহুখিনি ৰাজ্য একীভূত কৰি দখল কৰাৰ পাছত মহামতি সম্ৰাট অশোকৰ দিনত ধৰ্ম আৰু সংস্কৃতিৰে ভাৰতৰ একত্ৰীকৰণ সম্ভৱ হৈছিল আৰু তাৰ প্ৰভাৱ অসমলৈকো বিস্তাৰিত হৈছিল। খ্ৰীষ্টীয় চতুৰ্থ শতিকাত দ্বিতীয়জন সম্ৰাট আছিল সমুদ্ৰগুপ্ত যাৰ

ৰাজত্বকালতো সামৰিক আৰু সাংস্কৃতিক উভয়শক্তিৰে ভাৰতবৰ্ষত একত্ৰীকৰণ হৈছিল। **উভয় সম্ৰাটৰে ৰাজধানী আছিল গঙ্গা উপত্যকাত, কিন্তু দিল্লীত নহয়।**

খ্ৰীষ্টপূৰ্ব চতুৰ্থ শতিকাত মৌৰ্য্য-সাম্ৰাজ্যই ভাৰতৰ বহু অংশ সামৰি লৈছিল যদিও খ্ৰীষ্টপূৰ্ব ৬০০ বছৰমানৰ পৰা ভাৰতবৰ্ষত বহুকেইখন গণৰাজ্য আৰু ৰজা থকা ৰাজ্যৰ সৃষ্টি হৈছিল। বৌদ্ধ সাহিত্যে আৰু জৈন সাহিত্যত বহু ক্ষুদ্ৰ ৰাজ্যৰ উল্লেখ পোৱা হয়। অতি প্ৰাচীন বৌদ্ধ গ্ৰন্থ '*অংগুত্তৰ নিকায়*'ত ১৬খন মুখ্য ৰাজ্য বা মহাজনপদৰ উল্লেখ আছে। সেইবোৰ হৈছে (১) গান্ধাৰ (পেছোৱাৰ), (২) কম্বোজ (দক্ষিণ-পশ্চিম কাশ্মীৰ), (৩) কুৰু, (ঘাগৰ-যমুনা দোৱাব), (৪) পাঞ্চাল (মধ্য উত্তৰ প্ৰদেশ), (৫) সুৰসেন (মথুৰা), (৬) মৎস (জয়পুৰ, ৰাজস্থান), (৭) মল্ল (গোঁৰক্ষপুৰ জিলা), (৮) ছেদি (যমুনা আৰু নৰ্মদাৰ মাজৰ এটা অঞ্চল), (৯) বৎস (এলাহাবাদ অঞ্চল), (১০) কাশী (বেনাৰস), (১১) কোশল (অযোধ্যা), (১২) মগধ (দক্ষিণ বিহাৰ), (১৩) অংগ ( পূব বিহাৰ), (১৪) ব্ৰীজ্জি (উত্তৰ বিহাৰ), (১৫) অস্মক (গোদাবৰী অঞ্চল) আৰু (১৬) অৱন্তী (উজ্জয়িনী)। ইয়াৰ ভিতৰত অৱন্তী, বৎস, কোশল আৰু মগধ-ৰাজ্য যথেষ্ট শক্তিশালী হৈছিল। ইয়াৰ উপৰি বহু ক্ষুদ্ৰ ৰাজ্য আছিল। এই গ্ৰন্থত দাক্ষিণাত্য আৰু পূৰ্বদেশৰ ৰাজ্যসমূহৰ নামৰ উল্লেখ নাই। উল্লেখিত ৰাজ্যবোৰ স্বাধীন ৰাজ্য আছিল আৰু তেওঁলোকৰ মাজত কাজিয়া-পেচাল আৰু অৰিয়াঅৰিও হৈছিল।

বুদ্ধদেৱৰ সময়ৰে তেওঁৰ সম্পৰ্কীয় কথাসংগ্ৰহৰ প্ৰাচীন গ্ৰন্থ বিখ্যাত '*অৱদান শতক*' (এই গ্ৰন্থ খ্ৰীষ্টীয় তৃতীয় শতিকাতে প্ৰথম চীন ভাষালৈ অনুদিত হৈছে)ত উল্লেখ হৈছে যে কেইজনমান বণিকে মধ্যদেশৰপৰা দাক্ষিণাত্যত ভ্ৰমণ কৰোঁতে তাৰ স্থানীয় ৰজাই তেওঁলোকৰ নিজ নিজ স্থানত কোন কোন ৰজাই ৰাজত্ব কৰে বুলি সোধোতে তেওঁলোকে উত্তৰ দিছিল ঃ '*দেব কেচিদ্দেশা গণাধীনাঃ কেচিদ্ৰাজাধীনাঃ*' (মহাশয়, আমাৰ ফালৰ দেশবোৰৰ কিছুমান গণৰ অধীন আৰু কিছুমান ৰজাৰ অধীন)। ইয়াৰ পৰা দেখা যায় যে ভাৰতবৰ্ষত বিভিন্ন গণৰাজ্য আৰু

অন্যান্য ৰাজ্য আছিল। দাক্ষিণাত্যৰ অৱস্থিতিও আছিল বুলিও এই গ্ৰন্থৰপৰাই জনা যায়।

মৌৰ্য্য-সাম্ৰাজ্যৰ পতনৰ পাছত কুশাণসকলৰ শক্তিশালী কনিষ্কই পেছোৱাত ৰাজ্য স্থাপন কৰি বিহাৰলৈকে এক বিস্তৃত অঞ্চলত আধিপত্য বিস্তাৰ কৰিছিল যদিও দক্ষিণে দাক্ষিণাত্য আৰু পুবে বঙ্গদেশ পৰ্য্যন্ত স্পৰ্শ কৰিব পৰা নাছিল। ইয়াৰ পাছত দাক্ষিণাত্যত শতবাহনসকল শক্তিশালী হৈ উঠিছিল।

খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰপৰা ষষ্ঠ শতিকালৈকে গুপ্ত সাম্ৰাজ্যই ভাৰতবৰ্ষক কিছু পৰিমাণে একত্ৰীকৰণ কৰিবলৈ সমৰ্থ হোৱাৰ কথা পূৰ্বতে উল্লেখ কৰি অহা হৈছে। সমুদ্ৰগুপ্তই প্ৰথমবাৰৰ বাবে এক বিশাল ভাৰতীয় অঞ্চলৰ ৰাজনৈতিকভাৱে অধিকাৰী হ'ব পাৰিছিল আৰু সাংস্কৃতিকভাৱেও গুপ্ত-সভ্যতাৰ প্ৰভাৱ ভাৰতবৰ্ষত বিয়পাই দিছিল। সেইকালৰ গুপ্ত-ভাস্কৰ্য্যৰ আৰু সংস্কৃত-সাহিত্যৰ প্ৰভাৱ ভাৰতবৰ্ষৰ সৰ্বত্ৰ বিৰাজমান। অসমতো গুপ্ত-ভাস্কৰ্য্যৰ নিদৰ্শন সিঁচৰতি হৈ আছে। **গুপ্তাব্দৰ উল্লেখ থকা হৰ্জৰবৰ্মনৰ শিলালেখ তেজপুৰত ব্ৰহ্মপুত্ৰৰ নামনিত প্ৰোথিত হৈ আছে।**

ৰাজনৈতিকভাৱে সমুদ্ৰগুপ্তৰ ৰাজ্যত প্ৰাচীন অসমক অন্তৰ্ভুক্ত কৰাৰ ঐতিহাসিক সম্ভেদ আমি এই কালৰপৰাই পাওঁ। সমুদ্ৰগুপ্তৰ দ্বিগ্বিজয়ৰ পাছত প্ৰায় ৩৬০ খ্ৰী.ত ৰাজকবি হৰিসেনে ৰজাৰ প্ৰশস্তি বৰ্ণনা কৰি শ্লোক ৰচনা কৰিছিল আৰু অশোক-স্তম্ভৰ কাষতে ইয়াক সেই স্তম্ভত খোদিত কৰাইছিল। এই স্তম্ভলিপি এতিয়া এলাহাবাদ কিল্লাৰ ভিতৰত আছে। সমুদ্ৰগুপ্তৰ এই **এলাহাবাদ প্ৰশস্তিৰ** স্তম্ভলিপিত সীমান্তৰাজ্য সমতট-ডবাক-কামৰূপ-নেপাল আদি কৰতলীয়া ৰাজ্য হৈ গুপ্ত সাম্ৰাজ্যৰ অধীন হোৱা কথাও খোদিত হৈ আছে ঃ

*'সমতট-ডবাক-কামৰূপ-নেপাল কৰ্তৃপুৰাদি*
*প্ৰত্যন্ত নৃপতিভিঃ ... সৰ্বকৰদানাজ্ঞাকৰণ....'* ইত্যাদি।

এই ৰাজ্যকেইখনৰ ৰজাক 'প্ৰত্যন্ত নৃপতি' (সীমান্তৰ ৰজা) বুলি অভিহিত কৰা হৈছে। ঐতিহাসিকসকলে দক্ষিণ-পূৱ অঞ্চলৰ পূৰ্ববংগ সমতট ৰাজ্য, নগাঁও জিলাৰ কপিলী উপত্যকা অঞ্চল ডবাক ৰাজ্য বুলি

চিনাক্ত কৰে। সমুদ্রগুপ্তৰ সময়ত কামৰূপৰ ৰজা আছিল পুষ্যবৰ্মন (খ্রী চতুর্থ শতাব্দীৰ মধ্যকাল)। তাৰ পৰৱৰ্তী সময়তো এই বংশৰ প্রথম বলবৰ্মনৰ কামৰূপৰ ৰাজত্ব কালত কামৰূপ গুপ্তসকলৰ অধীনলৈ আহে।

গুপ্ত সাম্রাজ্য পতনৰ পাছত হুনসকলক পৰাস্ত কৰি পশ্চিম মালৱা অঞ্চলত আকস্মিকভাৱে যশোধৰ্মন (৫২৫-৩৫ খ্রীষ্টাব্দ) নামে এজন ৰজা শক্তিশালী হৈ আবিভূর্ত হৈছিল। তেওঁৰ খোদিত *মান্দাছাৰ স্তম্ভ শিলালিপিত* উল্লিখিত হৈছে যে উত্তৰে হিমালয়ৰপৰা দক্ষিণে পূর্বঘাট পর্বতৰ মহেন্দ্রগিৰিলৈকে আৰু কামৰূপৰ লৌহিত্য উপত্যকাৰপৰা পশ্চিমে আৰৱ সাগৰলৈকে তেওঁ ৰাজ্য বিস্তাৰ কৰিছিল। লৌহিত্যৰ পাৰৰ তাল-গছসমূহৰ বননিলৈকে তেওঁ জয় কৰিছিল বুলি উল্লিখিত হৈছে। এই সময়ছোৱাৰ ভিতৰত প্রাগজ্যোতিষ-কামৰূপত ভৌমবংশীয় ভূতিবৰ্মা বা তেওঁৰ পৰৱৰ্তী চন্দ্ৰমুখবৰ্মাই ৰাজত্ব কৰিছিল।

যশোধৰ্মনৰ পতনৰ পাছত মালৱাৰ শেষ গুপ্তসকল শক্তিশালী হৈছিল, কনৌজত মুখৰিসকলৰ উত্থান হৈছিলআৰু আনফালে গৌড় আৰু বংগ ৰাজ্যত শশাংক ক্ষমতাশালী হৈছিল। শেষত শেষ গুপ্ত ৰজা মহাসেনগুপ্তৰ সময়ত কামৰূপত বৰ্মন বংশৰ ৰজা আছিল ভাস্কৰবৰ্মাৰ পিতৃ সুস্থিতবৰ্মা। গৌড় আৰু মুখৰিসকলৰ মাজত যুদ্ধ চলি থকাৰ সুযোগ গ্রহণ কৰি কামৰূপ ৰজাই পূর্বতে হেৰুওৱা ৰাজ্য ‘পুণ্ড্রবৰ্দ্ধন ভুক্তি’ আদিত নিজৰ খোপনি পুতিবলৈ চেষ্টা কৰিছিল। সুস্থিতবৰ্মাই সম্ভৱতঃ বিহাৰলৈকে ৰাজ্য-বিস্তাৰৰ বাবে নতুনকৈ অভিযানৰ সূচনা কৰিছিল। মহাসেনগুপ্তৰ দৃষ্টি তেতিয়া কামৰূপলৈ আকর্ষিত হৈছিল আৰু সেয়ে তেওঁ লৌহিত্যৰ পাৰলৈকে অভিযান চলাই প্রতাপী সুস্থিতবৰ্মাক পৰাজিত কৰিছিল। এই যুদ্ধৰ পাছতে সুস্থিতবৰ্মাৰ মৃত্যু হৈছিল। ৬৭২ খ্রীষ্টাব্দৰ *আদিত্যসেনৰ অপশড় শিলালেখত* (গয়া জিলাৰ) কোৱা হৈছে যে সুস্থিত বৰ্মাক জয় কৰা মহাসেনগুপ্তৰ এই বিজয়ৰ জয়-গীতি ব্রহ্মপুত্রৰ তীৰত বিস্তৃতভাৱে গাই থকা হৈছে।

এই আদিত্যসেন হৰ্ষবৰ্দ্ধনে শশাংকৰ বিৰুদ্ধে স্থাপন কৰা মগধৰাজ্যৰ কৰতলীয়া শাসনকৰ্ত্তা মাধৱগুপ্তৰ পুত্ৰ আছিল। আদিত্যসেন *শাহপুৰ প্রস্তৰমূৰ্ত্তিৰ লিপিমতে* ৬৭২ খ্রী.ত জীৱিত আছিল। হৰ্ষবৰ্দ্ধনৰ

মৃত্যুৰ পাছত আদিত্যসেনে মগধৰ স্বাধীনতা ঘোষণা কৰিছিল। *অপ্‌সড় লিপি* তেওঁৰেই।

ইয়াৰ পাছত *ডুবি তাম্ৰলেখ* আৰু *নিধনপুৰ তাম্ৰলেখ* আদিতো যুৱৰাজ অৱস্থাতে ভাস্কৰবৰ্মাৰ গৌড় ৰজাৰ লগত হোৱা যুদ্ধৰ উল্লেখ পোৱা যায়।

**মুছলমান বিজয়ৰ আগতে ভাৰতবৰ্ষত হৰ্ষবৰ্দ্ধনৰ ৰাজত্বকালেই ৰাজনৈতিকভাৱে প্ৰধান আৰু উল্লেখনীয় কাল আছিল।** তেওঁ থানেশ্বৰৰ (পূব পাঞ্জাৱ) ৰজা হৈও শেষত কনৌজ দখল কৰি কনৌজত ৰাজধানী পাতিছিল। দক্ষিণত তেতিয়া চালুক্যৰজা দ্বিতীয় পুলকেশী প্ৰতাপশালী আছিল। হৰ্ষবৰ্দ্ধন উত্তৰ ভাৰতৰ গৰাকী হৈ উঠিলেও *(সকল উত্তৰা পথনাথ)* দক্ষিণ ভাৰত বিজয় কৰিব নোৱাৰিলে। কামৰূপ-প্ৰাগজ্যোতিষৰ ৰজা শক্তিশালী ভাস্কৰবৰ্মাৰ সৈতে বন্ধুত্ব স্থাপন কৰিলে। শশাংকক পৰাজয় কৰাৰ উদ্দেশ্যেই দুয়োজনৰে সন্ধি হৈছিল যদিও শশাংকক সম্ভৱতঃ উভয়ে পৰাস্ত কৰিব নোৱাৰিলে। শশাংকৰ মৃত্যুৰ লগে লগে ভাস্কৰবৰ্মাই তেওঁৰ ৰাজ্য বিজয় কৰি লয়।

ভিনচেণ্ট্ স্মিথে *'ভাৰতৰ প্ৰাচীন ইতিহাস'* গ্ৰন্থত লিখিছে—
Harsha was the last native monarch prior to the Muhammedan conqust who held the position of paramount power in the north. His death loosened the bonds which restrained disruptive forces always ready to operate in India, and allowed them to produce their normal results– a medley of petty states with ever-varying boundaries and engaged in internecine war.

এইদৰে দেখা যায় যে সামগ্ৰিকভাৱে ভাৰতবৰ্ষ কোনো এজন ৰজাৰ তলতে নাছিল। উত্থান-পতনৰ মাজেদি ভাৰতবৰ্ষৰ ৰাজনৈতিক ইতিহাস আগবাঢ়ি আহিছিল।

এইটোও সত্য নহয় যে অসম কোনো কালেই কোনো ৰাজ্যৰ তলতীয়া বা অন্তৰ্ভুক্ত হোৱা নাছিল। উপৰ্য্যুক্ত তথ্যসমূহে এই কথা প্ৰমাণ কৰাৰ উপৰি এইটো দেখা যায় যে কোনো সময়ত সেইকালত অসমেও

আকৌ অন্য ৰাজ্য বিজয় কৰিছিল। নৱম খণ্ড *ইণ্ডিয়ান এণ্টিকুৱাৰীত* থকা দ্বিতীয় জয়দেৱৰ *কাটামুণ্ড (নেপাল) পশুপতি মন্দিৰ প্ৰত্নলেখমতে* নেপালৰ ৰজা জয়দেৱৰ শহুৰেক অসমৰ শালস্তম্ভ বংশীয় ৰজা শ্ৰীহৰ্ষ অথবা হৰ্ষবৰ্মনে **(যাৰ কন্যা ৰাজ্যমতীক জয়দেৱে বিবাহ কৰাইছিল)** অষ্টম শতিকাৰ মাজভাগত গৌড়, ঔড্ৰ, কলিংগ, কোশল আদি ৰাজ্য জয় কৰিছিল। সেইদৰে একাদশ শতিকাৰ প্ৰথমাৰ্ধত কামৰূপৰ ৰজা ব্ৰহ্মপালৰ পুত্ৰ ৰত্নপালে গুৰ্জৰ, গৌড়ৰ পালবংশীয় ৰাজ্য, দাক্ষিণাত্যৰ চালুক্য ৰজা ষষ্ঠ বিক্ৰমাদিত্যৰ ৰাজ্যত ত্ৰাসৰ সৃষ্টি কৰিছিল বুলিও প্ৰত্নলেখত সন্নিৱিষ্ট আছে। আকৌ সেই সময়তে বংগদেশৰ পালবংশীয় ৰজাৰ আক্ৰমণৰ পৰাও কামৰূপে হাত সাৰিব পৰা নাছিল। মতিলাল বানাৰসীদাস কোম্পানী-প্ৰকাশিত ৰমা শংকৰ ত্ৰিপাঠীৰ *'History of Ancient India* ত লেখা আছে ঃ According to the *Bhagalpur Inscription* Devapala (815-55 AD) sent an expedition under his cousin Joypala, who achieved some successes against the king of Pragyotisha (verse 6). Ample evidence exists to show that about the third decade of the twelfth century, Assam recognised Kumarpala's authority and his minister Vaidya Deva enjoyed substantial power there' (পৃ. ৩৫৩)।

এইদৰে দ্বাদশ শতিকাৰ শেষলৈকে ইতিহাসৰ তথ্যসমূহৰপৰাই দেখুৱাব পৰা যায় যে ভাৰতবৰ্ষৰ অন্যান্য ৰাজসমূহৰপৰা সেই প্ৰাচীন কালতো অসম ৰাজনৈতিক আৰু প্ৰশাসনীয়ভাৱে বিচ্ছিন্ন হৈ থকা নাছিল।

খ্ৰীষ্টীয় দ্বাদশ শতিকাৰপৰা ত্ৰয়োদশ শতাব্দীলৈকে অসমৰ ৰাজনৈতিক ইতিহাস সম্পূৰ্ণভাৱে এতিয়াও মুকলি হৈ প্ৰকাশ পোৱা নাই। পালবংশৰ পতনৰ পাছত ব্ৰহ্মপুত্ৰ উপত্যকাত কেইবাটাও মুখ্য ফৈদে আধিপত্য স্থাপন কৰি ক্ষুদ্ৰ ক্ষুদ্ৰ অঞ্চলৰ ৰজা হৈছিল। দিছাং আৰু সুৱৰ্ণশিৰীৰ পশ্চিমফালে চুটিয়াসকল, তাৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণত নগাঁৱকে ধৰি কাছাৰলৈকে এই অঞ্চলত কছাৰীসকল আৰু পশ্চিম ফালে প্ৰাচীন কামৰূপৰ অংশত হিন্দু ধৰ্ম গ্ৰহণ কৰা কোচসকলে কমতাপুৰ ৰাজ্য

স্থাপন কৰিছিল। খ্ৰী. ত্ৰয়োদশ শতিকাৰ আৰম্ভণিতে তুৰ্কীসকলে বঙ্গদেশ অধিকাৰ কৰাৰ সময়ত কামৰূপৰ ৰাজ্য পশ্চিমে কৰতোয়াৰপৰা পূবে বৰ্তমানৰ দৰং আৰু নগাঁওলৈকে বিস্তৃত হৈ আছিল। এই সময়তে খ্ৰীঃ ১২০৫-০৬ খ্ৰী.ত মহম্মদ-বিন্ বখ্তিয়াৰ খিলিন্দ্ৰিজয়ে তিব্বত-অভিযানৰ অংশ হিছাপে কামৰূপ আক্ৰমণ কৰি সম্পূৰ্ণভাৱে বিধ্বস্ত হৈ যোৱাৰ কথা উত্তৰ গুৱাহাটীৰ *কানাই বৰশীবোৱা শিলালেখত* বৰ্ণিত আছে। (এই শিলালেখৰ তাৰিখ ১৩ চ'ত, ১১২৭ শক বা ২৭ মাৰ্চ, ১২০৬ খ্ৰী.)। **শাকে তুৰগ-যুগ্মেশে মধুমাস-ত্ৰয়োদশে। কামৰূপং সমাগত্য তুৰুষ্কাঃ ক্ষয়মায়য়ুঃ।।** *The Comprehensive History of Assam, Voll II* (ড° হেৰম্বকান্ত বৰপূজাৰী সম্পাদিত) ত আছেঃ The futile expedition of Bokhtyr marked the beginning of the settlements of the muslims in Assam. (পৃ. ৩৭)। সেই সময়ত কামৰূপত কামেশ্বৰ বা পৃথু নামে এজন শক্তিশালী হিন্দুৰজাই ৰাজত্ব কৰিছিল বুলি ইতিহাসত উল্লেখ হৈছে। **তেতিয়ালৈকে সৌমাৰ পীঠত আহোম বংশীয় চুকাফাৰো প্ৰৱেশ ঘটা নাছিল। চুকাফা আৰু তেওঁৰ দলৰ প্ৰৱেশ ঘটিছিল ১২১৫ খ্ৰীঃৰ পাছতে।**

ইতিমধ্যে দিল্লীত চুলতান বংশই ৰাজ্য স্থাপন কৰি মুছলমান ৰাজত্বৰ সূচনা কৰিছিল। বংগদেশতো সঘনে ৰাজনৈতিক পৰিৱৰ্তন হৈ এই ৰাজ্য দিল্লীৰ দখলত পৰিছিল।

অসমত দ্বিতীয়বাৰ মুছলিম আক্ৰমণ হোৱাৰ কথা বুৰঞ্জীত পোৱা যায় ১২২৬-২৭ খ্ৰী.ৰ ভিতৰত। চুলতান গিয়াছুদ্দিন ইয়াজী হুচেইন খিলিজীয়ে গৌড়ৰপৰা কামৰূপ আৰু নগাঁও পৰ্য্যন্ত আগবাঢ়ি আহিছিল। কিন্তু পৃথু বা বৰ্তু নামৰ কামৰূপৰ ৰজাৰ হাতত পৰাস্ত হৈছিল বুলি উল্লেখিত হৈছে। ইয়াৰ পাছত দিল্লীৰ চুলতান ইলটুৎমিছ (খ্ৰী. ১২১০-৩৬)ৰ পুত্ৰ নাছিৰুদ্দিন মাহমুদে বংগৰ চুলতান গিয়াছুদ্দিন ইয়াজীক বধ কৰি কিছু কালৰ বাবে বংগক দিল্লীৰ চুলতানৰ অধীন কৰে। ১২২৮ খ্ৰী.ত জলপাইগুড়ি হৈ নাছিৰুদ্দিনে কামৰূপ আক্ৰমণ কৰে। পৃথুৰজাই দুৰ্গ আদি সাজি এই আক্ৰমণ প্ৰতিহত কৰিবলৈ চেষ্টা কৰিছিল যদিও সমৰ্থ নহ'ল। তেওঁ যুদ্ধত হাৰিল। নাছিৰুদ্দিনে কামৰূপৰ সিংহাসনত এগৰাকী

তলতীয়া ৰজা পাতিছিল। 'Prithu, its king, erected fortifications for defence but was worsted and killed (1228). Nasir appointed a tributory king on the Kamrup throne. *(The Comprehensive History of Assam.* Vol-II.'পৃ. ৩৮)।

গতিকে আমি দেখো যে দিল্লীৰ মুছলিম-চুলতানৰ হাতত পৰাস্ত হৈ পোনপ্ৰথম বাৰৰ বাবে অসমৰ কামৰূপ অংশ কিছুকালৰ বাবে দিল্লীৰ চুলতানৰ অধীন হয়। অসম তথা ভাৰতৰ ইতিহাসত এই সময়ছোৱাৰ বিস্তৃত তথ্য পোৱা নাযায়। **কিন্তু সম্ভৱতঃ দিল্লীত মুছলমান ৰাজত্বৰ সময়ত পোন প্ৰথমবাৰৰ বাবে বঙ্গদেশৰ যোগেদি অসমৰ কামৰূপ অংশ প্ৰশাসনীয়ভাৱে দিল্লীৰ কৰতলীয়া হোৱা এয়ে প্ৰথম।** কিন্তু এই পৰাধীনতা খুব কমদিনীয়া আছিল। বাৰ্ষিক কৰ নিদিয়া বাবে মল্লিক ইখটিয়াৰুদ্দিন যুজবক তুঘ্রিল খানে ১২৫৭ খ্ৰীঃত ধুবুৰীৰ ওচৰৰ ৰঙামাটি হৈ উত্তৰ পাৰেদি গুৱাহাটী পাইছিলহি। কিন্তু পৰৱৰ্তী সময়ৰ মীৰজুমলাৰ আক্ৰমণৰ দৰে ১২৫৭ খ্ৰী.ৰ বাৰিষা কালত তেওঁৰ দল পিছুৱাই যাবলৈ বাধ্য হৈছিল।

আমাৰ এই ক্ষুদ্ৰ আলোচনাত মুছলমান-আক্ৰমণৰ ইতিহাস, আহোম-ৰাজ্যৰ উত্থান, কোঁচ ৰজাসকলৰ অসমৰ পশ্চিম অংশত দীৰ্ঘকালীন ৰাজত্ব আৰু আহোম-কোঁচসকলৰ মাজত সঘনে চলা যুদ্ধ-বিগ্ৰহ আদিৰ কথা বৰ্ণনা কৰা সম্ভৱ নহয়। **কিন্তু অসমৰ নামনি খণ্ড যে ব্ৰিটিছ অহাৰ আগত একেবাৰে স্বাধীন হৈ থকা নাছিল এই কথা পূৰ্বৱৰ্তী হিন্দু-যুগৰ দৰে পাছত মুছলমান-যুগতো সত্য হৈ থকা দেখা গৈছে।** কোঁচ ৰাজত্বৰ কালত বিশেষকৈ নৰনাৰায়ণ ৰজাৰ মৃত্যুৰ পাছত ১৫৮১ খ্ৰীষ্টাব্দত কোঁচ ৰাজ্যৰ পাৰিবাৰিক বিভাজনৰ পাছত অসমত মুছলিম আক্ৰমণ, বিশেষকৈ তেওঁলোকৰ কামৰূপ-বিজয় সম্ভৱ হৈ উঠিছিল। দিল্লীৰ মোগল সাম্ৰাজ্যৰ লগত সংস্পৰ্শ ঘটিছিল। কালাপাহাৰৰ কামৰূপ-আক্ৰমণৰ (১৫৬৫— ১৫৭২ খ্ৰীঃ) পাছত ১৫৭৮ খ্ৰীষ্টাব্দত কোঁচ ৰজাই মোগলৰ সৈতে বন্ধুত্বৰ সন্ধি স্থাপন কৰিছিল (Koch-Mughal Alliance)। 'In 1578 the Koch ruler took the initiative in sending a formal embassy to Akbar with a flattering letter and choice

presents, including fifty four elephants and articles like silk and musk.'

*(The Comprehensive History of Assam*-Vol.II পৃ. ৯৩)। ই প্ৰতিৰক্ষাৰ বাবে বন্ধুতামূলক বশ্যতা স্বীকাৰৰ সদৃশ হৈছিল।

১৫৮১ খ্ৰীষ্টাব্দত কোঁচৰাজ্যৰ বিভাজন অসমৰ ৰাজনৈতিক আকাশত এটি গুৰুত্বপূৰ্ণ ঘটনা। চিলাৰায়ৰ মৃত্যুৰ পাছত আৰু শেষবয়সত নৰনাৰায়ণ ৰজাৰ এটি পুত্ৰ সন্তান জন্মাত এই ৰাজ্যৰ বিভাজন হৈ সংকোশ নদীৰ পূবৰপৰা বৰনদীলৈকে এই কামৰূপ-খণ্ড চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱৰ অংশ হ'ল। বৰ্তমান গোৱালপাৰা, বৰপেটা, নলবাৰী, কামৰূপ, দৰং জিলা আৰু শোণিতপুৰ জিলাৰ অৰ্ধেক অংশ ৰঘুদেৱৰ অধীনত ৰ'ল। কিন্তু ৰঘুৱে তেতিয়াও বৰদেউতাকৰ কৰতলীয়া হৈয়ে আছিল। নৰনাৰায়ণৰ ১৫৮৭ খ্ৰীষ্টাব্দত মৃত্যু হোৱাৰ পাছতহে ৰঘুদেৱে নিজৰ স্বাধীনতা ঘোষণা কৰিছিল। এই বিভাজনে কামৰূপ আৰু কোচবিহাৰ উভয়কে দুৰ্বল কৰিছিল। ১৬০৯ খ্ৰী.ত লক্ষ্মীনাৰায়ণৰ কোচবিহাৰ অঞ্চল মোগল সাম্ৰাজ্যৰ তলতীয়া হৈছিল। ১৬১৩ খ্ৰী.ত ৰঘুদেৱৰ পৰৱৰ্তী ৰজা পৰীক্ষিতনাৰায়ণৰ ৰাজ্য কামৰূপ বা কোচ-হাজো বঙ্গৰ শাসনকৰ্তা ইছলামখাঁৰ হস্তগত হয়। ৰজা পৰীক্ষিতৰ সৈতে এই কামৰূপ-মোগল যুদ্ধ এবছৰধৰি ভয়ানকভাবে চলিছিল। মোগলে ঘিলা দখল কৰি লৈছিল আৰু পাছত বৰনগৰত পৰীক্ষিতক শৰণাপন্ন হ'বলৈ বাধ্য কৰিছিল। *The Comprehensive History of Assam* ৰ দ্বিতীয় খণ্ডৰ ১০৩ পৃষ্ঠাত এই সম্পৰ্কে এইদৰে লিখা হৈছে—

'The meteoric Kingdom of Kamrup or Koch-Hajo from Karaibari hills in the south-west to Barnadi on east lost its independence after nearly 25 years in a nine-month war (by end of July, 1613) and annexed to the Mughal empire as its first **north-east frontier province** contiguous to the Ahom Rule.'

ইয়াৰপৰা দেখা যায় যে **অসমৰ ভাষিক, সাংস্কৃতিক আৰু সামাজিকভাবে একীভূত হৈ থকা এটা গুৰুত্বপূৰ্ণ বৃহৎখণ্ড-কামৰূপখণ্ড—** ৰাজনৈতিকভাবে মোগলৰ তলতীয়া হোৱাত এই **অঞ্চলৰ সামাজিক আৰু অৰ্থনৈতিক ব্যৱস্থাৰ বহুতো পৰিবৰ্তন হৈছিল,**

বিশেষকৈ ভূমি-ৰাজহ ব্যৱস্থাত এই প্ৰভাৱে বিশেষ ক্ৰিয়া কৰিছিল। ড° অমলেন্দু গুহই লেখিছে— *'সপ্তদশ শতিকাত চাৰিকুৰি বছৰ ধৰি অবিভক্ত কামৰূপ জিলাও মোগল সাম্ৰাজ্যৰ অধীন আছিল। তাৰো আগতে অধীন আছিল তুৰ্ক-আফগান চুলতানসকলৰ। এতেকে পৰৱৰ্তীকালত আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত হ'লেও এই অঞ্চলৰ ভূমি-ৰাজস্ব ব্যৱস্থা উজনিতকৈ বেলেগ আছিল।'* ('দৈনিক অগ্ৰদূত', সংখ্যা ৩১/১২/৯৮)। ভূমি-ৰাজস্ব ব্যৱস্থা প্ৰশাসনীয় ব্যৱস্থাৰ এটা মূল অংগ। ড° সূৰ্য্য কুমাৰ ভূঞা সম্পাদিত *'কামৰূপৰ বুৰঞ্জী'* (বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত) গ্ৰন্থখনতো 'মোগলৰ লগত অসম আৰু কোচবিহাৰৰ সংঘৰ্ষণৰ বুৰঞ্জী' সন্নিৱিষ্ট হৈছে। এই গ্ৰন্থৰ ষষ্ঠ অধ্যায়ত *'পাৎসাহী আমোলত কামৰূপৰ পৰাগণা বিভাগ'* কেনেকৈ হৈছিল, তাৰ বৰ্ণনা দিয়া আছে। ছেখ ইব্ৰাহিম কড়োৰীয়ে কেনেকৈ পৰগণা সংগঠন কৰিছিল, তাৰ আভাস দিয়া হৈছে (পৃ. ৩১-৩৩)।

আহোম ৰজা প্ৰতাপ সিংহ (খ্ৰী.১৬০৩-১৬৪১)ৰ দিনত হোৱা গুৰুত্বপূৰ্ণ আহোম-মোগল যুদ্ধত ১৬৩৮ খ্ৰীষ্টাব্দত হোৱা 'মোগল-আহোম চুক্তি—' অসমৰ ইতিহাসৰ এক উল্লেখনীয় ঘটনা। ইয়াক 'অসুৰৰ আলিৰ চুক্তি' বুলিও কোৱা হৈছিল। ১৬৩৯ খ্ৰী.ৰ ফেব্ৰুৱাৰী মাহত স্বাক্ষৰ হোৱা এই চুক্তিমতে আহোম আৰু মোগলে উভয়ে নিজৰ নিজৰ ৰাজ্যৰ স্বাধীনতা আৰু অখণ্ডতা গ্ৰহণ কৰিব বুলি কোৱা হৈছিল। *উত্তৰকূলত বৰনদী আৰু দক্ষিণকূলত অসুৰৰ আলি মোগল-কামৰূপ আৰু অসমৰ মাজত সীমা নিৰ্ধাৰিত হৈছিল।* **'A treaty was therefore negotiated under which the Barnadi on the north bank of Brahmaputra, and the *Asurar Ali,* on the south, were fixed as the boundary between the Ahom and the Muhammedan territories. During the next twenty years, the Country west of this boundary line remained in the undisputed possession of the Muhammedans and traces of the system of administration introduced by them survive to this day.'**

**[*Assam and Neighbouring States-* Dr. N.N. Acharyya. পৃ. ৭৬]**

*অসুৰৰ আলিৰ* চিহ্নিতকৰণ সম্পৰ্কে কিছু মত পাৰ্থক্য থাকিলেও এই আলি বৰ্তমান গুৱাহাটীৰ ভঙ্গাগড়অঞ্চল আৰু দিশপুৰঅঞ্চলৰ মাজেদি বশিষ্ঠাশ্ৰম অঞ্চললৈকে থকাৰ কথাই ইতিহাসবিদসকলে মত প্ৰকাশ কৰে।

**এই চুক্তিমতে অসমৰ ৰজাই কামৰূপত মোগলৰ আধিপত্য স্বীকাৰ কৰি লৈছে। এই চুক্তি বৰ তাৎপৰ্য্যপূৰ্ণ আৰু অৰ্থবহ হৈছিল এই কাৰণেই যে মীৰজুমলাৰ অসম আক্ৰমণৰ পাছত শৰাইঘাটত লাচিত বৰফুকন আৰু ৰামসিংহৰ মাজত হোৱা যুদ্ধত ৰামসিংহই এই চুক্তিৰ বলতে গুৱাহাটী দাবী কৰিছিল।**

ইয়াৰ পাছত খ্ৰী. ১৬৩৯-৫৮ লৈ আহোম আৰু মোগলসকলৰ মাজত শীতল যুদ্ধ চলিছিল আৰু জয়ধ্বজ সিংহই (খ্ৰী.১৬৪৮-৬৩) অসমৰ সীমা প্ৰায় সংকোশ নদীলৈকে উদ্ধাৰ কৰিবলৈকে প্ৰযত্ন কৰিছিল। ইয়াৰ পৰিপ্ৰেক্ষিততে মীৰজুমলাই পুনৰ অসম আক্ৰমণ কৰি আহোম ৰজাৰ ৰাজধানী গড়গাঁওলৈকে ক্ষন্তেক কালৰ বাবে হ'লেও অধিকাৰ কৰি লোৱা অন্যতম গুৰুত্বপূৰ্ণ ঘটনা। ১৬৬২ খ্ৰী.ৰ ৪ ফেব্ৰুৱাৰী তাৰিখে তেওঁ গুৱাহাটী দখল কৰেহি আৰু তাৰ পাছত গড়গাঁওলৈকে আগবাঢ়ি যায়। শেষত ১৬৬৩ খ্ৰী.ৰ ২৩ জানুৱাৰীত ঘিলাঝাৰী ঘাটত **আহোম-মোগল চুক্তি** দ্বিতীয়বাৰৰ বাবে স্বাক্ষৰিত হয়। এই চুক্তিমতে অসমত মোগল ৰাজ্যৰ সীমা আৰু বৰ্ধিত হয়— মানাহ নদীৰপৰা গুৱাহাটীলৈকে এৰি দিয়াৰ উপৰি উত্তৰকূলত বৰনদীৰপৰা পূবলৈ ভৰলী নদীৰ ওচৰৰ চামধৰালৈকে আৰু দক্ষিণকূলত দেশৰাণী, দেশবেলতলা, দেশ ডিমৰুৱা প্ৰভৃতি অঞ্চলকে ধৰি পূবৰ কলং নদীলৈকে (*The Comprehensive History of Assam*, পৃ. ১৮৯ আৰু *The Assam and Neighbouring States*, পৃ. ৭৭)। অকল এয়ে নহয়, বাকী আহোম ৰজাৰ অধিকৃত অঞ্চলতো তেওঁ মোগল-ৰজাৰ কৰতলীয়া হৈ থাকিব বা মোগলৰ আনুগত্য মানি ল'ব। মোগল-ৰজালৈ প্ৰদান কৰা নিজৰ কন্যা আৰু অন্যান্য ভেটি-ভাৰৰ কথা বাদেই।

**এই চুক্তিৰ কাৰ্য্যকাৰিতা যদিও কমদিনীয়া হৈছিল, তথাপি শৰাইঘাট যুদ্ধৰ জৰিয়তে আৰু তাৰ পাছত গুৱাহাটী পুনৰুদ্ধাৰ কৰি**

সম্পূৰ্ণভাৱে মোগলৰপৰা অসমক মুক্ত কৰিবলৈ আৰু প্ৰায় কুৰি বছৰ লাগিছিল। ১৬৮২ খ্ৰী.ত আহোমসকলৰ ইটাখুলিত মুছলমানৰ লগত হোৱা যুদ্ধই আছিল শেষ যুদ্ধ।

এতেকে এই সুদীৰ্ঘ শতিকাকেইটাৰ কালৰ ভিতৰত অসম বা অসমৰ অংশ সময়ে সময়ে ভাৰতৰ অন্যান্য ৰাজ্য আৰু পাছত দিল্লীৰ মোগল সম্রাটৰ ৰাজ্যৰ অধীন বা অন্তৰ্ভুক্ত হোৱা বুলি কোৱাটো সত্যৰ অপলাপ হ'ব নোৱাৰে। বৰং সেইটোহে সত্য।

যদিও ভৌগোলিক, সাংস্কৃতিক, সাহিত্য আৰু সমাজ সম্পৰ্কীয় প্ৰসংগবোৰ এই আলোচনাৰ অন্তৰ্ভুক্ত নহয়, তথাপিও এই প্ৰসংগবোৰৰ প্ৰাচুৰ্য্যইহে প্ৰকৃততে ৰাজনৈতিকভাৱে সৰ্বভাৰতীয় একত্ৰীকৰণত প্ৰভাৱ বিস্তাৰ কৰিছে। ৰামায়ণ, মহাভাৰত আৰু পুৰাণ যুগৰ সৰ্বভাৰতীয় অংশ প্ৰাগ্‌জ্যোতিষৰ কথা, কালিদাস-কাব্যত ৰঘুৱে কামৰূপ দখল কৰাৰ কথাৰ প্ৰসংগ আদি বাদেই দিছোঁ, আনকি প্ৰাক্-আহোম আৰু আহোমযুগৰ অন্ধকাৰাছন্ন কালখিনিতো অসমৰ সৰ্বভাৰতীয় সংস্কৃত গ্ৰন্থ *কালিকা পুৰাণ, যোগিনীতন্ত্ৰ, হৰগৌৰীসম্বাদ, তীৰ্থকৌমুদী* আৰু অন্যান্য কৌমুদীসমূহৰ ইয়াতে ৰচনা হৈছিল, আনফালে চতুৰ্দশ শতিকাত সৰ্বভাৰতীয় ধ্যান-ধাৰণাৰে প্ৰাক্‌বৈষ্ণৱ অসমীয়া কবিসকলে বৈষ্ণৱ-সাহিত্য ৰচনা কৰিছিল। এই কালতে ৰচা অসমত অপ্ৰমাদী কবি মাধৱকন্দলীৰ *'অসমীয়া ৰামায়ণ'* এক গুৰুত্বপূৰ্ণ সৃষ্টি। আহোম-কোঁচযুগৰ কালত অসমত শ্ৰীমন্ত শঙ্কৰদেৱৰ আৱিৰ্ভাৱো পৰম তাৎপৰ্য্যপূৰ্ণ কথা। মন কৰিবলগীয়া কথা যে সংস্কৃত ভাষাত ৰচিত *কালিকাপুৰাণ, যোগিনীতন্ত্ৰ* আদি ওপৰত উল্লেখ কৰি অহা গ্ৰন্থবোৰত অসমৰ তথা কামৰূপৰ আঞ্চলিক জয়-গান বা মহত্ত্বৰ কথা কোৱা হৈছে, কিন্তু অসমীয়া সাহিত্যত ৰচা, শ্ৰীমন্ত শঙ্কৰদেৱ বা শ্ৰীমাধৱদেৱৰ গ্ৰন্থই অথবা অন্যান্য অসমীয়া বৈষ্ণৱ কবিৰ ৰচনাই ভাৰতবৰ্ষৰ গুণ-গান গাইছে। 'কীৰ্ত্তন-ঘোষা'ৰ *বলিছলন, অজামিলোপাখ্যান, ৰাসক্ৰীড়া* আদি বিভিন্ন অধ্যায়ত ৮ বাৰৰো অধিক প্ৰত্যক্ষভাৱে ভাৰতবৰ্ষ-জন্মভূমিক প্ৰশংসা কৰা হৈছে। *'নাম-ঘোষা'*ত একাধিকবাৰ ভাৰতবৰ্ষৰ উল্লেখ হৈছে। *'দশম'* আৰু অন্যান্য স্কন্ধৰ অসমীয়া ভাগৱতৰ কথাটো বাদেই। অসম

ভাৰতৰ এক অবিচ্ছেদ্য অঙ্গ হিছাপে সেইকালত বিবেচিত নহ'লে আৰু অসম ভাৰতীয় সংস্কৃতিৰ এক বৃহৎ অংশৰ অংশীদাৰ হৈ সেই কালতে উজলি নাথাকিলে সাহিত্যত এই ধাৰণা বা কল্পনাৰ সৃষ্টি নহ'লহেঁতেন। *'ভাগ্যেসে ভাৰতে ভৈলা মানুষ'*।□

---


**গ্ৰন্থ প্ৰসংগ ঃ**

১। কামৰূপ শাসনাৱলী ঃ (১) পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ সম্পাদিত, বিশ্বৱাণী সংস্কৰণ, (১৯৯৯)।
(২) ড° ডিম্বেশ্বৰ শৰ্মা সম্পাদিত, অসম প্ৰকাশন পৰিষদ, (১৯৮১)।

২। Inscriptions of Ancient Assam : Dr. Mukunda Madhava Sharma. G.U. (1978)।

৩। প্ৰাচ্য শাসনাৱলী ঃ ড° মহেশ্বৰ নেওগ সম্পাদিত, অসম প্ৰকাশন পৰিষদ (১৯৭৪)।

৪। A Cultural History of Assam : Dr. Birinchi Kumar Barua, G.U. (1951)।

৫। Readings In the History and Culture of Assam : Kamrup Anusandhan Samiti, (1984)।

৬। State and Government in Ancient India : A. S. Altekar (Motilal Banarasi Das, 1984)।

৭। Ancient History of India : Dr. R.S. Tripathy (Motilal Banarasi Das, 1985)।

৮। A History of Indian National Movement : S. Verney Lovett, K.C.S.I.।

৯। The Wonder That Was India : Dr. A. L. Basham

১০। A History of Assam : Sir E.H. Gait (1963 Edition)।

১১। প্ৰাচীন ভাৰতত গণৰাজ্য ঃ সদানন্দ চলিহা, তেজপুৰ (১৯৯৪)।

১২। উচ্চ-মাধ্যমিক ভাৰতবৰ্ষৰ বুৰঞ্জী ঃ শশীকান্ত শৰ্মা, অসম বুক ডিপো, (১৯৬১)।

১৩। History of Ancient India : Vincent Smith.

১৪। অসম বুৰঞ্জী ঃ পদ্মনাথ গোহাঞিবৰুৱা।
১৫। অসম দেশৰ পুৰণি কথা ঃ শৰৎচন্দ্ৰ গোস্বামী।
১৬। অসম বুৰঞ্জী ঃ কালীচৰণ পাটোৱাৰী।
১৭। Comprehensive History of Assam (Vol. 1–V) : Dr. H. K. Borpujari ed.
১৮। Assam and Neighbouring States : Dr. N. N. Acharyya.
১৯। Treaties , Agreements, Sanads and Charters.
২০। লুইত, ইচলাম আৰু বৰাক ঃ মেদিনী চৌধুৰী।
২১। দৈনিক অগ্ৰদূত ঃ ১ জানুৱাৰী, ১৯৯৮ সংখ্যা।
২২। বিষ্ণুপুৰাণম্ ঃ পঞ্চানন তৰ্কৰত্ন সম্পাদিত, নৱভাৰত পাবলিচাৰ্চ (১৯৮৪)।
২৩। মাৰ্কণ্ডেয়পুৰাণম্ ঃ ঐ।
২৪। কালিকাপুৰাণম্ ঃ ঐ (১৯৭৪)।
২৫। যোগিনীতন্ত্ৰম্ ঃ চক্ৰেশ্বৰ ভট্টাচাৰ্য্য সম্পাদিত, দত্তবৰুৱা কোম্পানী (১৯৭২)।
২৬। কীৰ্ত্তন।
২৭। নাম-ঘোষা।
২৮। শ্ৰীমদ্ভাগৱত (অসমীয়া)।
২৯। মাধৱ কন্দলী বিৰচিত ৰামায়ণ (অসমীয়া)।
৩০। তীৰ্থকৌমুদী ঃ পীতাম্বৰ সিদ্ধান্তবাগীশ, *এবিলাক,* ড° বিশ্বনাৰায়ণ শাস্ত্ৰী (১৯৯৮)

---

১৯৯৯ খ্ৰী.ৰ 'দৈনিক অগ্ৰদূত' ৰ ৫ আৰু ৬ জানুৱাৰী সংখ্যাত প্ৰকাশিত। সেই সময়ত অসমৰ ৰাজ্যপাল আছিল লে. কৰ্ণেল এছ কে সিন্‌হা।

# বেলতলা আৰু নৰক-ভগদত্তৰ ৰাজধানী হাতীগাঁও অঞ্চল (?) (ইতিহাসৰ প্ৰসংগ-বিচাৰ)

১। প্ৰাচীন কামৰূপৰ আদি ৰজা দানৱবংশীয় মহীৰংগ দানৱ বুলি কেইখনমান বুৰঞ্জী-পুথিত লিখা আছে। পদ্মনাথ গোহাঞিবৰুৱা, কনকলাল বৰুৱাৰ বুৰঞ্জী আৰু আমানুল্লাখানৰ *'কোচবিহাৰেৰ ইতিহাস'* আদিত ক্ৰমটো আছে এনে ধৰণেঃ

মহীৰংগ দানৱ

হটকাসুৰ

সম্বৰাসুৰ

ৰত্নাসুৰ

কিন্তু, ড° সূৰ্য্য কুমাৰ ভূঞা সম্পাদিত *'কামৰূপৰ বুৰঞ্জী'*ত অন্য এখন বুৰঞ্জীৰপৰা এনেদৰে উদ্ধৃতি দিয়া আছে ঃ

*'সত্য যুগত ব্ৰহ্মাৰ সন্ততি সম্বৰাসুৰ ৰাজা, তাৰ পাট ৰংগামাটিত। তাৰ পুত্ৰ মহীৰংগ ৰাজা, তাৰ পাট বেলতলাৰ মৈৰোকা পৰ্বতত। তাৰ পুত্ৰ ঘাটকাসুৰ, তাৰ পাট শৰণীয়া পৰ্বতৰ পশ্চিমে। বিষ্ণুৱে ঘাটকাসুৰক মৰাই নৰকাসুৰক ৰাজা পাতিলে। ত্ৰেতাৰ অৰ্দ্ধভাগ গ'ল।"*

**এই বুৰঞ্জীত সম্বৰাসুৰক ব্ৰহ্মাৰ সন্ততি বুলি কৈ তেওঁৰ পুত্ৰ মহীৰংগ দানৱ বুলি কৈছে। মহীৰংগ দানৱৰ পুত্ৰ ঘটকাসুৰ, যাক বধ কৰি, নৰকাসুৰে কামৰূপত ৰাজ্য পাতে। 'কালিকাপুৰাণত' কিৰাতবংশীয় ঘটকাসুৰক বিনাশ কৰি প্ৰাগ্‌জ্যোতিষ ৰাজ্য নৰকাসুৰে লাভ কৰে বুলি বিস্তৃত উল্লেখ আছে।**

মহীৰংগ ৰজাৰ নামেৰেই বেলতলাৰ দক্ষিণ-পূৱত সাতমাইলৰ ওচৰত পৰ্বতখনৰ নাম মৈৰাংগ হোৱা বুলি প্ৰাচীন কিংবদন্তী প্ৰচলিত। 'মহীৰংগ-মৈৰাংগ-মৈৰাঙ্ক' ইত্যাদি হ'ব পাৰে। *কামৰূপৰ বুৰঞ্জীত* 'মৈ'ৰোকা', কনকলাল বৰুৱাই কোৱা মতে মেপত উল্লেখিত হৈছে—'মৈৰাংক'। জ্ঞলতিৰাম লহকৰ ডাঙৰীয়াৰ 'ডিমৰুৱা ৰাজ্য' প্ৰবন্ধত মৈ'ৰাঙ্ক পৰ্বত বুলি কোৱা হৈছে। তেওঁ এই প্ৰবন্ধত লিখিছিল ঃ[১]

'চলিত প্ৰবাদ এয়া যে কামৰূপৰ আদি ৰজা মহীৰংগ দানৱে এই পৰ্বততে ঘৰবাৰী কৰি আছিল। পৰ্বতখনৰ গম্ভীৰ, ভয়ংকৰ মূৰ্তিৰ প্ৰতি লক্ষ্য কৰিলেই কোনোবা দৈত্য-দানৱৰে বাসযোগ্য যেন লাগে। ইয়াৰ মূৰটো জোঙা নহয়, চেপেটা। কামৰূপৰ আদি ৰজা মহীৰংগ দানৱৰ বাসস্থান। এই পৰ্বতত বৃটিছ গবৰ্ণমেণ্টে বছৰি এডাল ছাট পোতে।' ইত্যাদি। আমানুল্লাখানৰ 'কোচবিহাৰেৰ ইতিহাস'ত কামৰূপৰ প্ৰাচীন ৰজাসকলৰ বিষয়ালোচনাত লিখা হৈছেঃ[২]

*'বেলতলায় মহীৰংগেৰ, ৰাঙামাটিতে সম্বৰেৰ, এবং শৰণীয়া পৰ্বতে ঘটকেৰ ৰাজধানী ছিল।"* এই সংবাদৰ উৎস লিপিবদ্ধ হৈছে '*খড়গ নাৰায়ণ বংশাৱলী*'ত।

এইদৰে কিংবদন্তী আৰু ইতিহাসে মহীৰংগ দানৱ আৰু বেলতলাৰ আৰু মৈ'ৰাঙ্ক পৰ্বতৰ অস্তিত্বক প্ৰাক্‌পৌৰাণিক আৰু প্ৰাক্‌ঐতিহাসিক কাললৈ লৈ গৈছে। **অৱশ্যে উল্লেখনীয় যে মৈ'ৰাংগ পৰ্বত, মহীৰংগ দানৱ আৰু বেলতলা সম্পৰ্কে এনে প্ৰসংগ 'কালিকাপুৰাণ', বুৰঞ্জীকাৰ ই. এ গেইট আৰু আধুনিক বুৰঞ্জীবিদ ড° হেৰম্বকান্ত বৰপূজাৰীৰ সম্পাদিত অসম বুৰঞ্জীবিষয়ৰ গ্ৰন্থত উল্লেখ নাই।**

২। **বেলতলা অঞ্চল ঃ নৰকাসুৰৰ 'প্ৰাগজ্যোতিষপুৰ' নগৰনে?ঃ**

(১) প্ৰত্নতত্ত্ববিদ হেমচন্দ্ৰ গোস্বামীয়ে *'হেম গোঁসাইৰ টোকা বহীৰ এপিঠি আৰু অন্যান্য ৰচনাত'*[৩] লিখিছিল যে গুৱাহাটী প্ৰাচীন কালৰে **পৰা সুৰক্ষিত দুৰ্গ বা গড়েৰে আগুৰা আছিল (fortified city) । এই নগৰৰ চাৰিওফালে য'ত পৰ্বত আছে, ত'ত পৰ্বতেই গড়ৰ স্বৰূপ হৈছে। য'ত পৰ্বত নাই তাত প্ৰকাণ্ড গড় আৰু খাবৈৰে বেৰ দিয়া আছে। দক্ষিণ পাৰে লতাশিলৰপৰা আৰম্ভ কৰি ফটাশিললৈকে আৰু তাৰপৰা পাণ্ডুলৈকে,**

**পূৱফালে পৰ্বতে পৰ্বতে জয়দুৱাৰলৈকে (জয়দুৱাৰ চকি), উত্তৰপাৰে শৰাইঘাটৰপৰা আৰম্ভ কৰি আগিয়াঠুৰি পৰ্বতৰ ওপৰে গৈ চিলাৰ পৰ্বতত** ওলাই, ৰংগমহলৰ পশ্চিমে গৈ দীৰ্ঘেশ্বৰীৰ পৰ্বতত লাগিছে আৰু দীৰ্ঘেশ্বৰী পৰ্বতৰপৰা আহি মণিকৰ্ণেশ্বৰৰ ওচৰত বৰনদীৰ মুখত *কানাই বৰশী বোৱা শিলত* ওৰ পৰিছে। হিউয়েনচাঙৰ বিৱৰণ মতে গুৱাহাটীৰ এই চাৰিসীমা হুবহু মিলি যায়। হেম গোস্বামীয়ে বিস্তৃতভাৱে আলোচনা কৰি কৈছে যে দুৱাৰগড়িলাৰ (অৰ্থাৎ কামাখ্যাৰ নামনিত ৰেল লাইনত থকা ঠাইখিনি) পৰা দুৰ্গা সৰোবৰৰ পৰ্বতৰ ওপৰে ওপৰে যিটো গড় আহি ফটাশিল পৰ্বতৰ মুৰেদি গৈ একেবাৰে জয়ন্তীয়া পৰ্বততে সোমাইছে গৈ, সেই গড়টোকে আজিলৈকে **'অসুৰৰ গড়'** বোলে। কিংবদন্তী মতে সেইটোৱে নৰকাসুৰে নিৰ্মাণ কৰা গড়। যেয়ে যেতিয়া এই দেশৰ যিজন ৰজা আছিল, তেওঁৱেই গুৱাহাটীৰ সীমা মেৰামতি কৰাই ৰাখিবলৈ বাধ্য হৈছিল। আহোম ৰজাসকলৰ দিনত এই গড় কেইবাবাৰো মেৰামতি কৰোৱা হৈছিল। মেৰামতি কৰোৱা সম্পৰ্কে তিনি ঠাইত শিলত কটা লিপিও আছে। বৰনদীৰ মুখত **কানাই বৰশী বোৱা শিলত** থকা লিপি আৰু চিলাৰ পৰ্বতত থকা শিলত আৰু দুৱাৰ গৰিলা চকিৰ কাষত থকা ৰাজআলিৰ দাঁতিত থকা এটা শিলত আৰু গুৱাহাটীৰ দক্ষিণ বিজয়দ্বাৰৰ শিলৰ ফলি শৰৱাচলৰ কাষেদি অৰ্থাৎ কামাখ্যাৰ দক্ষিণে ফটাশিলৰ কৰ্পটি পৰ্বতত আছে। এই লিপি ৰজা শিৱসিংহৰ দিনৰ। **হেমচন্দ্ৰ গোস্বামীৰ এই আলোচনা ভূগোলৰ দিশৰপৰা আৰু ক্ষেত্ৰ-অধ্যয়নৰ দিশৰপৰা অতিশয় গুৰুত্বপূৰ্ণ আৰু সঠিক অনুমান বুলি উপলব্ধি নোহোৱাৰ কোনো কাৰণ নাই। তেওঁৰ মতে এই গড় বা দুৱাৰবোৰ আনকি সপ্তম শতিকাৰ ভাস্কৰবৰ্মাৰ দিনৰো নহয়— তাৰো পূৰ্বকালৰ।**

দক্ষিণ পাৰত গুৱাহাটীৰ চাৰিসীমাতে চাৰিটা দুৱাৰ গড় আছিল।

(১) দুৱাৰগড়িলা চকি ঃ পশ্চিমে।

(২) জয়দুৱাৰগড়িলা ঃ পূবত, নগাঁৱৰ ফালৰপৰা আহোঁতে গুৱাহাটী নগৰৰ সীমাত।

(৩) লতাশিল ঃ উত্তৰে।

(৪) ফটাশিল ঃ দক্ষিণে।

হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, সোণাৰাম চৌধুৰী প্ৰমুখ্যে প্ৰবীণ আৰু অতি নিষ্ঠাৱান গৱেষকসকলৰ মতে এই গড় আৰু দুৱাৰবোৰ অতি পুৰণি আছিল। সোণাৰাম চৌধুৰীয়ে লিখিছিল — *'The southern gateway of the old city was situated somewhere in the Photasil area to the south of the present town" & শৰৱাচল may be the same as Karpatachala mentioned in the 'Kalikapurana.'*[৪]

(২) বৰ্মন বংশৰ ৰজাসকলে প্ৰাগজ্যোতিষত ৰাজত্ব কৰোতে তেওঁলোকৰ পূৰ্বৰ প্ৰাগজ্যোতিষপুৰৰ ৰাজধানী যি স্থানত আছিল তাৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰলৈ স্থানান্তৰ কৰি নিৰ্মাণ কৰা জনা যায়। ভাস্কৰ বৰ্মনৰ নৱীকৃত *ডুবি তাম্ৰশাসনত* কোৱা হৈছে।

- *শ্ৰীমান্ পুৰে শ্ৰীস্থিৰবৰ্মনামা নীত্বা চ তস্মিন্ কতিচিদ্দিনানি।*
*সপৌৰভৃত্যৈঃ সহ বন্ধুভিশ্চ পুণ্যে নদে সোথ পুৰীমকাৰ্ষীত।*[৫]

(শ্ৰীস্থিৰবৰ্মা নামৰ সেই দীপ্তিমান ৰজাজনে সেই নগৰত কিছুদিন কটোৱাৰ পাছত তেওঁৰ বন্ধু আৰু ৰাজকীয় ভৃত্যসকলৰ দ্বাৰা পৱিত্ৰ নদীখনৰ পাৰত এখন নতুন নগৰ নিৰ্মাণ কৰাইছিল।)

এই শ্লোকৰ ব্যাখ্যা প্ৰসংগত পৰিৱৰ্দ্ধিত 'কামৰূপ শাসনাৱলী'ৰ সম্পাদক ড° ডিম্বেশ্বৰ শৰ্মাই লিখিছে— 'Evidently the reference is to the old capital of the dynasty which was not near the Brahmaputra. The capital city of the *Bhauma Naraka* king was at a little distance, south of Gauhati as indicated by the rampart known as the **'Narakasur garh'** in the region of the mountain of the same name. This clealy formed the northern boundary of the city which was possibly at a distance of a few miles south.

This king created a new city right on the bank of the river Brahmaputra and shifted his capital to the new city.'[৬]

এই অনুমানৰ সত্যতা অসমৰ অন্যান্য লিপিবিদ পণ্ডিত কেইগৰাকীৰ টীকা আৰু ব্যাখ্যাতো বিস্তৃত হৈছে। দ্ৰষ্টব্য গ্ৰন্থকেইখন ঃ

(১) *The Inscriptions of Ancient Assam,* Dr. Mukunda

Madhab Sharma : Gauhati University, 1978 (page-30)

(২) *Pre-historic and Historic Assam* : Dimbeswar Neog, 1964, (P-125-126)

(৩) *History of the Civilisation of the people of Assam* by Dr. P. C Choudhury.

ড° মুকুন্দ মাধৱ শৰ্মাৰ উল্লিখিত গ্ৰন্থখনৰ পৰাই উদ্ধৃতি দি এতিয়া ক'ব পাৰি যে — *The ancient city stood on the south eastern slope of the Narakasur Hill near Dispur and included the area of a village which is even now known as Jatia.*"[৭]

এইবোৰ আলোচনাৰপৰা সিদ্ধান্ত কৰাত অসুবিধা নহয় যে নৰকাসুৰৰ ৰাজধানীৰ অঞ্চল প্ৰাগ্‌জ্যোতিষপুৰ নৰকাসুৰ পৰ্বতক উত্তৰ সীমা ধৰি দক্ষিণে নৰকাসুৰ গড় পৰ্য্যন্ত ( পূৰ্বতে উল্লেখ কৰি অহা) আৰু পশ্চিমে গড়িলা চকীৰপৰাই সামৰি লৈ জটিয়া, বেলতলা, দিশপুৰ, বশিষ্ঠাশ্ৰমলৈকে এই সমগ্ৰ অঞ্চল অন্তৰ্ভুক্ত আছিল। তাৰ ভিতৰত বৰ্তমানে থকা হাতীগাঁও বৃহৎ অঞ্চলটোও অন্তৰ্ভুক্ত হৈ আছে।

**৩। ভাৰতীয় পুৰাণোক্ত প্ৰসংগ ঃ ইতিবাচক সহায় ঃ**

নৰকাসুৰৰ নিয়ন্ত্ৰিত প্ৰাগজ্যোতিষপুৰ নগৰত শ্ৰীকৃষ্ণই নৰকৰ নাশৰ বাবে যুদ্ধ কৰিবলৈ আহি দেখিলে যে—

*স দুৰ্গং মৌৰবৈ ঃ পাশৈঃ ষট্‌সহস্ৰৈঃ ভয়ঙ্কৰৈঃ।*
*ক্ষুৰান্তৈঃবেষ্টিতং পাৰ্শ্বে মৃত্যু পাশৈঃ ইবোচ্ছ্ৰিতম্‌।"*

(কা. পু. ৪০-৭২)[৮]

(সেই নগৰৰ দুৰ্গ ভয়ংকৰ মৃত্যুপাশৰ দৰে মুৰো নামৰ অসুৰৰ ক্ষুৰান্ত ষট্‌সহস্ৰ পাশৰ দ্বাৰা যমৰ দুৱাৰৰ দৰেই সুগুপ্তভাৱে বেষ্টিত।)

*তস্মিন্নবসৰে প্ৰাপ কৃষ্ণঃ প্ৰাগ্‌জ্যোতিষং পুৰম্‌।*
*প্ৰথমং পশ্চিমং দ্বাৰমাসাদ্য গৰুড়ধ্বজঃ।*
*পাশানাং ষট্‌সহস্ৰাণি ক্ষুৰান্ সঞ্ছিদ্য নৈকধা।*
*জঘান স মুৰুং দৈত্যং সানুগং চ সবান্ধৱম্‌।*

(কা. পু. ৪০-৮০)

গৰুড়াৰূঢ় শ্ৰীকৃষ্ণই প্ৰাগজ্যোতিষপুৰ পাই প্ৰথমে পশ্চিম দ্বাৰলৈ আহি তীক্ষ্ণ অস্ত্ৰেৰে বেষ্টিত দুৱাৰৰ শতসহস্ৰ পাশবোৰ খণ্ড খণ্ড কৰিছিল আৰু তাৰ পাছত মুৰু দৈত্যক সংগী আৰু অনুচৰবোৰৰ সৈতে বধ কৰিলে।

*ষটসহস্ৰা মহাবীৰা দানৱা দ্বাৰি সংস্থিতাঃ*
*হতাশ্চক্ৰেণ হৰিণা তদৈব গুৰুণা সহ।। (৪০-৮১)*
*ততোহনেকশিলাসঙ্ঘানতিক্ৰম্য জনাৰ্দনঃ।*
*সগণং সানুগং চৈৱ নিসুন্দং সমপোথয়ত্।। (৪০-৮৫)*

এইবোৰ শ্লোকৰ পৰা দেখা যায় যে যে গড়ৰ দুৱাৰতে বহু সৈন্য-সামন্ত ৰখা হৈছিল, সেই সৈন্যবোৰক বধ কৰাৰ পাছত পুনৰ শিলৰ খণ্ডবোৰ বা শিল আদি অতিক্ৰমি জনাৰ্দনে নিসুন্দক বধ কৰিলে।

তাৰ পাছত ব্ৰহ্মপুত্ৰ নদীৰ মাজ সোঁতত হয়গ্ৰীৱক বধ কৰা হৈছিল। এইদৰে ব্ৰহ্মপুত্ৰ নদী, দুৰ্গ, শিলৰ গড় ইত্যাদি যুদ্ধেৰে অতিক্ৰমিহে শ্ৰীকৃষ্ণই প্ৰাগজ্যোতিষৰ নগৰত প্ৰৱেশিব পাৰিছিল। শ্ৰীকৃষ্ণই পশ্চিমতহে প্ৰথমে এই নগৰৰ সীমাৰ দ্বাৰ পাইছিল।

ইয়াৰ আগতেই *'কালিকাপুৰাণ'*ৰ ৩৯ অধ্যায়ত বাণাসুৰৰ উপদেশমতে বিষ্ণুৰ বিৰুদ্ধে যুদ্ধৰ বাবে নৰকাসুৰে তেওঁৰ দুৱাৰ-চকীসমূহত বিখ্যাত অসুৰসকলক নিযুক্ত কৰা প্ৰসংগ উল্লেখ হৈছে।

*দ্বাৰি সংস্থাপ্য বৈ ৱীৰান্ দেৱৈৰপি দুৰাসদান্।*
*অতিক্ৰমস্ব দেৱেশং যদি লব্ধৱৰো ভবান্।*

(কা. পু. ৩৯-১০০)

(নগৰৰ প্ৰৱেশদ্বাৰত দেৱতাইও ওচৰ চাপিব নোৱাৰা শক্তিশালী বীৰসকলক নিয়োগ কৰক। যদি বৰপ্ৰাপ্ত হৈছে ইন্দ্ৰকো বিজয় কৰক।)

ততঃ স পশ্চিমদ্বাৰি নৰকঃ সেনয়া সহ।।
মুৰুং দ্বাৰাধিপং চক্ৰে হয়গ্ৰীৱং তথোত্তৰে।
পূৰ্বদ্বাৰি নিসুন্দন্তু বিৰুপাক্ষং তু দক্ষিণে।।

*(কা. পু. ৪০-৬/৭)*

এইদৰে প্ৰাগজ্যোতিষ নগৰৰ প্ৰৱেশ-পথৰ চাৰিওফালৰ দুৱাৰ নৰকাসুৰে সুৰক্ষিত কৰিছিল।

**‘*শ্ৰীমদভাগৱত*’ত প্ৰাগজ্যোতিষপুৰৰ দুৰ্গৰ বা গড়ৰ উল্লেখ ঃ**

ইন্দ্ৰেণ হৃতছত্ৰেণ হৃতকুণ্ডল বন্ধুনা।
হৃত অমৰাদ্ৰিস্থানেন জ্ঞাপিতো ভৌমচেষ্টিতম্।
সভাৰ্য্যো গৰুড়াৰূঢ়ঃ প্ৰাগজ্যোতিষপুৰং যযৌ।
গিৰিদুৰ্গৈঃ শস্ত্ৰদুৰ্গৈঃ জলাগ্নি অনিল দুৰ্গমম্।
মুৰপাশাযুতৈঃ ঘোৰৈ দৃঢ়ৈঃ সৰ্বত আবৃতম্।

(শ্ৰী ম.ভা. ১০-৫৯-২-৩)

*নৰকাসুৰে ইন্দ্ৰৰ মাতৃ অদিতিৰ কুণ্ডল আৰু বৰুণৰ ছত্ৰ হৰণ কৰিছিল আৰু ইন্দ্ৰও নৰকৰ দ্বাৰা অমৰাদ্ৰিৰ [ মণি পৰ্বত] পৰা বিতাৰিত হৈছিল। শ্ৰীকৃষ্ণৰ ওচৰত ইন্দ্ৰই ভৌম অৰ্থাৎ নৰকৰ এই অত্যাচাৰৰ কথা কৈছিল। শ্ৰীকৃষ্ণই তেতিয়া তেওঁৰ ভাৰ্য্যাসহ গৰুড়ৰ ওপৰত উঠি প্ৰাগজ্যোতিষপুৰলৈ গ'ল। সেই পুৰ গিৰিদুৰ্গ আৰু অস্ত্ৰ-দুৰ্গৰ দ্বাৰা সুদৃঢ়ভাৱে বেষ্টিত আৰু পানী, বায়ু আৰু অগ্নিৰ দুৰ্গৰদ্বাৰা দুৰ্গম হৈ আছিল। মুৰ নামৰ দৈত্যৰ অযুত পাশৰ দ্বাৰাও এই নগৰ আবৃত হৈ আছিল।* **এই বৰ্ণনাৰ সৈতে কালিকাপুৰাণৰ বৰ্ণনাৰ প্ৰকৃত মিল দেখা যায়।**

এই পৰিপ্ৰেক্ষিতত নৰকাসুৰৰ প্ৰাসাদভূমিৰ প্ৰাচীন বৰ্ণনাৰ সৈতে ওপৰত উল্লেখ কৰি অহা গণেশগুৰি-দিশপুৰ-জটীয়া-বেলতলা সমতল অঞ্চল আৰু তাৰ চাৰিওফালৰ বৰ্ণিত পাহাৰ আৰু পুখুৰী-নদীৰে পৰিবেষ্টিত অঞ্চলৰ সাদৃশ্য আৰু সংগতিমুলক তুলনা তাৎপৰ্য্যপূৰ্ণ। আমাৰ পূৰ্বসূৰী প্ৰত্নতত্ত্ববিদসকলৰ দিনত অসমত প্ৰত্নতাত্ত্বিক খনন-কাৰ্য্যৰ কোনো সুবিধা নাছিল। সেয়ে তেওঁলোকে প্ৰাপ্ত উৎকীৰ্ণ লিপি, প্ৰাকৃতিক অৱস্থান আৰু প্ৰাচীন ভাৰতীয় শাস্ত্ৰ আৰু গ্ৰন্থ অধ্যয়নৰ সাহায্যতে সুগভীৰ মননশীলতা আৰু চিন্তাৰেহে প্ৰত্নতত্ত্বৰ বিভিন্ন দিশৰ সিদ্ধান্ত ল'ব লগা হৈছিল।

কনকলাল বৰুৱাই আক্ষেপ কৰি ক'ব লগা হৈছিল ঃ

**ঃ ‘চৰকাৰে অন্য ঠাইত হাজাৰ-বিজাৰ টকা খৰছ কৰিছে, পুৰণি প্ৰাগজ্যোতিষপুৰখন দিশপুৰতেই আছিল বুলি ঠাৱৰ কৰিব পৰা**

**গ'লহেঁতেন যদি খনন কাৰ্যৰ বাবে চৰকাৰে কিছু টকা ব্যয় কৰিলেহেঁতেন।" সেই কাম আজিও আকাশ-কুসুম হৈ আছেঃ**

৪। **হাতীগাঁও-ভগদত্তৰ হাতীশালৰ স্থান অনুমান ঃ**

নৰকাসুৰ-ভগদত্ত ৰজা হাতীৰ অধিকাৰী হোৱা বাবেও ভাৰতত সু-প্ৰসিদ্ধ আছিল। নৰকাসুৰে কিৰাতবংশীয় ঘটকাসুৰক বিনাশ কৰি প্ৰাগজ্যোতিষপুৰ অধিকাৰ কৰোতে তেওঁলোকৰ পৰা ২৫০০০ নিপুণ হাতী কাঢ়ি লোৱাৰ প্ৰসংগ *কালিকাপুৰাণত* উল্লেখ হৈছে।

ততঃ কিৰাতৰাজস্য চতুৰ্দন্তাঃ সুদন্তিনঃ।
পঞ্চবিংশতিসাহস্ৰা মহামাত্ৰকুথৈঃ যুতাঃ।

(কা. পু. ৩৮/১৩৪)

*(তাৰ পাছত নৰকে কিৰাত ৰজাৰ উৎকৃষ্ট জাতৰ চতুৰ্দন্তৰ ২৫ হাজাৰ হাতী ঘৰত ব্যৱহাৰৰ উপযোগী চিত্ৰবিচিত্ৰ ভূষণসহ আৰু হাতীৰ মাউতেৰে সৈতে দখল কৰি ল'লে।)*

মহাভাৰতত ভগদত্তৰ হাতীৰ পৰাক্ৰমৰ কথা অতি ৰোমাঞ্চকৰভাৱে বৰ্ণিত হৈছে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত ভগদত্তই যিবোৰ উপহাৰ দিছিল তাৰ ভিতৰত হাতীদাঁতৰ নাল লগোৱা অলংকাৰ উল্লেখযোগ্য। ভগদত্তৰ পুত্ৰ বীৰ বজ্ৰদত্তও হাতী-বিদ্যাগত জ্ঞানত পাৰ্গত আছিল। তেতিয়াৰ দিনত হাতীক যুদ্ধ আদিৰ শিক্ষা দিয়া কাৰ্য্য সুন্দৰভাৱে চলিছিল।[১০]

প্ৰসংগক্ৰমে উল্লেখনীয় যে হাতীৰ বেমাৰ চিকিৎসাৰ বাবে খ্ৰী. পূ. সময়তেই প্ৰসিদ্ধ সংস্কৃত গ্ৰন্থ *'হস্ত্যায়ুৰ্বেদ'* ঋষি পালকাপ্যই লৌহিত্যৰ পাৰত অসমতেই ৰচনা কৰিছিল বুলি স্বীকৃত হৈছে। পাছলৈ এই ৰাজ্যতেই *'হস্তীবিদ্যাৰ্ণৱ'* সচিত্ৰ হস্তী-পুথিও ইয়াত ৰচনা হ'ল।

গতিকে প্ৰাগজ্যোতিষ ৰাজ্য চলি থকা কালতেই হাতীৰ ৰক্ষণাবেক্ষণ, চিকিৎসা, পালন আৰু প্ৰশিক্ষণৰ প্ৰতি ৰাজকীয় পৃষ্ঠপোষকতা আৰু দৃষ্টি সক্ৰিয় আছিল বুলি ধৰিব পৰা যায়। সেয়ে প্ৰাগজ্যোতিষপুৰতে হাতীৰ বাবে নিশ্চয় পৃথকে পৃথকে আবাসভূমি ৰক্ষা কৰাটো স্বাভাৱিকভাৱে অনুমান কৰিব পাৰি। হিউৱেনচাঙৰ বিৱৰণিত এই কথা আছিল যে কামৰূপৰ দক্ষিণ-পূব অংশত পালে পালে বনৰীয়া হাতী

পোৱা গৈছিল, আৰু মানুহে বিশেষকৈ যুদ্ধত, হাতী ব্যৱহাৰ কৰিছিল। গতিকে বনৰীয়া হাতী বিস্তৰভাবে ধৰি আনি তাক ৰাখি পোহনীয়া কৰি প্ৰশিক্ষণ দিয়াৰ বাবে হয়তো যথেষ্ট ভূমিৰ দৰকাৰ আছিল।

*'কৌটিল্যৰ অৰ্থশাস্ত্ৰ'*ত কোৱা হৈছে যে *'পাৰ হ'ব পৰা পৰ্বত, পানী আৰু খলা-বমা ঠাই থকা, উভালিব পৰা গছ থকা, কাটিব পৰা লতা থকা, মাজে মাজে বোকা থকা আৰু ফাট নাইকিয়া স্থানেই হস্তিভূমি।'*[১]

এইবোৰ তথ্য আৰু সংবাদ ইতিবাচকভাৱে বিবেচনা কৰিলে আৰু নৰকাসুৰ পাহাৰৰপৰা দক্ষিণে বেলতলালৈকে এই সমগ্ৰ অঞ্চল প্ৰাগজ্যোতিষপুৰ নগৰৰ ভিতৰত আছিল বুলি অনুমান কৰিলে, হাতীগাঁৱত ভগদত্ত ৰজাৰ হস্তীশালৰ স্থান বা হাতী-সংগ্ৰহ কৰ্মৰ কেন্দ্ৰ-স্থান আছিল বুলি বহুদিন ধৰি লোক-সমাজত প্ৰচলিত হৈ অহা এই ধাৰণা নুই কৰি দিয়া সহজ নহয়।

**ভাস্কৰবৰ্মাৰপৰা পাল-বংশৰ ৰাজত্বলৈকে প্ৰাগ্‌জ্যোতিষত ৰাজত্ব কৰা ৰজাসকলৰ সেই কালত হাতীৰ মূৰৰ চিহ্নই আছিল ৰাজকীয় প্ৰতীক।** তাম্ৰশাসনৰ শীৰ্ষপাতত আছিল এই ৰাজকীয় চিহ্ন। ইও কম তাৎপৰ্য্যপূৰ্ণ নহয়।

পৰৱৰ্তীকালত আহোম-ৰজা প্ৰতাপ সিংহই সপ্তদশ শতাব্দীৰ আগভাগত কোচৰজা পৰীক্ষিত নাৰায়ণৰ ভাতৃ হৰনাৰায়ণক বেলতলাৰ ৰজা হিচাপে স্থাপন কৰি তেওঁক 'গজনাৰায়ণ' উপাধি বা নাম দি ৰজা পতা কথাটো নিশ্চয় তাৎপৰ্য্যপূৰ্ণ।

**৫। কোচৰজাৰ দখলত বেলতলা ঃ**

কোচবংশীয় নেতা বিশ্বসিংহৰ আবিৰ্ভাৱো অসমৰ ইতিহাসত গুৰুত্বপূৰ্ণ ঘটনা। তেওঁ খ্ৰীঃ ১৫১৫-৪০ সময়ছোৱাৰ ভিতৰত কোচবেহাৰত ৰাজ্য স্থাপন কৰি এই ৰাজ্যৰ বিস্তৃতি আনে। গুণাভিৰাম বৰুৱাৰ বুৰঞ্জী আৰু 'কোচবেহাৰেৰ ইতিহাস' মতে বিশ্বসিংহই ঔগাৰী, লুকী, বগাই, পান্তান, বকো, ভোলাগাঁও, ফুলগুৰী, বিজনী, বেলতলা, মৈৰাপুৰ, ৰাণী, বনগাঁও, কড়াইবাৰী, আটিয়াবাৰী, কামতাবাড়ী, বলৰামপুৰ, পাণ্ডু, মাৰগাঁও, দীঘলা, খুটাঘাট, কৰ্ণপুৰ, বেহাৰ, ৰাউলীয়া,

চকুৱাৰ, ছয়গাঁও, বৰনগৰ, ডিমৰুৱা, দৰং প্ৰভৃতি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য জয় কৰিছিল বুলি উল্লেখ আছে।

বিশ্বসিংহৰ আগতে বেলতলাৰ মুখ্য শাসনকৰ্তা কোন আছিল সেই বিষয়ে জনা নাযায়। ভূঞাসকল সেই সময়ত পূব অসমৰপৰা কোচবেহাৰলৈকে বিস্তৃত হৈ আছিল। আদি ভূঞাসকলৰ বিৱৰণ 'আদি চৰিত' নামৰ পুথিত আছে—

*আচামে যে কামৰূপ দেশ বেহাৰৰ।*
*তিনিও ৰাজ্যত আছে দুই ভূঞাৰ কুমাৰ।।*
*এহি মতে দেশে দেশে আছে ভূঞাগণ।*
*ভূঞাৰ অধিক বংশ জানিবা ৰাজন।।*

গতিকে এই সৰু ৰাজ্যৰ অধিকাংশতে কোনো ভূঞা নেতাই অধিকাৰ কৰি আছিল। বৰভূঞা, সৰুভূঞা, আগুৰিভূঞা, ছুটিভূঞা, কুসুমভূঞা এইসকলেও বিশ্বসিংহৰ বশ্যতা স্বীকাৰ কৰিছিল।[১২]

বিশ্বসিংহই কোন লোকক বেলতলাৰ ৰজা বা দলপতি পাতিছিল জনা নাযায়।

নৰনাৰায়ণৰ ৰাজ্য কোচৰাজ্য-কোচবেহাৰ ১৫৮৯ খ্ৰী.ত বিভাজিত হৈ ৰঘুদেৱ আৰু লক্ষ্মীনাৰায়ণৰ মাজত ভাগ হয়। সোণকোষ নদীৰপৰা পুবে বৰনদীলৈকে প্ৰাচীন কামৰূপৰ এই অংশ ৰঘুলৈ যায়। ৰঘুদেৱৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ পৰীক্ষিতনাৰায়ণ ৰজা হয়। কামৰূপ অংশৰ ৰজা হয় যদিও সততে তেওঁৰ ৰজা লক্ষ্মীনাৰায়ণৰ সৈতে যুদ্ধ-বিগ্ৰহ লাগি থাকে। শেষত মোগলৰ বিৰুদ্ধে আহোম ৰজা প্ৰতাপ সিংহৰ সাহায্য খোজাত কামৰূপ ৰাজ্য আহোমৰ তলতীয়া হয়। প্ৰতাপসিংহই মুছলমানক পৰাজয় কৰি ১৬১৪ খ্ৰী.ত ৰঘুদেৱৰ চতুৰ্থ পুত্ৰ বলি নাৰায়ণক দৰঙত ৰজা পাতে আৰু তেওঁক 'ধৰ্মনাৰায়ণ' নাম দিয়ে। তেওঁৰ ভায়েক হৰনাৰায়ণক 'গজনাৰায়ণ' নাম দি বেলতলাৰ ৰজা পাতে। বিজনিত বিজিত নাৰায়ণ ৰজা হয়। তেওঁলোকক তলতীয়া ৰজাৰপৰা নমাই ৰজা খিতাপেৰেই কৰ্মচাৰী পাতিলে। ৰাণীত ৰাণী-ৰজা পাতিলে। বেলতলাৰ ৰজাক প্ৰৱৰ্তিবৰ বাবে নিষ্কৰ মাটি আদি দান দিলে। লুকী, বকো আদি কেইবাজনো ৰজাক 'ৰজা-পোৱালী' নাম দিলে।[১৩]

মিৰজুমলাৰ অসম-আক্রমণত জয়ধ্বজ সিংহই পৰাজয়বৰণ কৰি তেওঁৰ সৈতে যি সন্ধি কৰিছিল (১৬৬১ খ্রী.ৰ ২২জানুৱাৰী তাৰিখে) তাত মূল চুক্তিৰ সৰ্তৰ বিষয় আছিল ৭টা। তাৰে ষষ্ঠ চুক্তি আছিল দুই ৰাজ্যৰ সীমা।

মানাহৰপৰা গুৱাহাটীলৈকে এই ৰাজ্য মোগলক ওভোটাই দিয়াৰ উপৰিও স্বৰ্গদেৱে তলত লিখা ৰাজ্যখণ্ড মোগলক দিলেঃ

(১) উত্তৰ কোণে ঃ চৰকাৰ দৰং সীমা, পূবে চামধৰাৰ ওচৰৰ ভৈৰবী নদী আৰু পশ্চিমে গুৱাহাটী।

(২) দক্ষিণ কোণে ঃ দেশ ৰাণী, নগা পাহাৰ, **দেশ বেলতলা** আৰু ডিমৰুৱা।

এইমতে পশ্চিমে মানাহ নদী আৰু পূবে-দক্ষিণকূলে কলং আৰু উত্তৰকূলে ভৰলী নদী—ইয়াৰ ভিতৰত থকা গোটেই ৰাজ্য মোগলৰ তলতীয়া হ'ল।[১৪]

তাৰ আগতেও ৰজা প্ৰতাপসিংহৰ সময়ত আহোম আৰু মোগলৰ মাজত এবাৰ সন্ধি হৈছিল, (ফেব্রুৱাৰী, ১৬৩৯)। সেই সময়তে ব্ৰহ্মপুত্ৰৰ উভয়পাৰে উত্তৰকূলত বৰনদী আৰু দক্ষিণকূলত 'অসুৰৰ আলি' অসম-মোগলৰ সীমা হৈছিল।

**গুৱাহাটীৰ 'অসুৰৰ আলি' নৰকাসুৰ ৰজাৰ আলি বুলিয়ে কিংবদন্তী আছে। এই আলিৰ বৰ্তমান স্থান সম্পৰ্কে বিতৰ্ক আছে যদিও বৰ্তমান ভঙাগড়-ৰাজগড়ৰ পৰা বশিষ্ঠাশ্ৰমলৈকে থকা একাংশ আলিও 'অসুৰৰ আলি'ৰ ভিতৰত পৰিছিল।**

শৰাইঘাটৰ যুদ্ধৰ পাছৰপৰাই অৰ্থাৎ সোতৰ শতিকাৰ শেষৰ পৰাই কামৰূপ আহোমৰ হাতত থাকে। ১৭৯২ খ্ৰীঃত গৌৰীনাথ সিংহক সহায় কৰিবলৈ অহা বৃটিছ কোম্পানীৰ কেপ্তেইন বেলছ্ অহাৰ পাছৰপৰাই ক্ৰমে ক্ৰমে ই ইষ্টইণ্ডিয়া কোম্পানীৰ হস্তগত হয়।

**মামু গোবিন্দ ঃ**

ওপৰত উল্লেখ কৰি অহা ৰঘুদেৱৰপৰা গজনাৰায়ণলৈকে আংশিক বংশলতা এনেধৰণে দেখুৱাব পাৰি —




এতিয়া, মামুগোবিন্দ *Comprehensive History of Assam* ত দেখুওৱা মতে পৰীক্ষিত আৰু বলিনাৰায়ণৰ খুড়া হয়।[১৫]

সেইসূত্ৰে বলিনাৰায়ণৰ আগতেই মামুগোবিন্দই দেশ বেলতলাৰ মুখ্য নায়ক বা শাসনকৰ্তা আছিল। মামুগোবিন্দই আহোম ৰজা প্ৰতাপসিংহৰ দিনত যুদ্ধৰ সময়ত মোগলৰ বিৰুদ্ধে তীব্ৰ বিৰোধিতা কৰি আছিল। দক্ষিণকূলৰ ১৮ খন ৰাজ্যৰ তেনে মুখীয়ালসকলেই মোগলৰ বিৰোধী আছিল। মামুগোবিন্দ সম্পৰ্কে আন এক উল্লেখ এই ঃ

In his western neighbour Parasuram and Mamu Gobinda of Beltola he had two faithful associates whose concerted activities caused much trouble to the Mughals south of the Brahmaputra.[১৬]

*'আহোমৰ দিন'* মতে প্ৰতাপ সিংহৰ দিনত মামুগোবিন্দ বেলতলাৰ বৰুৱা হৈছিল। কিন্তু মোগলক জিকাৰ পাছত আহোমৰ সৈতে কৰৈবাৰী

সীমা কৰি তেওঁ দক্ষিণকূলৰ ৰজা হৈছিল। মামুৰ লগত ৰজাই ২০০০ কাড়ী দি ৰাখিছিল। মামুৰ পুত্ৰ আছিল মধুনায়ক।

প্ৰকৃততে আহোম ৰজাৰ অধীনত থকাৰ সময়ত বেলতলাত কোচ ৰাজবংশৰেই বিভিন্নজনক সময়ত শাসনকৰ্তা পাতি থকা হৈছিল। চাৰ এড'ৱাৰ্ড গেইটৰ 'অসম বুৰঞ্জী'ত মামু গোবিন্দৰ উল্লেখ নাই। কিন্তু এই গ্ৰন্থৰ পৰিশিষ্টত গেইটে এনেভাৱে লিখিছেঃ

The independent rule of the eastern branch of the Koch dynasty terminated with Balinarayan's death in 1637, and the status of his successors was gradually reduced to that of Zamindar. A branch of the family desended from Bijitnarayan, son of Parikhsit, was in possession of Bijni and another founded by Gajnarayan, Parikhsit's brother, held the small estate of Beltola.[১৭]

মিৰজুমলাৰ অসম-আক্ৰমণৰ আগে আগে বৰনগৰত থকা মোগলৰ তলতীয়া হোৱা শাসনকৰ্তা উত্তমনাৰায়ণৰ পুত্ৰ দুৰ্লভনাৰায়ণে কোচবেহাৰৰ কোচৰজা প্ৰাণনাৰায়ণ আৰু মোগলৰ বিৰোধিতা কৰি পলাই আহি দৰং হৈ বেলতলাৰ ৰজা মহীধ্বজ নাৰায়ণ (ধৰ্মৰাজ নাৰায়ণৰ পুত্ৰ)ৰ ওচৰ চাপিছিল। তাৰ পাছত আহোম ৰজাৰ শৰণাপন্ন হৈছিল।[১৮]

শৰণাপন্ন দুৰ্লভনাৰায়ণক আহোম ৰজাই বেলতলা বিভাগৰ একাংশৰ শাসনকৰ্তা নিযুক্ত কৰাৰ কথাও 'কোচবেহাৰৰ ইতিহাস'ত উক্ত হৈছে।

বিশ্বসিংহই বেলতলা অঞ্চল দখল কৰা কালৰ আগৰপৰাই বেলতলা বিখ্যাত আছিল। *'আসাম বান্ধৱ'* আলোচনীত *'দীপিকা ছন্দ'*নামৰ প্ৰাচীন অসমীয়া কাব্য পুথিখনৰ লেখক জনৈক কবি পুৰুষোত্তম গজপতি নামৰ ৰজাজনৰ আলোচনা সংক্ৰান্তত আলোচকে (সম্ভৱতঃ আলোচনীৰ সম্পাদক) সিদ্ধান্ত কৰিছিল যে ষোড়শ শতিকাত এই পুৰুষোত্তম গজপতি নামে এজন ভূঞা ৰজাই বেলতলাতে ৰাজত্ব

কৰিছিল আৰু *'দীপিকা ছন্দ'* নামৰ পুথিখন লিখিছিল।[১৯] এই সিদ্ধান্তৰ প্ৰত্যক্ষ কোনো তথ্য নাই যদিও বেলতলা কোচৰজাৰ অধীনত অহাৰ আগৰেপৰা এই অঞ্চলৰ প্ৰসিদ্ধিৰ ধাৰাবাহিকতা আমি প্ৰাগজ্যোতিষ নগৰৰ কালৰপৰাই অনুমান কৰি লোৱাত অসুবিধা নাই।

কোচৰজাসকলৰ শিক্ষা-সংস্কৃতিৰ প্ৰতি থকা অনুৰাগ ৰক্ষা কৰি বেলতলাত কোচৰাজ্যৰ প্ৰতিষ্ঠাপক ৰজা হৰনাৰায়ণেই নিৰ্দেশ দিয়া মতে কবি ৰতিকান্ত দ্বিজই *'ব্ৰহ্মবৈবৰ্তপুৰাণ'*ৰ অসমীয়া অনুবাদ কৰিছিল বুলি প্ৰসংগক্ৰমে ড° মহেশ্বৰ নেওগে উল্লেখ কৰিছে।[২০] এই ৰতিকান্ত দ্বিজই কোচবংশৰ *'খড়্গ নাৰায়ণ বংশাৱলী'*ও লিখিছিল। সম্ভৱতঃ এই ৰাজ পৰিয়ালৰ তেজতেই অসমীয়া ভাষা-সাহিত্যৰ পৃষ্ঠপোষকতাৰ প্ৰেৰণা প্ৰবাহিত আছিল এই কাললৈকে। ৰাজপৰিয়ালৰ উপাধিৰ শেষ অংশীদাৰ যতীন্দ্ৰনাৰায়ণ আৰু দ্বিজেন্দ্ৰনাৰায়ণ দেৱেও বিগত শতিকাৰ ষাঠিৰ দশকত *'নৱযুগ'* সাপ্তাহিক আলোচনী উলিয়াব পাৰিছিল।

হৰনাৰায়ণে বেলতলা অঞ্চলৰ প্ৰশাসনক স্থিৰতা দিয়াৰ পাছত বৃটিছৰ আগমনলৈকে এই ৰাজপৰিয়ালৰ হাততে অঞ্চলৰ আধিপত্য বৰ্তি ৰৈছিল। ৰাজপৰিয়ালৰ হাতত ইয়াৰ বিৱৰণ আছে। বৃটিছে অসম দখল কৰাৰ পাছত ৰাজপৰিয়ালক স্বীকৃতি দি নতুন প্ৰশাসনীয় নীতি আৰু ব্যৱস্থাত বেলতলা অঞ্চলক সামৰি ল'লে।

**৬। গৌৰীনাথ সিংহৰ দিনত বেলতলা ঃ**

মোৱামৰীয়াসকলৰ শেষ বিদ্ৰোহত অতিষ্ঠ হৈ আৰু স্থানীয় ৰজাসকলৰ বিদ্ৰোহ দমনাৰ্থে গৌৰীনাথ সিংহই (খ্ৰীঃ ১৭৮০-১৭৯৫) ইষ্টইণ্ডিয়া কোম্পানীক সহায় ভিক্ষা কৰিছিল। কলিকতাস্থ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছে কেপ্তেইন ৱেলছক তাৰ বাবে প্ৰেৰণ কৰে। কেপ্তেইন ৱেলছে হিন্দুস্থানী ফৌজৰ সহায়েৰে এই বিদ্ৰোহ দমন কৰি বিদ্ৰোহৰ কবলৰ পৰা ৰাজ্য মুক্ত কৰি গৌৰীনাথ সিংহক ৰাজ্য গতাই দিছিল। এই বিদ্ৰোহ দমনৰ বাবে তেওঁ কোম্পানীক খাজনা আৰু খৰছ দি বলগীয়া হৈছিল ১৭৯৪ খ্ৰী.ৰ ১ লা ফেব্ৰুৱাৰীৰপৰা। তাৰবাবে এখন চুক্তি স্বাক্ষৰিত হৈছিল। সেই চুক্তিমতে বৰফুকনে তেওঁৰ অধীনত থকা

কলিয়াবৰৰপৰা কান্দাহাৰ চকীলৈকে এই অঞ্চলৰপৰা মুঠ ১ লাখ ৫০ হাজাৰ টকা ৰাজহ কোম্পানীৰ সৈন্য-সামন্তৰ খৰচৰ বাবে আদায় দিবলগীয়া হৈছিল। চুক্তিখনত কোন স্থানৰপৰা কিমান টকা সংগ্ৰহ কৰি দিব লাগিব তাৰ উল্লেখ আছে। সেইমতে বেলতলাৰ পৰা ২৫০০.০০ টকা আৰু ডিমৰুৱাৰ পৰা ৫০০০.০০ টকা বুলি উল্লেখ হৈছে। মুঠ ৰাজহ-সংগ্ৰহ ২০০৭০০. ০০ টকা, কোম্পানীৰ প্ৰাপ্য ১,৫০,০০০ টকা আৰু স্বৰ্গদেউৰ বাবে ৫০,৭০০ টকা।[২১] সেই সময়ত বৰফুকন আছিল শিৱদত্ত বৰফুকন।

**৭. বেলতলা দেশ ঃ**

কামৰূপ মোগলৰ অধীন হৈ থকা সময়ত ১৬২১ খ্ৰীষ্টাব্দত ইব্ৰাহিম কৰোড়ী আমিনৰ অধীনত সমুদায় কামৰূপ অঞ্চলত মাটিৰ পিয়ল হৈছিল। তেতিয়া পৰীক্ষিত নাৰায়ণৰ গোটেই ৰাজ্যখন চাৰিটা *চৰকাৰ*ত ভাগ কৰি পৰগণা আৰু তপাৰ সৃষ্টি কৰা হৈছিল। কামৰূপৰ অংশত দুটা *চৰকাৰ* থাকিল— *চৰকাৰ কামৰূপ* আৰু *চৰকাৰ দক্ষিণকূল*। বাকীদুটা চৰকাৰ মানাহৰ পশ্চিমত পৰিছিল। কামৰূপৰ দুটাত সৰ্বমুঠ ২৬ টা পৰগণা আছিল। উত্তৰপাৰৰ পৰগণাবোৰ 'মহল'ত আৰু দক্ষিণপাৰৰবোৰ 'তপা'ত ভগোৱা হৈছিল। প্ৰতিটো 'পৰাগণা'তে এজন চৌধাৰী দিয়া হৈছিল।

*'কামৰূপৰ বুৰঞ্জী'* মতে 'চৰকাৰ দক্ষিণকূলৰ' পাণ্ডু পৰগণাৰ ভিতৰত 'তপে বেলতলা ' আছিল। পাণ্ডু পৰগণাত আছিল সাত তপা।

আহোমৰ শাসনতো বৰফুকনসকলে কিছু সালসলনিৰে প্ৰায় একে বিভাজনকে ৰাখিছিল।

পৰগণাৰ বাহিৰতো দুই প্ৰকাৰৰ সৰু সৰু ৰাজ্য আছিল। তাক 'দেশ' আৰু 'দুৱাৰ' বোলা হৈছিল। 'দুৱাৰ' আছিল দুই পৃথক ৰাজ্যৰ সীমান্তৱৰ্তী অঞ্চল। 'দেশ' হ'ল দাঁতিকাষৰীয়া ৰজাৰ ৰাজ্য। আহোম স্বৰ্গদেউসকলৰ মিত্ৰ বা কৰদ ৰাজ্য। সেইবাবে **'দেশ বেলতলা'** আৰু **'দেশ ডিমৰুৱা'** হিছাপে আহোম ৰজাসকলে স্বীকৃতি দিছিল। ১৭৭৫ খ্ৰীঃত **দন্দুৱাদ্ৰোহ দমনত** এওঁলোকৰ সাহায্য বৰফুকনে লাভ কৰিছিল। **ইষ্টইণ্ডিয়া কোম্পানীয়ে** অসম অধিকাৰ কৰাৰ সময়ত কামৰূপত এনে ধৰণৰ দেশ আছিল ৫খন।

**বেলতলাৰ ৰাজহ ব্যৱস্থা - বৃটিছৰ দিনত।**

দৰঙী ৰাজ্যত ৰাজবংশৰ নিজস্ব মাটিৰ হিচাপ পত্ৰ লিপিবদ্ধ আছে। তেওঁলোকৰ সকলো বিভিন্ন স্তৰৰ মাটিতে *লাখেৰাজ, নিস্পিখেৰাজ, খাট* আদি পৃথকভাবে বিচাৰ কৰি বৃটিছে চৰকাৰে জৰীপ কৰিছিল আৰু কাজিয়া-পেচালো নিস্পত্তি কৰিছিল।

বেলতলাৰ ৰাজবংশত আহোম ৰজাই নিষ্কৰ ভূমি দিয়াৰ কথাকোৱা হয়। এই ৰাজ্যৰ বিভিন্ন ঐতিহ্যপূর্ণ মন্দিৰ, আশ্ৰম আৰু বিশেষ বিশেষ ব্যক্তিক তাম্ৰশাসনৰ জৰিয়তে ভূমিদান দিছিল। এই ৰাজ্যৰ ভিতৰতে বশিষ্ঠাশ্ৰম গুৰুত্বপূর্ণ প্ৰাচীন আশ্ৰম। ইয়াত আছিল **বশিষ্ঠ দেৱালয়**। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে ১৭৫১ খ্ৰী.ত এই মন্দিৰ ভালকৈ নিৰ্মাণ কৰি দ'ল বনাই দিয়ে *(তামুলী ফুকনৰ বুৰঞ্জী)*। বেলতলাৰ বিভিন্ন গাঁৱৰ মাজত এই দেৱালয়ৰ লাখেৰাজ মাটি আছিল ১৯৩ বিঘা আৰু নিস্পিখেৰাজ ৬৬৪ বিঘা। তাৰে ভিতৰত জটিয়া গাঁৱত লাখেৰাজ ১০ বিঘা ১ কঠা ১১ লেছা আৰু নি.পি. খেৰাজ ২৪ বিঘা ১ কঠা ১০ লেছা। বৰসজাই গাঁৱত বশিষ্ঠ দেৱালয়ৰ বাবে লাখেৰাজ মাটি আছিল ৮১ বিঘা ৪ কঠা ২ লেছা আৰু নি. খে. মাটি আছিল ৯৯ বিঘা ৩ লেছা।

অসমৰ বৃটিছ-অধিকৃত অঞ্চলৰ মাটিবাৰী, বন্দৱস্তী , খাজনা আদিত এটি সুস্থিৰ আধুনিক ৰূপ অনাৰ বাবে বৃটিছ চৰকাৰে আৰম্ভণিৰ পৰাই চেষ্টা চলাইছিল। শেষত ১৮৭০ খ্ৰী.ত কিছু বন্দৱস্তী নিয়ম প্ৰস্তুত হৈছিল। এই নিয়মৰ আধাৰত ১৮৮৩ খ্ৰী.ত দহচনীয়া পট্টাদানৰ বাবে বন্দৱস্তী হৈছিল। এই সময়তে পোন প্ৰথমবাৰৰ বাবে অধিকৃত পাঁচোখন জিলাতেই ভূমি-জৰীপৰ উদ্দেশ্যে ১৮৮২ খ্ৰী.ত ৰাজ্যলৈ এদল ব্যৱসায়িক জৰীপ দল অনা হৈছিল। এই দলেই ১৮৯২ - ৯৩ খ্ৰী.লৈকে নিৰ্বাচিত মাটিৰ জৰীপ আৰু শ্ৰেণী-বিভাজন কৰি কেডেষ্ট্ৰেল মেপ তৈয়াৰ কৰিছিল।

বেলতলা মৌজাৰ গাঁওসমূহৰ মেপ প্ৰস্তুত হৈছিল ১৮৮৫-৮৬ খ্ৰী.ত। ১৯০৩-০৪ খ্ৰী.ত পুনৰ বন্দৱস্তী হৈছিল। তেতিয়াৰপৰাই বেলতলা মৌজাৰ গাওঁসমূহৰ সুন্দৰভাবে ভূমি-নথি প্ৰস্তুত হৈছিল। আমি ঠাউকতে পোৱা প্ৰাপ্ত তথ্যমতে এই বন্দৱস্তীৰপৰাই বেলতলা মৌজাৰ

ৰাজহ গাওঁ ৩১ খন হয়। পৰৱৰ্তী পৰ্য্যায়ত মৌজা পুনৰগঠনত দুই এখন গাঁৱৰ আকৌ সাল-সলনি হৈছে।

**সৰুসজাই-বেতকুছি ঃ**

১৭৮৯ খ্রী.ত গৌৰীনাথ সিংহই জনৈক প্ৰাণবল্লভ ব্ৰাহ্মণৰ পূৰ্বেই প্ৰদত্ত তামৰ ফলি নষ্ট হোৱাত নতুনকৈ নৱীকৰণ কৰি দিয়ে তেওঁৰ ভায়েক সৰুকটকীক সৰুসজাইৰ বেতকুছি গাঁৱত। এই লিপিত *'বেলতলা দেশ'ৰ ৰজা, ৰাজপুত্ৰ, চহৰীয়া, মজিন্দাৰ বৰুৱা* ইত্যাদিক সম্বোধন কৰাৰ লগতে দাঁতিয়লীয়া *'ৰজা পোৱালী'*কো সম্বোধন কৰা হৈছিল। ৰূপিত আৰু বাৰী মাটিৰে এই প্ৰদত্ত লাখেৰাজ মাটি আছিল মুঠ ২৬ পুৰা বা ১০৪ বিঘা। সেইদৰে ওডালবাক্ৰা গাঁৱতো নিষ্পিখেৰাজ মাটি আছিল।

**বশিষ্ঠ গ্ৰাণ্ট ঃ**

চাহ খেতি নহলেও জনৈক G.H.Gilman ক বশিষ্ঠত এটি F.S. Grant বৃটিছ চৰকাৰে মঞ্জুৰ কৰিছিল। এইখন *বশিষ্ঠ গ্ৰাণ্ট গাওঁ* নামে ৰাজহ গাঁও হৈছিল। ১৯০৫ খ্রী.ত ইয়াৰ মুঠ মাটি আছিল ১৯৫৩ বিঘা ১ কঠা ৪ লেছা আৰু ভোগ দখল কৰিছিল জনৈক কেম্বেল চাহাবে। এই কেম্বেল চাহাব সম্ভৱতঃ গুৱাহাটীত ১৮৮২-৮৩ খ্রী.ত থকা কেম্বেল চাহাবেই হ'ব।

**বিৰকুচি গাঁওৰ মঙ্গলচণ্ডিকা ঃ** গুৰুত্বপূৰ্ণ দেৱীৰ থান। কোঁচৰজাৰ উপাস্যা দেৱীশক্তি দুৰ্গা। দৰঙী ৰজাৰ বুঢ়ী গোসাঁনী থকাৰদৰে বেলতলাৰ ৰজাসকলৰো এই দেৱী আছিল উপাস্যা। এই দেৱী-থানৰ বাবে নি. খে মাটি আছিল ৬১ বিঘা ১৩ লেছা।

১৯০৩-০৫ খ্রী.ৰ ভূমিলেখ্যত অকল দেৱীৰ নামতে পট্টা আছিল। কিন্তু ১৯০৯-১০ খ্রী.ৰ এক নামজৰী গোচৰত ইয়াৰ জিম্মাদাৰ হয় ৰাজেন্দ্ৰ নাৰায়ণ কোঁৱৰ নাবালক, অধ্যক্ষা ৰাণী অহল্যা দেৱী। এই বিগ্ৰহৰ নামত জুটিকুছি গাঁৱতো নি.খে. মাটি আছিল। বৰ্তমানে এই থানকে 'বুঢ়ী আইৰ থান' বুলি সম্ভৱতঃ জনাজাত।

**বেলতলাত আফু খেতি, আফিং বা কানিৰ খেতি ঃ** কেপ্টেইন ৱেলছ্ চাহাবৰ সময়তে অসমত প্ৰথম আফুখেতি প্ৰচলন হয়— তেওঁৰ চিপাহীসকলৰ দ্বাৰাই। 'আহোমৰ দিন' বুৰঞ্জীমতে, বেলতলাতে প্ৰথম

আফিং বা কানিৰ খেতি কৰা হয় আৰু গৌৰীনাথ সিংহৰ দিনৰপৰাই। সেই সময়ত সমগ্ৰ ৰাজ্যতে জহনী বেমাৰে আক্ৰান্ত ৰাইজক জুৰুলা কৰাত কেপ্টেইন বেলছ্ চাহাবৰ চিপাহীৰ হাতত থকা আফিং গুটি খাই মানুহ ভাল হৈছিল। সেয়ে কানিৰ খেতিৰ প্ৰচলনৰ ব্যৱস্থা হৈছিল।□

---

**প্ৰসংগ টোকা ঃ**

১। 'ডিমৰুৱা ৰাজ্য' ঃ *জ্যোতি ৰাম সহকৰ ৰচনাৱলী* (জন্মশত বাৰ্ষিকী), ১৯৮৯। পৃ. ৮৪।

২। *'কোচবিহাৰেৰ ইতিহাস'* ঃ পৃ. ১২।

৩। 'গুৱাহাটীৰ চাৰিসীমা' *হেমগোঁসাইৰ টোকা বহীৰ এপিঠি, বাঁহী*— ২৮ শ বছৰ, ৪৯২ শকৰাব্দ, ভাদ আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী।

৪। বাঁহী— *কামৰূপৰ তিনিখন শিলৰ ফলি*।

৫। ডুবিৰ তাম্ৰশাসন ঃ শ্লোক ৪৯।

৬। Kamrupa Sasanavali - ed. by Dr. Dimbeswar Sarma, Publication Board, 1981- page 155-156 (part III).

৭। Inscriptions of Ancient Assam – by Mukunda Madhava Sarma, 1978 (page -31).

৮। কালিকাপুৰাণম্ (ed. by Dr. Biswa Narayan Sastri, page-523).

৯। *'হেমচন্দ্ৰ গোস্বামী'* — গ্ৰন্থ, সম্পাদনা বেণুধৰ শৰ্মা, অসম সাহিত্য সভা।

১০। *'মহাভাৰতত প্ৰাগজ্যোতিষেশ্বৰ ভগদত্ত আৰু বজ্ৰদত্ত'* ঃ স্বৰ্গীয় সোণাৰাম চৌধুৰী, আৱাহন, ৮ম বছৰ, ৩য়- ৪ৰ্থ সংখ্যা।

১১। *'কৌটিল্যৰ অৰ্থশাস্ত্ৰ'*— ১০-৪-৬ অনুবাদ আৰু সম্পাদনা— ৰজনীকান্ত শৰ্মা, অসম প্ৰকাশন পৰিষদ, ১৯৭৭।

১২। *'কোচবেহাৰৰ ইতিহাস'* ঃ ৮৮-৮৯।

১৩। *'আহোমৰ দিন'* ঃ হিতেশ্বৰ বৰবৰুৱা, ১৯৮১, পৃ. ১২৮।

১৪। *'নবাব মীৰজুমলাৰ অসম অভিযান'* — ড° সূৰ্য্যকুমাৰ ভূঞা (*আৱাহন*, ৮ম বছৰ, ১ম সংখ্যা)।

১৫। The Comprehensive History of Assam, vol-II ed. by Dr. H.K. Barpujari, page-109.

১৬। প্ৰাগুক্ত গ্ৰন্থ পৃ. ১১০।

১৭। 'A History of Assam' by Sri Edward Gait, page-418 (Third revised edition, 1963).

১৮। 'The Comprehensive History of Assam',1992 P., 168.

১৯। *'আসাম বান্ধব'*, ২য় বছৰ, ৫ম সংখ্যা, ১৩১৮ ভাস্কৰাব্দ।

২০। *'অসমীয়া সাহিত্যৰ ৰূপৰেখা'* — ড° মহেশ্বৰ নেওগ, পৃ. ২২৫ (১৯৬২)।

২১। Early British Relations with Assam (1949)– Dr. S. K. Bhuyan, page 55-56. Department of Historical and Anti-quarian Studies, Assam.

---

হাতীগাঁও *নবাৰুণ শাখা সাহিত্যসভাই* খ্ৰী. ১৯৯৭-৯৮ বৰ্ষত অনুষ্ঠিত কৰা এই সংক্ৰান্তৰ আলোচনা-চক্ৰত আলোচকৰূপে অংশগ্ৰহণ কৰি পঠিত হোৱা আৰু বছৰেকীয়া মুখপত্ৰ 'সুপ্ৰতীক'ত (খ্ৰী. ১৯৯৯-২০০০) প্ৰকাশিত। দিশপুৰ মহাবিদ্যালয়ৰ 'অৰুণ' (খ্ৰী. ২০০৮) আলোচনীত বৰ্দ্ধিত ৰূপত প্ৰকাশিত।

# বেলতলা ৰাজ্যৰ এটি চমু ঐতিহাসিক টোকা

## [পূৰ্বৰ প্ৰবন্ধৰ অনুপূৰক]

১। কোচবংশীয় ৰজা বিশ্বসিংহৰ আবিৰ্ভাৱ (খ্ৰী. ১৫১৫-৪০) অসমৰ ইতিহাসৰ এক গুৰুত্বপূৰ্ণ ঘটনা। বিভিন্ন দিশৰপৰা ১২০৫-০৬ খ্ৰী.ত মহম্মদ ই বক্তিয়াৰ খিলিজিয়ে কামৰূপলৈ আক্ৰমণৰ বাবে আহি বিধ্বস্ত হোৱাৰ পাছত প্ৰাচীন কামৰূপৰ সেইসময়ৰ ৰাজধানী *'কামৰূপ নগৰ'*ৰ পৰা ১২৬০ খ্ৰী.ত কোচবিহাৰৰ ওচৰৰ কমতাপুৰলৈ ৰাজধানী তুলি নিয়া হয়। ইতিমধ্যে চুকাফাৰ নেতৃত্বত অহা আহোমসকলৰ ৰাজধানী চৰাইদেওতো শক্তিশালী ৰাজবংশ প্ৰতিষ্ঠা হয়। বৰ্ত্তমানৰ অবিভক্ত কামৰূপ জিলা, গোৱালপাৰা জিলা আৰু উত্তৰ বংগকে ধৰি এই অঞ্চল কমতাপুৰৰ অন্তৰ্ভুক্ত হৈ থাকে। কমতাপুৰৰ ৰজাসকলৰ দিনত খ্ৰী. ত্ৰয়োদশ-চতুৰ্দশ শতিকা অসমৰ সাংস্কৃতিক, সাহিত্যিক আৰু ধৰ্মীয় দিশৰ উজ্জ্বলতৰ কাল।

২। এই কমতাপুৰ পতনৰ পাছতে কোচৰজা বিশ্বসিংহৰ উত্থানে অসমৰ পশ্চিমাংশত অন্য এক ৰাজনৈতিক, সাংস্কৃতিক আৰু সামাজিক প্ৰভাৱ পেলায়। ১৫১৫ খ্ৰী.ৰ পৰা কোচবিহাৰত নতুন ৰাজধানী স্থাপন হয় আৰু বিশ্বসিংহই পূবলৈ বৰনদী আৰু পশ্চিমে কৰতোয়ালৈকে নিজৰ শাসন প্ৰতিষ্ঠা কৰে। পূবৰ ফালে তেওঁ বহুকেইখন ক্ষুদ্ৰ ৰাজ্য জয় কৰি সেইসকলক নিজৰ কৰতলীয়া কৰি নিজৰ সেনাপতি বা মুখীয়ালসকলক সেনাপতি পাতিছিল। সেইসময়ত ঔগাৰি, লুকী, বগাই, পান্তাল, বকো, ৰাণী, বেলতলা আৰু দৰং প্ৰভৃতি বহুত ক্ষুদ্ৰ ক্ষুদ্ৰ অঞ্চলত মুখীয়ালে কৰ্ত্তৃত্বশীল হৈ আছিল।

৩। বেলতলা অঞ্চল বিশ্বসিংহৰ দখলত থকা তেনে এখন ৰাজ্য আছিল। বিশ্বসিংহৰ আগতে বেলতলাত কোন মুখ্য শাসক বা আঞ্চলিক নেতা আছিল সেইবিষয়ে ভালকৈ জনা নাযায়।

৪। চিলাৰায়ৰ মৃত্যুৰ লগে লগে কোচৰাজ্যৰ বিভাজন হয়। এই বিভাজনো ইতিহাসৰ গুৰুত্বপূৰ্ণ ঘটনা। অসমৰ অঙ্গ কোচবিহাৰ নৰনাৰায়ণৰ সন্ততিসকলৰ ৰাজধানী হৈয়ে থাকিল ভাৰতৰ স্বাধীনতা লাভৰ কাললৈকে। তাৰ পাছতহে ই পশ্চিমবঙ্গৰ অন্তৰ্ভুক্ত হয়।

৫। নৰনাৰায়ণে নিজে সীমা কৰি দিয়া বিভাজনত সংকোশ নদীৰ পৰা পশ্চিমলৈ কোচবিহাৰ অঞ্চল নৰনাৰায়ণৰ ৰজাৰ সন্ততিসকলৰ হয়। চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱৰ হাতত অৰ্পিত হয় সংকোশৰপৰা পূবৰ অঞ্চল। ইয়াত পৰিছিল বৰ্তমানৰ অবিভক্ত গোৱালপাৰা জিলা, কামৰূপ আৰু অবিভক্ত দৰং জিলাৰ মঙ্গলদৈ মহকুমা। ইতিমধ্যে আহোম, মোগল আৰু কোচসকলৰ মাজত সঘন যুদ্ধ হৈ থাকে। ৰঘুদেৱৰ মৃত্যুৰ পাছত ১৬০৩ খ্ৰী.ত পৰীক্ষিত ৰজা হয়। তেওঁৰ ৰাজ্য ১৬১৬— ১৬২০ খ্ৰী.ৰ ভিতৰত বিভিন্ন যুদ্ধৰ ফলত মোগলৰ হাতলৈ যায়। কিন্তু মোগলৰ সৈতে আহোম ৰজা প্ৰতাপসিংহই যুদ্ধত বিজিত হোৱাত ১৬১৪(১৬১৫ খ্ৰী.?) খ্ৰী.ত ৰঘুদেৱৰ চতুৰ্থপুত্ৰ বলিনাৰায়ণক দৰঙ অঞ্চলত দৰঙী ৰজা হিচাপে কৰতলীয়া শাসনকৰ্তা ৰূপে থাপে আৰু তেওঁৰ নাম দিয়ে ধৰ্মনাৰায়ণ। তেওঁৰ ভায়েক হৰনাৰায়ণক **গজনাৰায়ণ** নাম দি বেলতলাৰ ৰজা পাতে। অন্য এটা ঐতিহাসিক সূত্ৰমতে পৰীক্ষিতৰ পৌত্ৰ ৰজা জয়নাৰায়ণৰপৰা বেলতলাৰ ৰাজবংশ সৃষ্টি হয়। জয়নাৰায়ণৰ পুত্ৰ হৰনাৰায়ণ, নামান্তৰে, গজনাৰায়ণে আহোমৰজাৰ অধীনত বেলতলাত পৃথকৰাজ্য স্থাপন কৰে। বিজনীত বিজিতনাৰায়ণ ৰজা হয়। আহোম ৰজা প্ৰতাপসিংহ (খ্ৰী.১৬০৩-১৬৪১) আৰু মোগলৰ মাজত ফেব্ৰুৱাৰী, ১৬৩৯ খ্ৰী.ত হোৱা সন্ধিমতে উত্তৰকূলত বৰনদীৰপৰা আৰু দক্ষিণকূলত অসুৰৰ আলিৰপৰা পশ্চিমাংশ মোগলক এৰি দিয়া হয়। **ইয়াৰ ফলত বেলতলা অঞ্চল ৰজা প্ৰতাপসিংহ আৰু তেওঁৰ স্থাপিত দৰঙী ৰজাৰ বংশধৰৰ হাতত থাকি যায়।** পৰৱৰ্তী সময়ত ১৬৬১ খ্ৰী.ত যেতিয়া মিৰজুমলাৰ

**সৈতে ৰজা জয়ধ্বজ সিংহৰ সন্ধি হৈছিল তেতিয়া আকৌ মানাহৰপৰা গুৱাহাটীলৈকে এই ৰাজ্যখণ্ড এৰি দিয়াত তাৰ ভিতৰুৱা হৈ আছিল দেশৰাণী, দেশ বেলতলা, দেশ ডিমৰুৱা আদি ৰাজ্য।**

সি যিহওক, হিতেশ্বৰ বৰবৰুৱাৰ 'আহোমৰ দিন' মতে বেলতলা আদিৰ ৰজাক ৰজাৰ পৰা নমাই 'ৰজা' খিতাপেৰেই তেওঁলোকৰ তলতীয়া কৰি ৰাখিলে। ৰাণীত 'ৰাণী ৰজা' পাতিলে। চাৰ এডবাৰ্ড গেইটে কোৱাৰ দৰে প্ৰকৃততে তেওঁলোক জমিদাৰৰূপেহে মান্য হ'ল। অন্যান্য অঞ্চলৰ লুকী, বকো আদি ন-জন দুৱৰীয়া কোচ ৰাজ্যৰ ৰজা কেইজনক '**ৰজা পোৱালী**' নাম দিলে।

বেলতলাৰ ৰজাক প্ৰবৰ্ত্তিৱৰ বাবে নিষ্কৰ মাটি আদি দান দিলে। এয়ে হ'ল বেলতলাৰ ৰজাৰ আৰম্ভণিৰ এটি অত্যন্ত চমু আভাস।

৬. প্ৰথমেই এই কথা নিশ্চয় উল্লেখনীয় যে বেলতলাত কোচ ৰাজবংশৰ প্ৰতিষ্ঠাপক হৰনাৰায়ণৰ উৎসাহত বা পৃষ্ঠপোষকতাত ৰতিকান্ত দ্বিজই *ব্ৰহ্মবৈৱৰ্ত পুৰাণ* অসমীয়ালৈ ভাঙিছিল। [উৎস ঃ ড° মহেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'] এই ৰতিকান্ত দ্বিজয়েই *খড়্গ নাৰায়ণ বংশাৱলী* প্ৰণয়ন কৰিছিল (দৰঙৰ ৰজা কুমাৰ খড়্গ নাৰায়ণৰ আদেশত)। গতিকে বেলতলাৰ ৰজাসকলে আৰম্ভণিৰ পৰাই যে এক সুসংস্কৃত মনৰ অধিকাৰী হৈ প্ৰজাৰ ওপৰত প্ৰজা-অনুকূল আধিপত্যৰ প্ৰভাৱ বিস্তাৰিত কৰিছিল তাৰ প্ৰতীকি আভাস ইয়াৰ দ্বাৰা পাব পাৰোঁ। সম্ভৱতঃ এই ৰাজপৰিয়ালৰ তেজত অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি পৃষ্ঠপোষকতাৰ প্ৰেৰণা আৰু সুশাসনৰ মানসিকতা আছিল বাবেই ৰাজপৰিয়ালৰ উপাধিৰ শেষ অংশীদাৰ যতীন্দ্ৰনাৰায়ণ আৰু দ্বিজেন্দ্ৰ নাৰায়ণদেৱেও যোৱা শতিকাৰ ষাঠিৰ দশকত *'নৱযুগ'* সাপ্তাহিক আলোচনী উলিয়াবলৈ সমৰ্থ হৈছিল।

৭। আহোমৰ কৰতলীয়া হৈও হৰনাৰায়ণে বেলতলা অঞ্চলৰ প্ৰশাসনক স্থিৰতা দিয়াৰ পাছত আৰু মোগল-অধিকাৰৰ সময়তো মোগলীয় ৰাজহ-প্ৰথাৰ অৱলম্বনতে শেষত ব্ৰিটিছৰ আগমনলৈকে এই ৰাজপৰিয়ালৰ হাততে অঞ্চলৰ আধিপত্য বৰ্ত্তি ৰৈছিল। ব্ৰিটিছে অসম

দখল কৰাৰ পাছত ৰাজপৰিয়ালক স্বীকৃতি দি তেওঁলোকক বেলতলা মৌজাৰ মৌজাদাৰৰূপে ৰাখি নতুন প্ৰশাসনীয় ব্যৱস্থাত বেলতলা অঞ্চলক সামৰি ল'লে।

৮। কামৰূপ মোগলৰ অধীন হৈ থকা সময়ত মোগল শাসনকৰ্তাই হাজোক সদৰ ঠাই কৰি লৈছিল। ১৬২১ খ্ৰী.ত শ্বেখ ইব্ৰাহিম কৰোড়ী আমিনৰ অধীনত সমুদায় কামৰূপ অঞ্চলত মাটিৰ পিয়ল হৈছিল। পৰীক্ষিতনাৰায়ণৰ গোটেই ৰাজ্যখন চাৰিটা 'চৰকাৰ'ত ভাগ কৰি 'পৰগণা' আৰু 'তপা'ৰ সৃষ্টি কৰা হৈছিল। কামৰূপ অংশত দুটা *'চৰকাৰ'* আছিল— *চৰকাৰ কামৰূপ* আৰু *চৰকাৰ দক্ষিণকূল*। বাকী দুটা 'চৰকাৰ' মানাহৰ পশ্চিমত পৰিছিল।

কামৰূপৰ 'চৰকাৰ' দুটাত সৰ্বমুঠ ২৬ টা পৰগণা আছিল। উত্তৰ পাৰৰ 'পৰগণা'বোৰ 'মহল'ত আৰু দক্ষিণপাৰৰ বোৰ 'তপা'ত ভগোৱা হৈছিল। প্ৰতিটো 'পৰাগণা'তে একোজন চৌধাৰী দিয়া হৈছিল।

'কামৰূপৰ বুৰঞ্জী' মতে চৰকাৰ দক্ষিণকূলৰ পাণ্ডু পৰগণাৰ ভিতৰত 'তপে বেলতলা' আছিল। পাণ্ডু পৰগণাৰ ভিতৰত আছিল সাত 'তপা'।

কিন্তু আহোমৰ শাসনতো বৰফুকনসকলে এই ৰাজহ বিভাজনবোৰ কিছু সালসলনিৰে প্ৰায় একেধৰণে ৰাখিছিল। শৰাইঘাটৰ যুদ্ধৰ পাছৰপৰাই অৰ্থাৎ খ্ৰী. সোতৰ শতিকাৰ শেষৰ পৰাই কামৰূপ (গতিকে বেলতলাও ) আহোম ৰজাৰ হাতত থাকে। পৰগণাৰ বাহিৰত দুই প্ৰকাৰৰ সৰু সৰু ৰাজ্য আছিল। তাকে 'দেশ' আৰু 'দুৱাৰ' বুলিছিল। 'দুৱাৰ' আছিল দুই পৃথক ৰাজ্যৰ সীমান্তৱৰ্তী অঞ্চল। 'দেশ' হ'ল দাঁতিয়লীয়া ৰজাৰ ৰাজ্য। আহোম ৰজাৰ মিত্ৰ বা কৰদ ৰাজ্য। সেইবাবে 'দেশ বেলতলা' আৰু 'দেশ ডিমৰুৱা' হিচাপে আহোম ৰজাসকলে এই দুই ৰাজ্যক স্বীকৃতি দিছিল। ১৭৭৫ খ্ৰী.ত 'দন্দুৱাদ্ৰোহ' দমনত এওঁলোকৰ সাহায্য বৰফুকনে লাভ কৰিছিল। ইষ্ট ইণ্ডিয়া কোম্পানী'য়ে অসম লোৱাৰ সময়ত কামৰূপত এনেধৰণৰ 'দেশ' আছিল ৫ খন।

ইয়াণ্ডাবু-সন্ধিৰ সময়ত বেলতলাৰ ৰজা আছিল লম্বোদৰ নাৰায়ণদেৱ। ডেভিদ স্কটৰ নিৰ্দেশত তেওঁ সাময়িকভাৱে ৰাজপাটৰপৰা অপসাৰিত হয় আৰু ভায়েক জয়নাৰায়ণ ৰজা হয়। কিন্তু পাছত আকৌ

১৮২৭ খ্ৰী.ত লম্বোদৰনাৰায়ণকে বেলতলাৰ ৰাজ্য প্ৰদান কৰে আৰু কৰতলীয়া কৰে। তেতিয়াও ইয়াৰ নাম 'দেশ বেলতলা'ই আছিল আৰু 'ৰজা' বুলি উপাধি সন্নিবিষ্ট আছিল। প্ৰকৃততে ১৭৯২ খ্ৰী.ত গৌৰীনাথ সিংহক সহায় কৰিবলৈ অহা ব্ৰিটিছ কোম্পানীৰ কেপ্টেইন ৱেলছ্ অহাৰ পাছৰ পৰাইহে ক্ৰমে ক্ৰমে কামৰূপ কোম্পানীৰ হস্তগত হৈ আহিছিল।

আহোম ৰজা গৌৰীনাথ সিংহই (খ্ৰী. ১৭৮০-১৭৯৫) ইষ্টইণ্ডিয়া কোম্পানীক স্থানীয় বিদ্ৰোহ দমনাৰ্থে সহায় ভিক্ষা কৰিছিল। তেতিয়াৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছে কেপ্টেইন ৱেলছ্‌ক হিন্দুস্থানী ফৌজৰ সৈতে প্ৰেৰণ কৰি তেওঁক বিপদমুক্ত কৰিছিল। তাৰবাবে গৌৰীনাথ সিংহই কোম্পানীক খাজনা আৰু কৰ দিবলগীয়া হৈছিল ১৭৯৪ খ্ৰী.ৰ ১ ফ্ৰেব্ৰুৱাৰীৰপৰা। এখন চুক্তিমতে বৰফুকনে তেওঁৰ অধীনত থকা কুলিয়াবৰৰপৰা কান্দাহাৰ চকীলৈকে এই অঞ্চলৰপৰা বাৰ্ষিক কৰ দিবলগীয়া হৈছিল ১ লাখ ৫০ হাজাৰ টকা। চুক্তিত কোন স্থানৰপৰা কিমান টকা সংগ্ৰহ কৰি দিব লাগিব তাৰ উল্লেখ আছে। সেইমতে বেলতলাৰ পৰা ২৫০০ টকা, ডিমৰুৱাৰ পৰা ৫০০০ টকা বুলি উল্লেখিত আছে। সম্ভৱতঃ বেলতলাৰ টকাখিনি বেলতলাৰ ৰজায়েই দিবলগীয়া হৈছিল।

লম্বোদৰনাৰায়ণৰ পাছত লোকপালনাৰায়ণ ৰজা হয়। এওঁৰ দিনলৈকে প্ৰজাৰ ভূমি-ৰাজহ আৰু ভূমিনীতিৰ ব্যৱস্থাৰ বিশেষ সা-সলনি হোৱা নাছিল। কিন্তু লাহে লাহে ব্ৰিটিছে প্ৰশাসনীয় ভূমি-নীতিৰ পৰীক্ষা-নিৰীক্ষা কৰি ৰাজহৰ সংগ্ৰহৰ ব্যৱস্থা আধুনিক কৰিবলৈ প্ৰয়াস কৰিলে। মৌজা আৰু মৌজাদাৰৰ সৃষ্টি কৰা হ'ল। "**১৮৬৩ খ্ৰী.ত ৰজা লোকপাল নাৰায়ণৰ মৃত্যুৰ পাছত পিতৃঋণ আৰু নিয়মীয়া কৰ যথাসময়ত ব্ৰিটিছক শোধাব নোৱাৰাত বেলতলা ৰাজ্যৰ সীমা সংকুচিত কৰি ৩৬খন গাঁও মৌজাৰ ভিতৰত**" ৰখাৰ সংবাদ পাওঁ। কিন্তু বন্দবস্তীমতে বেলতলাৰ ৰজাই ৰাজহ সংগ্ৰহৰ ৩০ শতাংশ কমিচন লাভ কৰাৰ স্বীকৃতি আছিল। এই মৌজাৰ মৌজাদাৰৰূপে বংশীয় উত্তৰাধিকাৰো ৰজাই লাভ কৰিছিল।

আমি বেলতলাৰ শেষ ৰজাজনলৈকে এনেকৈ এক চমু বংশলতা অঙ্কন কৰিব পাৰোঁ ঃ

বেলতলা ৰাজ্যৰ এটি চমু ঐতিহাসিক টোকা









ৰাণী পদ্মাৱতী প্ৰকৃততে ৰাজমাওৰূপেই নিৰ্বাহ কৰিছিল। তেওঁ প্ৰজাৰঞ্জক আৰু আদৰ্শ-গৃহিণী আছিল। সেইদৰে অহল্যাদেৱী আৰু সেইদৰে ৰাণী লক্ষ্মীপ্ৰিয়া দেৱীও আদৰ্শ-ৰাণী আৰু গৃহিণী আছিল।

ৰাজেন্দ্ৰনাৰায়ণৰ মৃত্যুৰ পাছত তেওঁৰ পত্নী লক্ষ্মীপ্ৰিয়াদেৱীয়ে ৰাণী উপাধিৰে অলংকৃতা হৈ ১৯৭৬ খ্ৰী.লৈ অতি দক্ষতাৰে বেলতলাৰ ৰাজহ-শাসনকৰ্তা হৈ কাৰ্য্য চলাইছিল। হাতীগাঁওৰ **ৰাজেন্দ্ৰনাৰায়ণ দেৱ মাধ্যমিক ইংৰাজী স্কুল** তেওঁৰেই দান স্বামী ৰাজেন্দ্ৰনাৰায়ণৰ স্মৃতি স্বৰূপে।

ৰাজেন্দ্ৰনাৰায়ণ বেলতলাৰ শেষ ৰজা। তেওঁৰ আৰু তেওঁৰ পত্নী ৰাণী লক্ষ্মীপ্ৰিয়া দেৱীৰ সন্তান।



## বেলতলা ৰাজ্যৰ এটি চমু ঐতিহাসিক টোকা

**মামুগোৱিন্দ ঃ** বেলতলাৰ ইতিহাসৰ সৈতে মামুগোবিন্দৰ নামো জড়িত। ড° বৰপূজাৰীৰ উল্লেখ কৰি অহা গ্ৰন্থমতে মামুগোবিন্দ পৰীক্ষিত আৰু বলিনাৰায়ণৰ খুড়া হয়। সেই হিছাপে বলিনাৰায়ণে দৰঙীৰাজ্য পোৱাৰ আগতেই মামুগোৱিন্দই দেশ বেলতলাৰ মুখ্য নায়ক বা শাসনকৰ্ত্তা আছিল। এই মামুগোৱিন্দই আহোমৰজা প্ৰতাপসিংহৰ দিনত মোগলৰ সৈতে হোৱা যুদ্ধত মোগলৰ বিৰুদ্ধে তীব্ৰ বিৰোধ কৰিছিল। দৰাচলতে দক্ষিণকূলৰ ১৮খন ৰাজ্যৰ মুখীয়ালেই মোগলৰ বিৰোধী আছিল।

'আহোমৰ দিন'মতে প্ৰতাপসিংহৰ দিনত মামুগোৱিন্দ বেলতলাৰ বৰুৱা আছিল। মামুৰ লগত ৰজাই ২০০০ কাড়ী দি ৰাখিছিল। মোগলক জিকাৰ পাছত আহোম ৰজাই কৰৈবাৰী সীমা কৰি অসমৰ দখল ৰখাত দক্ষিণকূলত মামুগোৱিন্দ ৰজা হৈছিল। অৱশ্যে এডোৱাৰ্ড গেইটৰ বুৰঞ্জীত মামুগোৱিন্দৰ উল্লেখ নাই। গেইটচাহাবে তেওঁৰ বুৰঞ্জীত এইখিনি কথা লিখিছিল।

The independent Rule of the eastern branch of Koch dynasty terminated with Balinarayan's death in 1637 and the status of his successors was gradually reduced to that of zamindar. A branch of the family descended from Bijit Narayana, son of Parikhsit was in possesstion of Bijni and another founded by Gajnarayana, Parikhsit's brother, held the small estate of Beltolla.❑

# অসমীয়া জাতি-সংস্কৃতি ঃ আৰ্য্যসকলৰ অৱদান

১। অসমীয়া জাতি-গঠনৰ প্ৰক্ৰিয়াত আৰ্য্যসকলৰ অৱদানৰ আলোচনা বুলিলে প্ৰকৃততে সমগ্ৰ জাতিটোৰ ইতিহাসকে বুজায়। কাৰণ ইতিহাসৰ পাতনিতে প্ৰাচীন অসমত অৰ্থাৎ বিশাল কামৰূপ ৰাজ্যত যিসকল অধিবাসী আছিল, তেওঁলোক সকলোৱেই আৰ্য্য-সংস্কৃতিৰ বিস্তাৰত নিমজ্জিত আৰু অন্তৰ্ভুক্ত হৈ গৈছিল। প্ৰত্ন-প্ৰস্তৰ বা নৱ-প্ৰস্তৰ যুগৰ পাছত সেই কালৰ অসমত সমাজ, ধৰ্ম, ভাষা, সাহিত্য, কৃষ্টি সকলো বিষয়তে ৮০ শতাংশ সু-সংগঠিত উপাদান ব্ৰহ্মপুত্ৰ উপত্যকাত হোৱা আৰ্য্যসভ্যতাৰেই নামান্তৰ। প্ৰাচীন অধিবাসীসকলক আৰ্য্যসকলে ধৰ্ম, ভাষা আৰু সংস্কৃতি বিস্তাৰ কৰি জীৱন-ধাৰাৰ উন্নত পদ্ধতি প্ৰদান কৰিলে। সেই বিষয়বোৰ পৃথক পৃথক ভাবেহে আলোচনাৰ যোগ্য। সীমিত পৰিসৰৰ এই আলোচনাত সকলো দিশ আৰু তথ্য উত্থাপন কৰিব পৰা সম্ভৱ নহয়।

ড° বিৰিঞ্চি কুমাৰ বৰুৱাই লিখিছে ঃ They not only established Aryan settlements with their own people but brought the earlier inhabitants to their fold by giving them Aryan religion, rites and language. In this process of Aryanisation even tribes' names were changed to caste names .........

The Aryan influence became so widespread and penetrating that even minor Vedic customs and rituals became deep-rooted in the life of the common people."[১]

২। *আৰ্য্য* শব্দই প্ৰকৃততে জাতি বা বংশগোষ্ঠীক বুজায়। *আৰ্য্য* সংজ্ঞাৰ প্ৰয়োগ প্ৰথমে চাৰ উইলিয়াম জোন্সেই কৰিছিল যদিও তেওঁ

ভাষা-বংশৰ অৰ্থতহে ব্যৱহাৰ কৰিছিল। *আৰ্য্য* আৰু *এৰিয়ান* (Aryan) শব্দ দুটাও সমাৰ্থক নহয়। Aryan শব্দৰ অৰ্থত কোৱা হৈছে যে, 'The term is sometime, but incorrectly, used of the races speaking these languages.'[2] ফলত অনাৰ্য্য শব্দটোও বংশবাচক নহয়। আৰ্য্য শব্দৰ অৰ্থ শ্ৰেষ্ঠহে। ই মৰ্য্যাদা অৰ্থত ব্যৱহাৰ হয়। ভাষা আৰু কৰ্মৰ সামাজিক ব্যৱস্থাৰ ভিত্তিত আৰ্য্য শব্দই ভাৰতবৰ্ষত দ্বিজশ্ৰেণীৰ লোকসকলকহে বুজাইছিল। 'The traditional plan of the social orders comprises four castes. The first three comprise '*Aryas*' or freemen and the fourth gives a legal standing to the masses in the Brahmanic arrangement.'[৩] পাশ্চাত্যৰ এইগৰাকী লেখকে আৰ্য্যসকলক স্বাধীন বা মুক্ত মানৱ বুলি কৈছে আৰু ব্ৰাহ্মণ , ক্ষত্ৰিয় আৰু বৈশ্য (তিনিওটা শ্ৰেণীক *দ্বিজ* বোলা হৈছিল) তিনিটা জাতিৰে গঠিত বুলি অভিহিত কৰিছে। চতুৰ্থটো এই তিনি শ্ৰেণী ভিন্ন, কিন্তু দেশৰ জনসাধাৰণকে বুজোৱা হৈছে। ইউৰোপ আদি দেশৰপৰা অহা বাহিৰাগতসকলকহে যবন, ম্লেচ্ছ আদি বোলা হৈছিল।

কৰ্মৰ বিভাজনত সৃষ্টি হোৱা জাতিভেদ-ব্যৱস্থা লৈ আৰ্য্যাৱৰ্তত যি আৰ্য্য-সংস্কৃতিৰ বিকাশ হৈছিল, সমগ্ৰ ভাৰততে অল্প-বিস্তৰ সময়ৰ ব্যৱধানত সি প্ৰাচীন কালতে বিস্তাৰিত হৈছিল আৰু ভিন্ ভিন্ অঞ্চলত স্বকীয় উপাদানেৰে সমন্বিত হৈ আঞ্চলিকভাৱে বিকশিত হৈছিল।

এগৰাকী প্ৰাচ্যবাদী লেখক ঁ শৰৎ চন্দ্ৰ শৰ্মাই তেওঁৰ গ্ৰন্থ '**পুনৰীক্ষণত প্ৰাচীন ভাৰতৰ ইতিহাস**' ত আৰ্য্যসকলৰ বৈশিষ্ট্য সম্পৰ্কে বিস্তৃত আলোচনা কৰি কৈছে যে আৰ্য্যসকল আশ্ৰমবাসী বা গৃহী, কৃষিজীৱী, আৰ্য্যভাষা-কওঁতা আৰু বৈদিক ধৰ্মাৱলম্বী; তেওঁলোকৰ শিক্ষা-সংস্কৃতি সুপ্ৰাচীন আৰু উচ্চ মানবিশিষ্ট, বেদৰ লগত জন্মসম্বন্ধ, জাতিভেদ আৰু জাতিগত নিষ্ঠা আৰু শুদ্ধাশুদ্ধি বিচাৰপ্ৰৱণ, ধৰ্ম আৰু জ্ঞান-চৰ্চাৰ লগত মুখ্য সম্বন্ধ।[৪]

৩. অসমত অৰ্থাৎ প্ৰাচীন কামৰূপ ৰাজ্যত এই আৰ্য্যসকলৰ প্ৰৱেশ আৰু আৰ্য্য-সংস্কৃতিৰ বিস্তাৰ কেতিয়াৰপৰা হ'ল তাৰ সঠিক নিৰ্ণয় কৰা টান। ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যতো কম-বেছি পৰিমাণে একে কথাই

প্ৰযোজ্য হয়। তথাপিও বিশেষজ্ঞ পণ্ডিতসকলে এই বিষয়ত মতামত নিদিয়াকৈ থকা নাই।

ৰাজনীতি-শাস্ত্ৰৰ সংজ্ঞামতে এটা জাতিৰ অস্তিত্বৰ বৈশিষ্ট্য প্ৰকাশ হয় তেতিয়া, যেতিয়া (১) ভৌগোলিক অঞ্চলৰ একত্ৰতা (২) বংশীয়, ধৰ্মীয়, ভাষিক আৰু সাংস্কৃতিক মিল বা ঐক্য থকা জনসংখ্যা, (৩) স্বাধীন বা পৰাধীন যিয়েই হওক এটা ৰাজনৈতিক সংগঠন, যাৰ হাতত শাসনৰ সাৰ্বভৌম ক্ষমতা থাকে আৰু (৪) উমৈহতীয়া চেতনা বা একত্বৰ উপলব্ধি প্ৰকট হয়।

এই ধাৰণাৰে অসমৰ অসমীয়া জাতিৰ উদ্ভৱৰ কথা চিন্তা কৰিলে আমি প্ৰস্তৰ বা নৱ-প্ৰস্তৰ যুগৰ কথা বাদ দি ঐতিহাসিকভাৱে অধিক স্পষ্ট হৈ নাহিলেও নিশ্চিতভাৱে প্ৰাগ্‌জ্যোতিষ ৰাজ্যতে সংগঠিতভাৱে ৰাজ্যস্থাপন কৰা নৰকাসুৰৰ শাসন-কালৰ পৰাই ব্ৰহ্মপুত্ৰ-উপত্যকাৰ জাতিগোষ্ঠীৰ গঠন-প্ৰক্ৰিয়াৰ সূচনা বুলি গণ্য কৰিব লাগিব। বৈদিক সাহিত্যত প্ৰাগ্‌জ্যোতিষ বা কামৰূপ ৰাজ্যৰ উল্লেখ নাই; কিন্তু *ব্ৰাহ্মণগ্ৰন্থ* আৰু *আৰণ্যক* সৃষ্টিৰ কালৰপৰা পূৰ্বাঞ্চলৰ আৰু লৌহিত্যৰ উল্লেখেৰে পৰৱৰ্তী সময়ৰ *ৰামায়ণ, মহাভাৰত* আৰু পুৰাণসমূহত একেধাৰে আৰু ধাৰাবাহিকতাৰে নৰকাসুৰ আৰু প্ৰাগ্‌জ্যোতিষৰ স্থিতিৰ উল্লেখ হৈছে। কালিদাসৰ *ৰঘুবংশ,* বাণভট্টৰ *হৰ্ষচৰিত,* বৰাহমিহিৰৰ প্ৰসিদ্ধ জ্ঞানকোষ *বৃহৎসংহিতা,* ভৰতৰ *নাট্যশাস্ত্ৰ*কে আদি কৰি প্ৰায় ত্ৰয়োদশ শতিকালৈকে লিখিত যথেষ্টসংখ্যক সৰ্বভাৰতীয় গ্ৰন্থই কামৰূপ ৰাজ্যৰ স্থিতি নিশ্চিত কৰিছে।

খ্ৰীঃ নৱম-দশম শতিকাত ৰচিত অসমৰ আলোকসঞ্চাৰী সুবিখ্যাত গ্ৰন্থ *কালিকাপুৰাণে* স্পষ্ট কৰি দিছে যে প্ৰাগ্‌জ্যোতিষ ৰাজ্যত তেতিয়াৰ ৰজা ঘটকাসুৰক নিধন কৰি এই ৰাজ্যৰ অধিবাসী কিৰাতসকলক দিক্কৰ বাসিনীলৈকে খেদি পঠিয়াই নৰকাসুৰে ৰাজ্য স্থাপন কৰি কামাখ্যা দেৱীৰ মন্দিৰৰ নতুন নিৰ্মাণেৰে এই ৰাজ্যক কামৰূপলৈ পৰিৱৰ্তিত কৰে আৰু দ্বিজসকলক প্ৰতিষ্ঠা কৰে।

*তস্মাৎ কিৰাতানুৎসাৰ্য্য বেদশাস্ত্ৰাতিগান্ বহূন্।*
*দ্বিজাতীন্ বাসয়ামাস তত্ৰ বৰ্ণান্ সনাতনান্।।* (৩৮/১২৪)

৩৮ অধ্যায়ত এই বিষয়ে বিস্তাৰিতভাৱে বৰ্ণনা হৈছে। ড° বাণীকান্ত কাকতিয়ে নৰকাসুৰৰ আগমনেই প্ৰাগ্‌জ্যোতিষত প্ৰথম আৰ্য্যবসতিৰ সূচনা আৰু এই সংক্ৰান্ততে ঋষি বশিষ্ঠ, বশিষ্ঠৰ কামাখ্যা দেৱীৰ ওপৰত অভিশাপ আদিৰ কথা জৰিত কৰি Naraka must have imported the twice-born to support his regime and his new cult of Goddess Kamakhya[৫] বুলি কৈছিল। প্ৰসংগান্তৰত তেওঁ এই বুলিও কৈছে যে It can be thus assumed that from the beginning of the Christian era., ancient Assam came in touch with the rest of Aryan India.[৬]

৪. ড° বাণীকান্ত কাকতিয়ে প্ৰথম খ্ৰীষ্টাব্দৰ আৰম্ভণিৰ কালতে আৰ্য্যসকলৰ আগমনৰ সময় বুলি অনুমান কৰিলেও পৰৱৰ্তী প্ৰকাশিত তথ্যসমূহৰপৰা প্ৰাগ্‌জ্যোতিষ বা কামৰূপ ৰাজ্যলৈ খ্ৰীঃ পূঃ বহুবছৰ আগতেই আৰ্য্যসভ্যতাৰ সৈতে সংমিশ্ৰণ হৈছিল বুলি ধৰিব পাৰি। ভাৰতীয় গ্ৰন্থসমূহৰ ভিতৰত খ্ৰীঃ পূঃ কালতে ৰচনা কৰা বহুগ্ৰন্থত নৰকাসুৰ আৰু প্ৰাগজ্যোতিষৰ উল্লেখেই এনে সিদ্ধান্তক সমৰ্থন কৰে।

লৌহিত্যৰ তীৰত আনুমানিক খ্ৰীঃ পূঃ পাঁচ হাজাৰ বা চাৰিহাজাৰ বছৰ (?) আগতে সৃষ্টি হোৱা বুলি ধাৰণা কৰা পালকাপ্য মুনিৰ ৰচিত *হস্ত্যায়ুৰ্বেদ* বা *গজ-চিকিৎসা* গ্ৰন্থৰ উল্লেখ এই ক্ষেত্ৰত স্মৰ্ত্তব্য[৭]। *ৰামায়ণ* আৰু *মহাভাৰতৰ* কাল খ্ৰীঃপূঃৰ। *বৃহৎসংহিতাত* প্ৰাগজ্যোতিষৰ উল্লেখ কৰোঁতে ভাষ্যকাৰ ভট্টোৎপলে কাশ্যপ মুনিৰ এই গ্ৰন্থত কৰ্তৃত্ব উল্লেখ কৰিছে য'ত কোৱা হৈছে ঃ *কাম্বোজা মেকলাঃ সুহ্মাঃ প্ৰাগ্‌জ্যোতিষ কিৰাতকাঃ।*[৮] কাশ্যপ মুনিৰ কাল আৰু তেওঁৰ গ্ৰন্থও খ্ৰীঃপূঃ কালৰ। *শতপথ ব্ৰাহ্মণত* উল্লেখ থকা অগ্নি-বিদেহ-মাথৱ প্ৰসংগকো তাৰ আগতেই পূৰ্বাঞ্চলত হোৱা আৰ্য্যসভ্যতাৰ বিস্তাৰৰ প্ৰতীক বুলি গণ্য কৰা হৈছে। পালি 'ত্ৰিপিটক'ৰ *দীৰ্ঘ নিকায়* আৰু *সংযুক্ত নিকায়ত* লৌহিত্য দেশীয় ব্ৰাহ্মণ দুজনৰ উল্লেখ আছে।[৯] এইগ্ৰন্থও খ্ৰীঃপূঃ কালৰ বুলি স্বীকৃত।

*শতপথ ব্ৰাহ্মণ*ৰ প্ৰসংগমতে বৈশ্বানৰ অগ্নিয়ে পশ্চিমৰপৰা দহন কৰি আহি সদানীৰা নদীৰ পূবলৈ অহা নাছিল। কোৱা হয় যে এই নদীৰ

পূৰ্বাঞ্চল অৰ্থাৎ কামৰূপাঞ্চল ইতিমধ্যেই যজ্ঞহোমে পবিত্ৰ কৰিছিল। এই সন্দৰ্ভতে এটি পুৰণি সংস্কৃতৰ বচন সঘন উল্লেখ হয়। বচনটো *'মনুসংহিতা'*ৰ বুলি কোৱা হয় যদিও বৰ্তমানে প্ৰাপ্ত *'মনুসংহিতা'*ত পোৱা নাযায়।

বচনটো হৈছে ঃ

*অঙ্গ বঙ্গ কলিঙ্গেষু সৌৰাষ্ট্ৰ-মগধেষু চ।*
*তীৰ্থযাত্ৰাং বিনাগচ্ছন্ পুনঃ সংস্কাৰমৰ্হতি।।*

[অঙ্গ, বঙ্গ, কলিঙ্গ, সৌৰাষ্ট্ৰ আৰু মগধলৈ তীৰ্থযাত্ৰাৰ কাৰণ বিনে অন্যকাৰণত গ'লে পুনৰ সংস্কাৰ হ'ব লাগে।] অৰ্থাৎ সেইকালৰ আৰ্য্যসকলে অঙ্গ, বঙ্গ, কলিঙ্গ, সৌৰাষ্ট্ৰ আৰু মগধলৈ গ'লে জাতিভ্ৰষ্ট হোৱা-বুলি ভবা হৈছিল। গতিকে এই বচনৰপৰা অনুমান কৰিব পাৰি যে বৈদিক যুগৰ কালতেই আৰ্য্যসকলে এই কেইখন ৰাজ্যলৈ নগৈ মিথিলা, কামৰূপ আদিলৈ উত্তৰ ফালেদি আহি প্ৰৱেশ কৰিছিল।

নৰকাসুৰৰ ৰাজত্বৰ কাল ঐতিহাসিকভাৱে নিৰ্ণীত নহ'লেও কামৰূপৰ ঐতিহাসিক ৰাজবংশ-বৰ্মন বংশ, শালস্তম্ভ বংশ আৰু নৱম-দশম শতিকাৰ পালবংশলৈকে তিনিওটা বংশই নৰক-ভগদত্ত ৰাজকুলৰ উত্তৰাধিকাৰক দাবী কৰি সংলগ্ন কৰা তাম্ৰলিপিৰ কথাৰ তথ্য অতি তাৎপৰ্য্যপূৰ্ণ আৰু গুৰুত্বপূৰ্ণ। তেওঁলোকৰদ্বাৰা প্ৰদত্ত প্ৰায়বোৰ তাম্ৰশাসনতে এই কথা লিপিবদ্ধ হৈছে। ৰজা ভাস্কৰবৰ্মনে নৱীকৰণ কৰি দিয়া নিধনপুৰ তাম্ৰলিপিত লিপিবদ্ধ হৈ আছে যে পুষ্যবৰ্মন ৰজা হোৱাৰ আগতে নৰক-ভগদত্ত বংশৰ ৰজাই তিনি হাজাৰ বছৰ আগতে ৰাজত্ব কৰি গৈছিলঃ *বংশেষু তস্য নৃপতিষু বৰ্ষসহস্ৰত্ৰয়ং পদমবাপ্য*।[১০] পুষ্যবৰ্মনৰ ঐতিহাসিক কাল চতুৰ্থ খ্ৰীষ্টাব্দৰ মধ্যভাগ ধৰিলে নৰকাসুৰ-ভগদত্তৰ সময়কাল খ্ৰীঃ পূঃ ২৫০০ বছৰ মানত নিৰ্ণীত হয়। তেতিয়া হ'লে সেই সময়ৰপৰাই প্ৰাগজ্যোতিষ ৰাজ্যলৈ বৈদিকযুগৰ সুঁতি এটি বৈ আহিছিল বুলি অনুমান কৰিব পাৰি।

৫. নৰকাসুৰ-ভগদত্ত-বজ্ৰদত্ত আদিৰ ৰাজত্বৰপৰা পুষ্যবৰ্মনৰ সময়লৈকে প্ৰকৃতাৰ্থত এই সুদীৰ্ঘ কালছোৱাৰ কোনো নিশ্চিত প্ৰত্নতাত্ত্বিক বা ঐতিহাসিক তথ্যৰ উদ্ধাৰ নোহোৱাত বৰ্তমানলৈকে প্ৰাপ্ত

সাহিত্য বা ধৰ্মীয় গ্ৰন্থৰ পোহৰৰ আধাৰতে এই কালছোৱাৰ আৰ্য্য-সভ্যতাৰ বিস্তৃতিৰ বিচাৰ-বিশ্লেষণ কৰাত বাহিৰে কোনো উপায় নাই। ইতিমধ্যে গুৱাহাটীৰ আমবাৰীৰ খনন কাৰ্য্যই আৰু সূৰ্য্যপাহাৰৰ খননত প্ৰাপ্ত কিছু সম্পদে প্ৰাচীন কামৰূপৰ **ভাৰত আৰু চীন আদিৰ লগত বিভিন্ন সম্পৰ্ক বা যোগাযোগ কৰাৰ ইংগিত আৰু শুংগ-কুশান কালৰ সাদৃশ্য থকা নিদৰ্শনৰ স্থিতি** বহন কৰিছে আৰু খ্ৰীষ্টপূৰ্বকালৰ ব্ৰহ্মপুত্ৰ-সভ্যতাৰ অস্তিত্বৰ প্ৰমাণ দিছে, যদিও পণ্ডিতসকল এইবিষয়ত এতিয়াও একমত বা সহমত গ্ৰহণ কৰা নাই।

*অসমীয়া জাতিৰ ইতিবৃত্ত* গ্ৰন্থত অধ্যাপক ৰামচৰণ দাসে এনেদৰে লিখিছিল ঃ

পণ্ডিতসকলৰমতে খ্ৰীঃ পূঃ এহেজাৰ বছৰৰ পূৰ্বে আৰ্য্য-মংগোলীয় বা আৰ্য্য-কিৰাতৰ মাজত সংস্কৃতিৰ সমন্বয় গঢ়ি উঠিছিল।[১১]

ভাৰতবৰ্ষৰ অন্য অঞ্চলসমূহতো সেই সময়তে ৰাজ্যগঠনৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল।

৬. অসমত এইদৰে আৰ্য্য বা দ্বি-জাতিসকলৰ সংস্থাপনৰ জৰিয়তে কিৰাত-আৰ্য্য-সংস্কৃতিৰ সমন্বিত জাতীয় চৰিত্ৰ এটিয়ে বিকাশ লাভ কৰাৰ স্পষ্ট ধাৰণা ল'ব পাৰি। কিন্তু এইক্ষেত্ৰত উল্লেখনীয় যে যিহেতু আৰ্য্যসকল সুশিক্ষিত আৰু সংস্কৃত আছিল তেওঁলোকৰ জীৱনধাৰাৰ উপাদানসমূহেই সৰহভাগে প্ৰতিপত্তি বা আধিপত্য লাভ কৰিছিল। কেৱল মাত্ৰ যি যি ক্ষেত্ৰত স্থানীয় সংস্কৃতিৰ বা লৌকিক ভেটিৰ উপাদানৰ টুকুৰা শক্তিশালী হৈ ৰৈছিল, সেইবোৰক আৰ্য্য-সংস্কৃতিত অপূৰ্বভাৱে মিলন ঘটাই ৰূপান্তৰিত কৰা হৈছিল। *যোগিনীতন্ত্ৰ*ত উক্ত হৈছে *সিদ্ধেসি যোগিনীপীঠে ধৰ্মঃ কৈৰাতজ মতঃ* (২.৯.১৩)। কৈৰাতজ মত বা কৈৰাতজ সংস্কৃতি কামৰূপত সিদ্ধ হৈছিল। আৰ্য্য-সভ্যতাই পাৰ্য্যমানে এই মত গ্ৰহণ কৰি লৈছিল। তথাপিও থলুৱা উপাদান আৰু সংস্কৃতিৰ ৰূপান্তৰকৰণৰ ক্ষেত্ৰত এই মত গ্ৰহণযোগ্য হ'ব যে **আৰ্য্যভাষা-সংস্কৃতিৰ তিনিভাগ (৭৫ শতাংশ) আৰু অন্যান্য লোকভাষা-সংস্কৃতিৰ একভাগ (২৫ শতাংশ) মিলি আমাৰ অসমীয়া ভাষাই গঢ় লৈছে। সেইকাৰণে অসমীয়া ভাষাটোক আৰ্য্যগোষ্ঠীৰ ভাষা, আৰ্য্যভাষা বা ভাৰতীয় ভাষা বুলি ধৰা হয়।**

সেইদৰে অসমীয়া জাতিৰ স্বতন্ত্ৰ ধৰ্ম-সংস্কৃতিও বৈদিক সনাতন ধৰ্মৰ তিনিভাগ আৰু থলুৱা একভাগ (২৫ শতাংশ) একত্ৰিত হৈ গঢ়ি উঠিছে।[১২]

৭. ভাষা ঃ দ্বিজসকল প্ৰতিষ্ঠা হোৱাৰ আগতে কামৰূপত সম্ভৱতঃ কৈৰাতজ ধৰ্ম অৰ্থাৎ লৌকিক কৃষ্টি, আচাৰ আছিল আৰু লৌকিক ভাষাৰ জৰিয়তে কথোপকথন আছিল। কিন্তু সেয়াও বিভিন্ন গোষ্ঠীৰ ভিন্ন ভিন্ন সংযোগ মাধ্যম স্বৰূপেহে ব্যৱহাৰত আছিল। ভৰতৰ *নাট্যশাস্ত্ৰত* উল্লিখিত হৈছে ঃ

*প্ৰাগ্‌জ্যোতিষঃ পুলিন্দাশ্চ বৈদেহাস্তাম্ৰলিপ্তকাঃ*
*প্ৰাঙ্গ প্ৰভৃতয়শ্চৈৱ যুঞ্জন্তি চৌড্ৰমাগধীম্* (১৪/৪৩/৪৫)

প্ৰাগ্‌জ্যোতিষ্, পুলিন্দ, বিদেহ, তাম্ৰলিপ্ত আৰু প্ৰাংগ প্ৰভৃতিৰ অধিবাসীসকলে *ওড্ৰমাগধী প্ৰবৃত্তি* প্ৰয়োগ কৰে। *প্ৰবৃত্তি* শব্দই বেশ, ভাষা, স্থানীয় আচাৰ আদিৰে সৈতে জীৱনধাৰাক সামৰি লৈছে। গতিকে প্ৰাগ্‌জ্যোতিষত ওড্ৰমাগধী প্ৰবৃত্তি চলিছিল বুলি এই গ্ৰন্থত উক্ত হৈছে। ভাষাৰ ক্ষেত্ৰত *নাট্যশাস্ত্ৰ*ই আৰু বেছি স্পষ্টভাৱে কৈছে যে দেৱতাসকলৰ মাজত অতিভাষা অৰ্থাৎ অতি মানৱীয় ভাষা, ৰজাসকলৰ মাজত আৰ্য্যভাষা আৰু সাধাৰণৰ মাজত জাতিভাষা চলিছিল (১৮/২৬-২৭)। জাতিভাষাৰ ভিতৰত প্ৰাকৃত আৰু সংস্কৃত উভয়েই চলিছিল। এই গ্ৰন্থৰ এই ইংগিতমতে ধাৰণা কৰিব পৰা যায় যে আৰ্য্যসকলৰ সংগঠিত সমাজ কামৰূপত সৃষ্টি হোৱাৰ সময়ত ৰজাসকলৰ মাজত আৰ্য্যভাষা আৰু অন্যান্যসকলৰ মাজত সংস্কৃত আৰু প্ৰাকৃত ভাষা চলিছিল। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই লিখিছে—

The greatest cultural influence of the Aryans which also brought unity among the diverses tribes and races of the province, was, however, the language. Sanskrit not only became the language of the court, it also became the medium of expression for poets, philosophers and preachers.[১৩]

প্ৰাগ্‌জ্যোতিষৰ দৰে এখন বিশাল ৰাজ্যত ৰাজতন্ত্ৰই ৰাজত্বৰা শাসন চলাবলৈ হ'লে তাত ভাষা আৰু লিপিৰ অস্তিত্ব থাকিবই লাগিব। *মহাভাৰত, ৰামায়ণ* আৰু অন্যান্য ভাৰতীয় শাস্ত্ৰৰ সকলো কথা সঁচা নহ'বও

পাৰে, কিন্তু তাত লিপিবদ্ধ ভৌগোলিক আৰু সামাজিক বিষয়ৰ বৰ্ণনা আৰু তথ্য অসমৰ বাহিৰৰ অন্যান্য অঞ্চলৰ খনন-কাৰ্য্য আৰু প্ৰত্নতাত্ত্বিক গৱেষণাই বহুলাংশে সত্য বুলি প্ৰমাণ কৰিছে। বৈদিক কালৰ সৰস্বতী নদী-উপত্যকাৰ চিহ্ন বৈজ্ঞানিকভাৱে বিধৃত হৈছে। সেইদৰে দ্বাৰকা, মথুৰা আৰু হস্তিনাপুৰ আদিৰ অৱস্থিতিৰ সমলো উদ্ধাৰ হৈছে। সি যি হওক, অসমীয়া ভাষা-গঠনৰ আদি স্তৰত সেই সময়ৰ প্ৰচলিত প্ৰাকৃত শব্দাৱলীৰ স্থিতি আৰু সংস্কৃত ভাষাৰ প্ৰচলন এই দুয়োটা প্ৰবাহেই ক্ৰিয়া কৰিছিল।

We may assert without possibility of contradiction that almost whole of the Assamese grammer and vocabulary, except the elements of a few other languages to be noticed later on, are to be found in Sanskrit.[১৪]

আনকি পণ্ডিত কালিৰাম মেধিয়ে তেওঁৰ বৃহৎগ্ৰন্থ 'Assamese Grammer and Origin of the Assamese language'ত বৈদিক আৰু প্ৰাক্‌বৈদিক শব্দসমূহৰ একাংশও অসমীয়া ভাষাত কেনেকৈ প্ৰৱেশ কৰিছে তাৰো আলোচনা কৰিছে। পাছলৈ ড° বাণীকান্ত কাকতিয়ে তেওঁৰ আধুনিক বিজ্ঞানসন্মতভাৱে বিদ্যায়তনিক দিশেৰে প্ৰস্তুত কৰা প্ৰথম অসমীয়া ভাষাৰ গৱেষণা গ্ৰন্থ 'Assamese : Its Formation and Development' ত অসমীয়া ভাষাকে পূৰ্বাঞ্চলৰ নব্য-ভাৰতীয় আৰ্য্য ভাষা বুলি প্ৰতিষ্ঠিত কৰিছে। ড° কাকতিয়ে চতুৰ্দশ শতিকাৰ আগভাগৰ পৰাই এই ভাষাই বিকাশ লাভ কৰিছে বুলি দেখুৱাইছে যদিও সাম্প্ৰতিক সময়ত উদ্ধাৰ হোৱা লিপি আৰু অন্যান্য সমলে অসমীয়া ভাষাই খ্ৰীষ্টীয় অষ্টম-নৱম শতিকাৰ পৰাই নিজস্ব ৰূপ ল'বলৈ আৰম্ভ কৰিছে বুলি ভাষাবিদ আৰু লিপিবিদসকলে মতামত প্ৰকাশ কৰিবলৈ লৈছে। বিশেষকৈ লিপি-অধ্যয়নৰ আলোচনা এই দিশত যথেষ্ট গুৰুত্বপূৰ্ণভাৱে আগবাঢ়িছে।

**খ্ৰীঃ চতুৰ্থ শতাব্দীৰপৰা অসমীয়া জাতিৰ ঐতিহাসিক কাল : গুপ্ত-সভ্যতা-সংস্কৃতিৰ অসামান্য প্ৰভাৱ :**

৮. **লিপি :** খ্ৰীঃ পূঃ তৃতীয় শতিকাতে মৌৰ্য্যসম্ৰাট চন্দ্ৰগুপ্তই ভাৰতবৰ্ষৰ বহুখিনি ৰাজ্য একীভূত কৰি প্ৰশাসনীয় সংযোগ স্থাপন কৰিছিল আৰু সম্ৰাট অশোকৰ দিনত ধৰ্ম আৰু সংস্কৃতিৰে ভাৰতৰ

একত্ৰীকৰণৰ কৰ্ম কিছুকালৰ বাবে সম্ভৱ হৈছিল। তাৰ প্ৰভাৱ নিশ্চয় অসমলৈকো বিয়পিছিল। অশোকৰ প্ৰস্তৰলেখবোৰৰ লিপি আছিল ভাৰতীয় ব্ৰাহ্মী লিপি।

সমুদ্ৰগুপ্তৰ *এলাহাবাদ প্ৰস্তৰ স্তম্ভ লিপিত* সীমান্ত ৰাজ্য *সমতট-ডবাক-কামৰূপ-নেপাল কৰ্ত্তৃপুৰাদি প্ৰত্যন্ত নৃপতিভিঃ* আদিলৈকে গুপ্তসাম্ৰাজ্য বিয়পাৰ কথা কোৱা হৈছে। ডবাক অঞ্চল নগাঁও জিলাৰ কপিলী উপত্যকা অঞ্চল হোৱাত আৰু এই লিপিৰ সময়কাল খ্ৰীঃ ৩৫০-৬০ বুলি সিদ্ধান্ত হোৱাত এই কালতে কামৰূপ ৰাজ্যৰ সৈতে গুপ্তযুগৰ ব্ৰাহ্মণ্য-সভ্যতাৰ সম্পৰ্ক স্থাপন হোৱাতো ইয়াৰ ফলত সহজে অনুমান কৰি ল'ব পাৰি। সেই সময়ত কামৰূপত ৰজা আছিল ভৌম নৰকবংশীয় পুষ্যবৰ্মন। এই শতিকাৰে কিছু বছৰ পাছত খোদিত হোৱা বুলি অনুমান কৰা " দুখন শৈললিপি অসমত ইতিমধ্যে আৱিষ্কৃত হৈছে। এখন গোলাঘাটৰ নিকটবৰ্তী **নগাজৰী খনিকৰ গাঁৱত প্ৰাপ্ত পাঁচশাৰীৰ অসম্পূৰ্ণ সংস্কৃত ভাষাত লিখা খণ্ডিত প্ৰস্তৰ লিপি** আৰু আনখন **কামাখ্যা-নীলাচল পাহাৰৰ নামনিত চাৰি শাৰীত খোদিত সংস্কৃত আখৰৰ উমাচল শিলালিপি**। দুয়োখনেই অসমৰ প্ৰাচীনতম শিলালিপি বুলি এই পৰ্য্যন্তপ্ৰাপ্ত হোৱা লিপিৰ নিদৰ্শন। এই আখৰ গুপ্তযুগৰ শেষ ব্ৰাহ্মীস্তৰৰ আখৰ আৰু *এলাহাবাদ প্ৰস্তৰ স্তম্ভৰ* লিপিৰ লগত মিল থকা।

*নগাজৰী খনিকৰ লিপিত* এগৰাকী সন্মানীয় ব্ৰহ্মদত্তক ভূমিদান দিয়াৰ কথা উক্ত হৈছে আৰু *উমাচল লিপিত* ৰজা সুৰেন্দ্ৰ বৰ্মাই বলভদ্ৰ স্বামীৰ বিগ্ৰহেৰে গুহামন্দিৰ স্থাপন কৰাৰ কথা উল্লেখ হৈছে।

**এইদৰে দুয়োখন লিপিয়েই ব্ৰহ্মপুত্ৰ উপত্যকালৈ আৰ্য্য-সংস্কৃতিৰ বিস্তাৰ হোৱা স্পষ্ট প্ৰমাণ দাঙি ধৰে।** ইয়াৰ পাছত ষষ্ঠ শতাব্দীৰ ভূতিবৰ্মনৰ ৰাজত্ব কালৰ *বৰগংগা শিলালিপি* আদিৰপৰাই ধাৰাবাহিকভাৱে দ্বাদশ শতাব্দীৰ আদি ভাগলৈকে ভূমিদান-প্ৰদত্ত আৰু অন্যান্য বিষয়ৰ সম্পৰ্কিত তাম্ৰলেখ আৰু শিলালেখ আৱিষ্কৃত হৈছে। সংস্কৃতত খোদিত কৰা ব্ৰাহ্মীলিপিৰ এই লেখবোৰত অসমৰ কামৰূপী প্ৰাকৃত শব্দৰ[১৫] সন্নিৱেশ আৰু অসমীয়া আখৰৰ বিকাশ হৈ আহিছিল। প্ৰায় অষ্টম-নৱম শতাব্দীতে এই লিপিবোৰৰ মাজত অসমীয়া আখৰৰ

গঢ়ে স্বতন্ত্ৰীয়া ৰূপ লবলৈ আৰম্ভ কৰিছিল আৰু দশম শতাব্দীৰ ভিতৰত ই প্ৰায় পূৰ্ণ-বিকশিত হৈছিল। এই বিকশিত অসমীয়া ৰূপটো বিধৃত হৈছে ত্ৰয়োদশ শতিকাৰ *কানাই বৰশী বোৱা শিলালিপিত*।

আৰ্য্যলিপিৰপৰা প্ৰত্যক্ষভাৱে উদ্ভূত আৰু অন্য কোনো আঞ্চলিক লিপিৰপৰা প্ৰভাৱ নোপোৱাকৈ একমাত্ৰ ব্ৰাহ্মী লিপিৰপৰা গঢ়লৈ উঠা অসমীয়া লিপিৰ উৎপত্তিয়ে অসমৰ জাতি-গঠনৰ সংস্কৃতিত এক অভূতপূৰ্ব তাৎপৰ্য্য আৰু প্ৰভাৱ বিস্তাৰ কৰিছে।

**৯. ধৰ্ম আৰু দৰ্শন ঃ** খ্ৰীষ্টীয় প্ৰথম সহস্ৰাব্দৰপৰা অসমত এতিয়ালৈকে উদ্ধাৰ হৈ থকা লিপি, প্ৰত্নভাস্কৰ্য্য, ভগ্ন শৈলমন্দিৰ আৰু সীমিতভাৱে প্ৰাপ্ত হোৱা সংস্কৃত গ্ৰন্থসমূহৰ অধ্যয়নে এই কথাকে প্ৰতিপন্ন কৰে যে ব্ৰহ্মপুত্ৰ উপত্যকাত সেই কালৰ পৰাই বৈদিক বৰ্ণাশ্ৰম ধৰ্মৰ শক্তিশালী প্ৰভাৱে সমাজক সংগঠিত কৰিবলৈ অৱদান আগবঢ়াইছিল।

ষষ্ঠ শতাব্দীৰ ডবকা অঞ্চলত প্ৰাপ্ত *বৰগংগা শিলালিপিয়ে* অশ্বমেধ যজ্ঞ সম্পাদন কৰা শক্তিশালী ৰজা ভূতিবৰ্মাৰ বাবে নিৰ্মাণ কৰা আশ্ৰম, তেওঁক আখ্যা দিয়া *পৰম দৈৱতক* আৰু *পৰম ভট্টাৰক* (*পৰম ভাগৱত বুলিও* অধীত) উপাধিয়ে সম্পূৰ্ণ আৰ্য্য-সংস্কৃতিৰ ধাৰণা কঢ়িয়াই আনে। বিদ্বান, বেদবিদ্ পণ্ডিতসকলক ভূমিদান কৰি বেদাধ্যয়নেৰে অঞ্চল মুখৰিত কৰি থাকিবলৈ দিয়া নিৰ্দেশবোৰ গুৰুত্বপূৰ্ণ। ৰজা কুমাৰ ভাস্কৰবৰ্মনে নবীকৰণ কৰা *নিধনপুৰ তাম্ৰশাসনত* বিভিন্ন বেদশাখাৰ ভিন্ন ভিন্ন গোত্ৰৰ ২০৮ গৰাকী পণ্ডিত ব্ৰাহ্মণক ভূমিদান দি প্ৰতিষ্ঠা কৰাৰ উল্লেখ হৈছে।

বৰ্মনবংশীয় প্ৰাগজোতিষৰ ৰজাসকল নিজেই হিন্দু ধৰ্মাৱলম্বী ৰজা হোৱা বাবে হিন্দুধৰ্মৰ সকলো বিধি-ব্যৱস্থা, সংস্কৃতি, জীৱন-ধাৰা আৰু সাহিত্যৰ সহজ বিস্তাৰ হৈছিল। বিশেষকৈ গুপ্তৰজাসকল আৰু যশোধৰ্মন আদি ৰজাৰ কামৰূপলৈকে হোৱা আধিপত্যৰ ফলত গুপ্ত-সংস্কৃতি আৰু প্ৰভাৱে অতি দ-কৈ কামৰূপত শিপাবলৈ সুবিধা হৈছিল।

ভাস্কৰবৰ্মনৰ *ডুবি* আৰু *নিধনপুৰ তাম্ৰশাসনৰপৰা* আৰম্ভ কৰি শালস্তম্ভ বংশীয় আৰু পালবংশীয় ৰজাৰ প্ৰদত্ত তাম্ৰশাসনলৈকে এই শাসনবোৰৰ সন্নিবিষ্ট কথাংশত হৰি, বিষ্ণু, হৰগৌৰী, মহেশ্বৰ, শিৱ আৰু

অন্যান্য দেৱতাৰ প্ৰসংগ উত্থাপিত হৈছে। *ৰামায়ণ* আৰু *মহাভাৰতৰ* চৰিত্ৰ তুলনা কৰা হৈছে আৰু প্ৰসংগ-উত্থাপনৰ ধৰণত আৰু লিখাৰ ষ্টাইলত এইসকল জনসাধাৰণৰ যেন *ৰামায়ণ* আৰু *মহাভাৰতৰ* সৈতে পূৰ্বৰে পৰা পৰিচিতি আছে এই ধাৰণা স্পষ্টভাৱে কঢ়িয়াই অনা হৈছে। শৈৱ, শাক্ত আৰু বৈষ্ণৱৰ মাজত সহাবস্থানৰ ইংগিত আছে। আনকি বৌদ্ধ ধৰ্মৰ সৈতেও মিলন আৰু বন্ধুত্বৰ সাক্ষ্য স্থাপিত হৈছে ৰজা ভাস্কৰবৰ্মনে তেওঁৰ ৰাজত্ব কালত কামৰূপলৈ আমন্ত্ৰণ কৰা হিউৱেনচাঙৰ ভ্ৰমণ আৰু কনৌজৰ ৰজা হৰ্ষবৰ্ধনৰ সৈতে হোৱা বন্ধুত্ব আৰু প্ৰীতিৰ বান্ধোনৰ ফলত।

অষ্টম শতিকাৰ *দেওপানী বিষ্ণুমূৰ্তিত* লিপিবদ্ধ আছে (অন্যান্য শাৰীসমূহৰ লগতে) *শূদ্ৰ দ্বিজবৰ্ণ নাৰীসেব্যা তু দেৱী ভগৱতী তু গুহ্যং, ভাগৱতো নাৰায়ণস্য শৈলী প্ৰতিমা ভক্তাণাং* এই বাক্যকেইটা। হৰি বা বিষ্ণুৰ সৈতে দেৱীক এক কৰা হৈছে; সেই দেৱীক শূদ্ৰ, দ্বিজবৰ্ণৰ লোকসকল আৰু নাৰীয়ে সেৱা কৰিব পাৰে। আকৌ আৰম্ভণিতেই ত্ৰিলোকেশ্বৰ ষাড়াৰূঢ় হৰক প্ৰণাম জনোৱা হৈছে। শেষত ভক্তসকলৰ বাবে এইখন ভগৱান নাৰায়ণৰ শৈল প্ৰতিমা বুলি কোৱা হৈছে। হৰ্জৰবৰ্মনৰ স্তম্ভ লিপিৰে সৈতে মিল থকা উত্তৰ ব্ৰাহ্মী শৈলীৰ বৈশিষ্ট্যপূৰ্ণ ব্ৰাহ্মী লিপিৰে খোদিত হোৱা এই বিষ্ণুমূৰ্তি খ্ৰীঃ অষ্টম শতিকাৰ বুলি চিহ্নিত হৈছে। **এই লিপিৰপৰা সেইকালতে অসমৰ দ্বিজবৰ্ণ, শূদ্ৰ আৰু নাৰীসমাজত ভক্তসকলৰ বাবে বিষ্ণুৰ স্থিতিও প্ৰোথিত হৈছে আৰু ভক্তি ধৰ্মৰ বীজৰ ৰোপণ হৈছে।**[১৬]

খ্ৰীষ্টীয় প্ৰথম সহস্ৰাব্দৰ কামৰূপত খোদিত হোৱা লিপিসমূহৰ বিস্তৃত অধ্যয়নে সেইকালৰ এই ৰাজ্যখনৰ ৰাজনৈতিক, ধৰ্মীয়, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ এটা শক্তিশালী পৰম্পৰা-প্ৰবাহৰ ছবি স্পষ্টভাৱে দাঙি ধৰা দেখা যায়। লিপিত বৰ্ণিত ভাষা, শৈলী আৰু ষ্টাইল সম্পূৰ্ণভাৱে উত্তৰ-ভাৰত তথা আৰ্য্য-সংস্কৃতিৰ অনুকৰণত সৃষ্টি হৈছিল। প্ৰায়বোৰেই আছিল কালিদাসৰ কাব্য ষ্টাইলৰ আৰু ছন্দ-প্ৰয়োগৰ আৰ্হিত।

ৰজাসকলে পৱিত্ৰ তিথিত সম্পূৰ্ণ আৰ্য্যধৰ্ম পালন কৰি আৰু শাস্ত্ৰীয় কৃতকৃত্য সমাপন কৰি সিংহাসনত আৰোহণ কৰিছিল। মাহৰ

সংক্ৰান্তি আৰু পবিত্ৰ তিথিত বিদ্বান ব্ৰাহ্মণসকলক ভূমিদান কৰিছিল। সকলো ৰজাৰে নাম আৰ্য্যীকৃত্ আছিল। দেৱতাসকলৰ নামেৰেও নাম গ্ৰহণ কৰা হৈছিল।

অনা-আৰ্য্য অধিবাসীসকলক নিৰ্য্যাতন বা শোষণ কৰাৰ কথা কোনো লিপিতে পোৱা নাযায়। সমাজ-ব্যৱস্থাৰ মাজত তেওঁলোকক আৰ্য্যীকৃত কৰি লোৱাৰ প্ৰক্ৰিয়াহে আৰম্ভ হৈছিল। সেইবাবে আৰ্য্য-সভ্যতা যিমানদূৰ স্থানলৈ যায়, তালৈকে বিয়পাই দি অধিবাসীসকলক হিন্দুধৰ্মাৱলম্বী কৰাৰ প্ৰচেষ্টাহে অব্যাহত আছিল। বিভিন্ন স্থানত বেদবিদ ব্ৰাহ্মণসকলক স্থাপন কৰিছিল।

পাছলৈ ইণ্ডো-মংগোলয়ড গোষ্ঠীৰ অধিবাসীৰ একাংশই হিন্দুধৰ্ম গ্ৰহণ কৰি বংশ আৰু উপাধিও পৰিৱৰ্তন কৰি আৰ্য্যসমাজত চামিল হৈছিল। এই প্ৰক্ৰিয়া অতি অবাচীন কাললৈকে চলি আছিল। এইকথা পূৰ্বতে উল্লেখ কৰা হৈছে।

**১০. শৈল মন্দিৰ, ভাস্কৰ্য্য-সৃষ্টি আৰু নগৰ-নিৰ্মাণৰ সংস্কৃতি ঃ** গুপ্ত সাম্ৰাজ্য বিস্তাৰৰ কালত কামৰূপত আৰ্য্যধৰ্ম সংস্কৃতিয়ে গুৰুত্বপূৰ্ণভাৱে প্ৰভাৱ পেলোৱা অন্যতম ক্ষেত্ৰখন আছিল কামৰূপৰ ভিন ভিন স্থানত হিন্দুৰ দেৱ-দেৱীৰ শৈল মন্দিৰ-নিৰ্মাণ, ৰাজপ্ৰসাদ-নিৰ্মাণ আৰু ৰাজধানী-নিৰ্মাণ। বৰ্মনবংশীয় ৰজা স্থিতবৰ্মাই ৰাজধানী পুৰণি প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰলৈ প্ৰজাসহ স্থানান্তৰ কৰি নতুনকৈ প্ৰাগ্‌জ্যোতিষপুৰ- ৰাজপ্ৰসাদ আৰু ৰাজধানী-নিৰ্মাণ কৰিছিল। শালস্তম্ভীয় বংশৰ প্ৰতিষ্ঠাপক ৰজাগৰাকীয়ে এই ৰাজ্য হটপ্লেশ্বৰ নগৰলৈ উঠাই নিছিল। ভিন্ ভিন্ স্থানৰ ভাঙি যোৱা মন্দিৰ পুনৰ নিৰ্মাণ কৰিছিল। উল্লেখনীয় যে এই নিৰ্মাণ-কাৰ্য্য ভাৰতীয় শাস্ত্ৰৰ বাস্তুবিদ্যাৰ নিৰ্দেশাৱলী সম্পূৰ্ণভাৱে অনুসৰণ কৰি কৰা হৈছিল। সেইবাবে অসমৰ প্ৰাচীন মন্দিৰসমূহত উত্তৰ ভাৰতৰ মন্দিৰ শৈলীৰ বিশেষকৈ গুপ্তযুগৰ শৈলীৰ প্ৰভাৱ পৰিস্ফুট। তেজপুৰৰ **দ-পৰ্বতীয়াৰ বিখ্যাত ভগ্নমন্দিৰক অসমত গুপ্তযুগৰ মন্দিৰৰ এতিয়ালৈ প্ৰাপ্ত প্ৰাচীনতম নিদৰ্শন বুলি স্বীকাৰ কৰা হৈছে।** এই মন্দিৰৰ দ্বাৰ-ভাস্কৰ্য্য ভাৰতীয় কলা-সৃষ্টিৰ অপূৰ্ব নিমজ নিদৰ্শন বুলি প্ৰশংসিত। গুপ্তযুগৰ বৈশিষ্ট্য গ্ৰহণ কৰা এই মন্দিৰ খ্ৰীঃ পঞ্চম

শতাব্দীৰ আদি ভাগৰ বুলি আৰু মধ্যভাৰতৰ নাচনা কুমাৰ, ভূমাৰাৰ শিৱমন্দিৰ আৰু উত্তৰ বংগৰ বৈগ্ৰাম মন্দিৰৰ লগত একে আৰ্হিৰ আছিল বুলি ড° এচ. কে সৰস্বতীয়ে লিপিবদ্ধ কৰিছে।[১৭]

সেইদৰে বিভিন্ন ভাস্কৰ্য্য-মূৰ্তিৰ আৱিষ্কাৰ, পুৰাণসমূহৰ প্ৰতিমা-লক্ষণসংযুক্ত দেৱতা ব্ৰহ্মা, বিষ্ণু, শিৱ, পঞ্চমুখী শিৱ, অগ্নি, কুবেৰ, ইন্দ্ৰ, যম, সূৰ্য্য ইত্যাদিৰ শৈল মূৰ্ত্তি, দেৱী দুৰ্গা, গণেশ, মনসা, ভদ্ৰকালী, লক্ষ্মী আদিৰ মূৰ্ত্তিৰ অৱস্থিতিৰ প্ৰাচুৰ্য্যই সেইকালতে কামৰূপ ৰাজ্যৰ বিকাশ সম্ভৱ কৰি তুলিছিল। **আমবাৰীৰ খনন-কাৰ্য্যত, সূৰ্য্য পাহাৰৰ খনন-কাৰ্য্যত, গাৰোপাহাৰৰ ভাইটবাৰীৰ খনন কাৰ্য্যত, সৰু পথাৰ, গোলাঘাট, দেও পৰ্বত আৰু শোণিতপুৰত প্ৰাপ্ত অসংখ্য শৈল ভাস্কৰ্য্যৰ আৰু অন্যান্য সম্পদৰ প্ৰাপ্তিয়ে ঐতিহাসিক কালৰ প্ৰথম সহস্ৰাব্দৰ সময়তে অসমত এখন শক্তিশালী আৰ্য্য-সংস্কৃতি প্ৰভাৱান্বিত ৰাজ্যৰ স্থিতি প্ৰমাণিত কৰিছে।**

১১. ***ৰামায়ণ* আৰু *মহাভাৰতৰ* প্ৰভাৱ ঃ অসমীয়া জীৱনত একত্বৰ পৰশ ঃ**

আৰ্য্য-সংস্কৃতিৰ প্ৰভাৱে জাতীয় জীৱনৰ ভাব উপলব্ধি কৰাৰ ক্ষেত্ৰত প্ৰাচীন অসমত *ৰামায়ণ* আৰু *মহাভাৰতৰ* কথা-কাহিনীৰ সাৰ্বজনীনভাবে হোৱা বিস্তাৰ উল্লেখনীয়। মাধৱকন্দলীৰ অসমীয়া *ৰামায়ণেই* নব্য আৰ্য্যভাষাৰ প্ৰথম ৰামায়ণ হ'লেও আৰু এই ৰামায়ণেই অসমৰ সমাজ-জীৱনৰ সংস্কৃতিৰ প্ৰতিচ্ছবি হ'লেও মাধৱ কন্দলীৰ এই অসামান্য সৃষ্টিৰো প্ৰেৰণাৰ উৎস হৈছিল তেওঁৰ পটভূমিত থকা অসমৰ লৌকিক সমাজখন আৰু 'লোক-ব্যৱহাৰ'। তেওঁৰ সৃষ্টিৰ আগতেই ৰামায়ণ-মহাভাৰতৰ কাহিনী প্ৰাচীন অসমত চৰ্চিত হৈ আছিল। তাৰ কিছু ইংগিত নিম্নোক্ত সংবাদসমূহৰপৰা পাব পাৰোঁ।

(ক) ভাস্কৰবৰ্মনৰ *ডুবিৰ তাম্ৰশাসন*, ইন্দ্ৰপাল ৰজাৰ *গুৱাহাটী তাম্ৰশাসন* আৰু গোপালবৰ্মনৰ *গছতল তাম্ৰশাসনত* ৰাম-ৰাৱণ, ৰজা দশৰথ আৰু কৃষ্ণ-বলৰামৰ প্ৰসংগ অনা হৈছে।

(খ) নুমলিগড়ৰ ওচৰত দেওপৰ্বতৰ শৈল ধ্বংসাৱশেষৰ মাজত ৰাম, লক্ষ্মণ, সুগ্ৰীৱ আৰু হনুমানৰ খোদিত চিত্ৰই ৰামায়ণৰ কাহিনীৰ খণ্ড

চিত্ৰিত কৰিছে। এইবোৰ খোদিত শিল্প-ভাস্কৰ্য্য একাদশ-দ্বাদশ শতিকাৰ বুলি স্বীকৃত।

কাহিনী, ঘটনা বা কোনো চৰিত্ৰৰ ভাস্কৰ্য্যত এনে প্ৰতিফলনে সমাজত সেই বিষয়ৰ শক্তিশালী জনপ্ৰিয়তা থকাৰ কথা প্ৰমাণ কৰে।

(গ) *কালিকাপুৰাণৰ* ৩৭ অধ্যায় আৰু ৬২ অধ্যায়ত যথাক্ৰমে ৰাম-সীতাৰ জন্মকথা আৰু ব্ৰহ্মাই ৰাৱণ-বধৰ বাবে দেৱীপূজা কৰাৰ কথা বৰ্ণিত হৈছে।

(ঘ) ডাকৰ বচন, অসমীয়া ভাষাৰ আদি ফকৰা-যোজনাবোৰতো ৰামায়ণ আৰু মহাভাৰতৰ কথাৰ লৌকিক উদাহৰণ বা উপমাৰ ব্যৱহাৰ।

(ঙ) অনা-আৰ্য্যগোষ্ঠী বিশেষকৈ কাৰ্বি, চুতীয়া আৰু মিজো সমাজত ভিন্‌ভিন্‌ভাৱে ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীৰ প্ৰচলন। অৱশ্যে অসমৰ মূল অঞ্চলত থকা ৰামায়ণ-মহাভাৰতৰ পৰিচিত কথাবোৰেও তেওঁলোকক প্ৰভাৱিত নকৰাকৈ থকা নাই।

**১২. *কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, তীৰ্থকৌমুদী* আদিৰ সৃষ্টি ঃ অসমীয়া সাহিত্যৰ উন্মেষ আৰু নৱ-বৈষ্ণৱ ধৰ্মৰ আন্দোলন ঃ শ্ৰীশঙ্কৰদেৱ ঃ**

প্ৰাচীন অসমত ইতিমধ্যে *স্বল্পমৎস পুৰাণ, বৃহদঙ্গিৰস সংহিতা, স্মৃতি সমুচ্চয়, স্মৃতি মীমাংসা, কালিকা পুৰাণ* আদি সৰ্বভাৰতীয় গ্ৰন্থ ৰচিত হৈছিল। এই গ্ৰন্থসমূহৰপৰা একাদশ-দ্বাদশ শতিকাৰ স্মৃতি নিবন্ধকাৰসকলে আৰু তাৰো পাছত বিভিন্ন কৌমুদী গ্ৰন্থৰ ৰচয়িতা পীতাম্বৰ সিদ্ধান্তবাগীশ আদি গ্ৰন্থ-প্ৰণেতাসকলে বচন উদ্ধৃত কৰাৰপৰা জনা যায় যে উল্লিখিত গ্ৰন্থকেইখন দশম-একাদশ শতিকাৰ পৰৱৰ্তী কালৰ নহয়, তাৰ আগৰ এইবোৰ গ্ৰন্থত সনাতন বৈদিক আৰ্য্যধৰ্মৰ গতিশীল ধাৰা আৰু সেইমতে অসমত যে সেইধাৰা প্ৰচলিত হৈ আছিল তাৰেই সাক্ষ্য আৰু প্ৰমাণ বহন কৰে। অৱশ্যে এই কথা মনত ৰখা প্ৰয়োজন যে অসমত আৰ্য্যধৰ্মৰ ধাৰা স্থানীয় প্ৰভাৱেৰে প্ৰভাৱান্বিত হোৱাৰ বাবে স্মৃতিকাৰসকলৰ স্মৃতিৰ গ্ৰন্থ আৰু পালনীয় বিধিবোৰত কৰ্মকাণ্ডৰ ব্যৱস্থাসমূহত বাহুল্যৰ প্ৰচলন কৰি কামৰূপীয় বৈশিষ্ট্য অটুট ৰাখিছিল। বঙ্গদেশ আদিত ৰঘুনন্দন স্মাৰ্ত্তপণ্ডিতসকলৰ পদ্ধতিতকৈ কামৰূপৰ

পদ্ধতি বহুলাংশে পৃথক আছিল।

অসমৰ প্ৰাচীন ইতিহাসৰ সমাজ, ভূগোল আৰু ধৰ্মৰ বহু তথ্য থকা *কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, হৰগৌৰী সংবাদ, তীৰ্থকৌমুদী* আদি আৰ্য্য ভাৰতীয় ধৰ্মৰ বাহকস্বৰূপ হ'লেও ইয়াৰ মূল সুৰ হৈছে আঞ্চলিক আৰু ই কামৰূপ-প্ৰেমেৰে সিক্ত। প্ৰাচীন অসমৰ পৰ্বত-পাহাৰ, নদ-নদী, মঠ-মন্দিৰ, পথ, গৃহ আদিৰ শ্ৰেষ্ঠত্ব, মাহাত্ম্য, পৱিত্ৰতা আৰু প্ৰয়োজনীয়তাৰ প্ৰশস্তি আৰু জয়-গান শ্লোকসমূহৰ শাৰীয়ে শাৰীয়ে প্ৰকাশ পাইছে। অসমৰ নদ-নদীও গঙ্গা, সিন্ধু, কাবেৰী আদিৰ দৰেই এই নদীবোৰৰ পৱিত্ৰতা আৰু গুৰুত্ব বিদ্যমান। ইয়াৰ ফলত আধিবাসীসকলৰ মনত তীব্ৰ জাতীয় প্ৰেম আৰু মাতৃভূমিৰ প্ৰতি আকৰ্ষণৰ সৃষ্টি হোৱাত সহায় হৈছে। ইয়াৰ বিপৰীতে তাৎপৰ্য্যপূৰ্ণ কথা যে ইতিমধ্যে চতুৰ্দশ-পঞ্চদশ শতাব্দীত প্ৰাক্-বৈষ্ণৱ কবিসকল আৰু শ্ৰীমন্ত শঙ্কৰদেৱ সমন্বিতে অসমীয়া সাহিত্যৰ কবিসকলে পূৰ্ণ-বিকশিত অসমীয়া ভাষাৰদ্বাৰা সৰ্বভাৰতীয় বৈষ্ণৱ ধৰ্মৰ আধাৰত ৰচিত কাব্য-গ্ৰন্থসমূহত ভাৰতীয়ত্বৰ জয়গান কৰিছিল। *কীৰ্তন*ৰ বিভিন্ন অধ্যায়, *নাম-ঘোষা,* অসমীয়া *শ্ৰীমদ্ভাগৱত, দশম* আৰু অন্যান্য বৈষ্ণৱ গ্ৰন্থত 'ধন্য ধন্য ভাৰতবৰ্ষ'ৰ জয়গান গোৱা হৈছে।

মাধৱকন্দলী, শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলী, ভট্টদেৱ আদি নৱবৈষ্ণৱ ধৰ্মৰ মহাপুৰুষসকলে সংস্কৃতভাষা আৰু আৰ্য্যধৰ্মৰ বিশিষ্ট পণ্ডিত হৈও অসমৰ সাধাৰণ লোকসকলৰ বাবে লোক-ব্যৱহাৰ আৰু লোকভাষাতহে পদবন্ধ কৰিছিল ভাৰতীয় ধৰ্ম আৰু সংস্কৃতিৰ বিষয়বস্তুৰ ওপৰত। ইয়াৰ ফলত অন্যভাৱে জাতীয় একত্বৰ ভাব বৃদ্ধি হৈছিল।

খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰপৰা অষ্টাদশ শতিকাৰ শেষলৈকে সমান্তৰালভাৱে সংস্কৃত আৰু অসমীয়া উভয় ভাষাতে বিস্তৰ সাহিত্যৰ ৰচনা হৈছিল।

এয়া কম গুৰুত্বপূৰ্ণ কথা নহয়।

**১৩. চুকাফাৰ আগমন আৰু আহোম ৰজাসকলৰ অৱদান ঃ কোচ ৰজাসকল ঃ**

অসমৰ জাতি-সংস্কৃতি গঠনৰ প্ৰক্ৰিয়াত আৰু আৰ্য্য-সংস্কৃতিৰ বিস্তাৰ অব্যাহত ৰখাত আহোম ৰাজত্বকালৰ ৰজাঘৰীয়া পৃষ্ঠপোষকতাৰ

তাৎপৰ্য্যপূৰ্ণ অৱদান অসামান্য। অসমত এটা শক্তিশালী সংস্কৃতিৰ প্ৰভাৱ সম্পূৰ্ণভাবে বোঁৱতি হৈ থকা বাবেহে ত্ৰয়োদশ শতিকাত টাই-আহোমবংশৰ চুকাফাই অসমত প্ৰৱেশ কৰি ৰাজ্যগঠনৰ প্ৰক্ৰিয়াত অংশ গ্ৰহণ কৰিবলৈ সুবিধা পাইছিল। অসমৰ সংস্কৃতি আৰু প্ৰচলিত ধৰ্ম গ্ৰহণ কৰি আহোমসকলে প্ৰশাসন বিস্তাৰ কৰিলে। পূৰ্বৰেপৰা আৰ্য্য-সংস্কৃতি ইয়াত প্ৰৱহমান হৈ থকা বাবেহে গদাধৰ সিংহই হিন্দুধৰ্ম গ্ৰহণ কৰিব পাৰিছিল। প্ৰতাপশালী প্ৰতাপসিংহই নতুনকৈ মঠ-মন্দিৰ নিৰ্মাণ কৰি দেৱী দুৰ্গাৰ মৃন্ময় মূৰ্ত্তি কোচবেহাৰৰ শিল্পীৰ দ্বাৰাই প্ৰস্তুত কৰাই ধৰ্মবিস্তাৰত নতুন মাত্ৰা দিব পাৰিছিল। ভগ্ন মঠ-মন্দিৰৰ নিৰ্মাণৰ লগতে হিন্দুধৰ্ম গ্ৰহণ কৰা ৰজাসকলে নিজৰ নিজৰ ইচ্ছাৰে নতুন ব্ৰাহ্মণ পণ্ডিত কনৌজ-নৱদ্বীপৰপৰা আনয়ন কৰি হিন্দুধৰ্মত দীক্ষিত হৈছিল। ব্ৰাহ্মণ-কায়স্থক মাটিদান কৰি থাপিছিল। দেৱোত্তৰ, ধৰ্মোত্তৰ আৰু ব্ৰহ্মোত্তৰ নিষ্কৰ মাটি দেৱালয়, ধৰ্ম-সংস্থা আৰু বিদ্বৎব্ৰাহ্মণক দান কৰি তাম্ৰ পট্টা কৰি পূৰ্বৰ ৰীতি-নীতি অনুসৰণ কৰিছিল। আৰ্য্য-সংস্কৃতিত প্ৰবহমান হৈ থকা বিহু-উৎসৱ, ধৰ্মীয় উৎসৱসমূহত নতুন ৰহণ চৰাই উজ্জীৱিত কৰাৰ সংবাদো ঐতিহাসিকভাৱে লিপিবদ্ধ হৈছে।

পৰৱৰ্তী কালৰ ৰজাসকলে বৈষ্ণৱধৰ্মৰ প্ৰসাৰতো অৱদান দিছিল। জয়ধ্বজ সিংহই বৈষ্ণৱসত্ৰকেইখনক ৰাজসত্ৰ কৰাৰ ব্যৱস্থা কৰে।

এওঁলোকৰ ৰাজত্ব কালতে ভাৰতীয় সংস্কৃত গ্ৰন্থসমূহ বিশেষকৈ পুৰাণ, নাটক আৰু কাব্যসমূহৰ অনুবাদ অসমীয়া ভাষালৈ ৰজাঘৰীয়া পৃষ্ঠপোষকতাপ্ৰাপ্ত অসমৰ সংস্কৃত কবিসকলে সম্পন্ন কৰে।

সমসাময়িক কোচৰজা বিশ্বসিংহ আৰু তাৰ পাছত নৰনাৰায়ণ-চিলাৰায়ৰ দিনতো কোচবেহাৰৰপৰা বিস্তৃত হৈ থকা অসমখণ্ডত আৰ্য্যধৰ্মৰ প্ৰবাহে উৎসাহ লাভ কৰে। ৰামায়ণ, মহাভাৰত, জ্যোতিষ, বেদাংগ, পুৰাণ আৰু অন্যান্য স্মৃতিগ্ৰন্থ আদি ৰচনাৰ বাবে পণ্ডিতসকলক নিৰ্দেশ দি অসমীয়া ভাষা-সাহিত্যৰ সৃষ্টিত অৱদান আগবঢ়ায়।

**১৪. শ্ৰীমন্ত শঙ্কৰদেৱ আৰু নৱ-বৈষ্ণৱ ধৰ্মৰ ভক্তি-আন্দোলন ঃ**

শ্ৰীমন্ত শঙ্কৰদেৱৰ উত্থানে অসমৰ আৰ্য্য-সংস্কৃতিৰ প্ৰভাৱক নতুন ৰূপেৰে উজ্জীৱিত কৰিলে। *শ্ৰীমদ্ভাগৱতক* কেন্দ্ৰ কৰি ভক্তি-ধৰ্মৰ প্ৰচাৰেৰে অসমৰ বহল ক্ষেত্ৰখনক শ্ৰীমন্ত শঙ্কৰদেৱে আকৰ্ষণ কৰিবলৈ

সমৰ্থ হ'ল। *শ্ৰীমদ্ভাগৱত* আৰু *শ্ৰীমদ্ভগৱৎ গীতাক* আশ্ৰয় কৰি ভক্তিক প্ৰাধান্য দি সৃষ্টি হোৱা নব-বৈষ্ণৱ ধৰ্মৰ সমগ্ৰ ভাৰতবৰ্ষতে ত্ৰয়োদশ-চতুৰ্দশ শতাব্দীত সূচনা হৈছিল। *গীতা, উপনিষদ* আৰু *ব্ৰহ্মসূত্ৰক* একেলগে *প্ৰস্থানত্ৰয়ী* বোলা হৈছিল। কিন্তু *শ্ৰীমদ্ভাগৱতৰ* প্ৰাধান্য অহাত সনাতন হিন্দুধৰ্মত এই গ্ৰন্থকো সামৰি *প্ৰস্থান চতুঃষ্টয়* কৰা হ'ল।

শ্ৰীমন্ত শঙ্কৰদেৱৰ উদাৰ ধৰ্মমত, সহিষ্ণুতা আৰু সাংগঠনিক প্ৰতিভাই অসমৰ জাতীয় জীৱনক নতুনকৈ জাগৰিত কৰিলে। তেওঁৰ ধৰ্মমত আৰু জীৱনধাৰা সম্পূৰ্ণ ভাৰতীয় আৰ্য্যধৰ্ম আৰু সংস্কৃতিৰেই প্ৰভাৱান্বিত হৈ আছিল। কিন্তু অপূৰ্ব কাব্যসৃষ্টি, নামঘৰ আৰু নাট-ভাওনাৰ মাজেদি অসমত বসবাস কৰা চতুৰ্বৰ্ণৰ লোককে তেওঁ সামৰি অসমত সুকীয়া জাতীয় সংস্কৃতি-গঠনৰ জনক হৈ পৰিল। এই কৰ্মত শঙ্কৰদেৱ-বৃত্তৰ বাহিৰৰ আৰু ভিতৰৰ আৰু পূৰ্বসূৰী আৰু উত্তৰাধিকাৰীসকলৰ অৱদান একেলগে সংযুক্ত হৈ আছে।

অসমত আৰ্য্যসকলৰ অৱদান-আলোচনাত ই এক পটভূমিহে হৈছে। প্ৰকৃতাৰ্থত সকলো উপাদান তন্নতন্নকৈ বিশ্লেষণ কৰিলে ইয়াৰ পৰিসৰ বৃহৎ হ'ব।

তদুপৰি ৰাজনৈতিকভাৱে প্ৰাচীন অসমখণ্ডৰ ভূগোলৰ আলোচনাৰ অৱকাশো যথেষ্ট বিস্তৃত। বিভিন্ন প্ৰজাতিসকলৰ উপাদানৰ সৈতে আৰ্য্যধৰ্ম আৰু আৰ্য্য-সংস্কৃতিৰ উপাদানসমূহে কেনেকৈ সমন্বিতৰূপ পৰিগ্ৰহণ কৰিছে তাৰ আলোচনাও পৃথকে হ'ব পাৰে।❑

---

**পাদটীকা ঃ**

১. A Cultural History of Assam : Dr. B. K. Barua, (First edition, 1951), P. 8

২. The Great Encyclopaedia of Universal Knowledge : Odham press limited, London, P., 594

৩. Ancient India and Indian Civilisation by paul Masson-oursel etc. edited by C.K. Ogden. Ltd, Lakshmi Book Store, New Delhi, 1967, P. 79

8. পুনৰীক্ষণত প্ৰাচীন ভাৰতৰ ইতিহাস ঃ শৰৎ চন্দ্ৰ শৰ্মা (চাৰু প্ৰকাশন, ১৯৯৭); পৃ. ১৯ আৰু *শৰৎচন্দ্ৰ শৰ্মা ৰচনা সমগ্ৰ।*
৫. The Mother Goddess Kamakhya : Dr. B. K. Kakati, (Second Impression, 1961) P. 29
৬. প্ৰাগুক্ত গ্ৰন্থ
৭. বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা ঃ মনোৰঞ্জন শাস্ত্ৰী; ১৯৫৪, পৃ. ১০। এই গ্ৰন্থত উল্লিখিত পুথিখনিৰ বিষয়ে আৰু এই প্ৰসংগত উদ্ধৃত অন্যান্য বিষয়ৰ তথ্যসমৃদ্ধ আলোচনা আছে। *অগ্নি-বিদেহ মাথৱ* প্ৰসংগ (পৃ. ৭)
৮. বৃহৎ সংহিতা; প্ৰথম খণ্ড, মতিলাল বেনাৰসীদাস, ১৯৯৭ পৃ. ১৯৩।
৯. অসমীয়া জাতিৰ ইতিবৃত্ত ঃ ধৰ্ম আৰু দৰ্শন ঃ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী (পৃ. ১১৫), (অসম সাহিত্য সভা) ।
১০. নিধনপুৰ তাম্ৰ শাসন ঃ শাৰী ৯—১০ (শ্লোক ৭)।
১১. অসমীয়া জাতিৰ ইতিবৃত্ত ঃ অসম সাহিত্য সভা; পৃ. ৩৯। (১৯৭৪)
১২. ঐ
১৩. A Cultural History of Assam : Dr. B. K. Barua, 1951, P.8
১৪. Assamese Grammer and Origin of the Assamese Language : Kaliram Medhi, P. 16
১৫. কামৰূপী উপভাষা ঃ কামৰূপ জিলা সাহিত্য সভা (২০০৮), এই লেখকৰ প্ৰবন্ধ (পৃ. ১০৪), সম্পাদনা ধীৰেন শৰ্মা।
১৬. দ্ৰষ্টব্য ঃ ১। Ancient Inscriptions of Assam : G.U. Edited by Dr. Mukunda Madhab Sarma
২। Kamrup Sashanavali : edited by Dr. Dimbeswar Sarma
৩। Development of Script in ancient Kamrupa : Dr. T. P. Verma
১৭. The Comprehensive History of Assam, Vol. 1 (Chapter 14), P. 433-434.

---

'অসম সাহিত্যসভা পত্ৰিকা'ত আৰু প্ৰাগ্‌জ্যোতিষ মহাবিদ্যালয়ৰ প্ৰকাশিত গ্ৰন্থ 'অসমীয়া জাতি আৰু সংস্কৃতি' (২০০৩)ত প্ৰকাশিত।

# প্রত্নতত্ত্বত লোক-সংস্কৃতিৰ উপাদান ঃ এটি বিচাৰ

একাংশ প্রত্নতত্ত্ব আৰু ইতিহাস-চৰ্চাকাৰী গৱেষকে লোক-সংস্কৃতি বা লোক-বিদ্যাৰ (folk lore) সৈতে প্রত্নতত্ত্বৰ বৈজ্ঞানিক চৰ্চাত কোনো সম্পৰ্ক বা স্থান নাই বুলি মতামত প্ৰকাশ কৰা দেখা যায়। এনে ধাৰণাই জাতীয় প্রাচীন ইতিহাসৰ পুনৰ নিৰ্মাণৰ ক্ষেত্ৰত সুদীৰ্ঘ কালৰ লোক-বিশ্বাস বা লোক-সংস্কৃতিৰ সমলসমূহৰ বিচাৰ-বিশ্লেষণত কোনো প্ৰভাৱ পেলোৱাৰ অৱকাশ নোহোৱা কৰে। কিন্তু প্রকৃত পুৰাতত্ত্ব-চৰ্চাকাৰীয়ে বা লোক-সংস্কৃতিবিদে সেই দৃষ্টিৰে বিচাৰ নকৰে। ইংলেণ্ডৰ জন থমাচ (১৮০৩-৮৫ খ্ৰীঃ) নামৰ পুৰাতত্ত্ববিদগৰাকী নিজেই লোক-বিদ্যাৰো সাধক আছিল। তেওঁৱেঁই প্রথমতে folk-lore শব্দটো সৃষ্টি কৰিছিল।

আভিধানিক অৰ্থ মতে প্রত্নতত্ত্ব হৈছে 'পুৰণিকলীয়া বস্তু সম্পৰ্কে জ্ঞান, প্রাচীন যুগৰ লিপি, মুদ্ৰা আদিৰ পৰা পোৱা ঐতিহাসিক তথ্য, প্রাচীন ইতিহাস' আদি। পূৰ্বৰ অসমীয়া বা বাংলা অভিধানত পুৰাতত্ত্ব শব্দটো নাই। কিন্তু নতুন অভিধান বা পূৰ্বৰ অভিধানৰ নতুন সংস্কৰণসমূহত 'প্রত্নতত্ত্ব'ৰ সৈতে 'পুৰাতত্ত্ব' শব্দটোকো সমাৰ্থক কৰা হৈছে। তেতিয়াহ'লে 'প্রত্নতত্ত্ব' শব্দটোৰ সাম্প্রতিক অৰ্থ অধিক ব্যাপক হয়। প্রসিদ্ধ পণ্ডিত আনন্দৰাম বৰুৱাৰ *Anglo-Sanskrit Dictionary*ত আকৌ 'Archaeology'ৰ অৰ্থ দিয়া হৈছে এইবুলি — *'পুৰাণ সাহিত্যম্, প্ৰাক্‌কালীন সাহিত্যাদি বিষয়কা বিদ্যা'*।[১] ইয়াৰ ফলত 'archaeology'ৰ সংজ্ঞাত প্রাচীন সাহিত্যও অন্তৰ্ভুক্ত হৈছে। এয়া তাৎপৰ্য্যপূৰ্ণ কথা। আধুনিক ইংৰাজী-বাংলা অভিধানে Archaeologyৰ ভাষান্তৰ কৰিছে 'প্রত্নবিদ্যা' বুলি। গতিকে এনে বিচাৰ-বিশ্লেষণৰ মাজত লোক-বিদ্যাৰ বিষয়ো ভুক্ত নোহোৱাকৈ থকা সম্ভৱ নহয়। কাৰণ লোকবিদ্যা-চৰ্চাৰ

মাজত প্ৰাচীন মৌখিক সাহিত্য (Oral literature), জনপ্ৰিয় পৰম্পৰা-ঐতিহ্য (Popular tradition), জনকাব্য বা গাথা (ballads), মহাকাব্য (Epics), পৰীৰ আখ্যান (faery tales) পুৰাণ-কথা (myth or mythology), প্ৰবচন (proverbs), যোজনা বা সাঁথৰ (riddles), জন-গীতি (folk songs), আদি অন্তৰ্ভুক্ত হৈ থাকে। আধুনিক কালত লোক-বিদ্যাৰ অধ্যয়নৰ পৰিসৰ অধিক বৃদ্ধি হৈ ইয়াৰ সৈতে বিভিন্ন জনগোষ্ঠীৰ প্ৰাচীন জীৱন-ব্যৱস্থা, খোৱা-লোৱা, আচাৰ-পদ্ধতি আদিৰ আন্তঃগাঁথনিৰ বিচাৰ-বিশ্লেষণো সোমাই পৰিছে আৰু প্ৰত্নতাত্ত্বিক তথ্যৰ মাজতো সেই বিষয়ৰ সামাজিক অধ্যয়ন আদিৰ অনুসন্ধান হৈছে। সেয়ে সম্ভৱতঃ উভয়বিদ্যাকে সামৰি এটা বিষয়ৰ কথা সাম্প্ৰতিক কালত উত্থাপন হৈছে— যাৰ নাম **archaeological folk-lore— প্ৰত্নতাত্ত্বিক বা পুৰাতাত্ত্বিক লোক-বিদ্যা**। এই বিষয়টোৰ জৰিয়তে প্ৰাগ্ঐতিহাসিক ধ্বংসচিহ্ন বা ভগ্নাৱশেষসমূহৰপৰা লোক-সংস্কৃতিৰ তথ্য আহৰণ কৰি জনসমাজৰ এখন ছবি অংকন কৰিব পৰা হয়। গ্ৰেট ব্ৰিটেইন, উত্তৰ আমেৰিকা, ইজিপ্ত আদিৰ প্ৰাগ্ঐতিহাসিক স্থানবোৰৰপৰা উদ্ধাৰ হোৱা তথ্যই কেৱল প্ৰত্নতাত্ত্বিক দিশতে অলোকপাত কৰা নাই; শিল, মাটিৰ পাত্ৰ আদিয়ে লোক-সংস্কৃতিৰ বিভিন্ন দিশো উদঘাটন কৰি দিছে। সেয়ে লোক-বিদ্যা আৰু প্ৰত্নতত্ত্বৰ মাজত এক অপৰিহাৰ্য্য সম্পৰ্ক আৰু পৰিপূৰক ভাবৰ সমাৱেশহে পৰিদৃষ্ট হোৱা দেখা যায়।

১। **মিথ বা পুৰাবৃত্ত, লোকবিদ্যা আৰু খনন কাৰ্য্য ঃ** গ্ৰীক পুৰা কাহিনীবোৰৰ আঁত ধৰি আৰু ইউৰোপৰ নৰ্ছলেণ্ড আদিৰ পুৰা কথাবোৰৰ পৰা বহু নগৰ-সভ্যতাৰ তথ্য পোহৰলৈ আহিছে। অষ্টাদশ-ঊনবিংশ শতিকাতে ব্যাপক খনন-কাৰ্য্যৰ ফলত তেনে ঠাইবোৰৰ প্ৰাচীন সভ্যতাৰ চিহ্ন পোহৰলৈ আহিছে। খ্ৰীঃ পূঃ ৮৫০-১০০০ ৰ ভিতৰত উদ্ভাসিত হোৱা হোমাৰৰ 'ওডিচি' আৰু 'ইলিয়াদ' মহাকাব্য আছিল প্ৰকৃততে লোক-সংস্কৃতি আৰু জনগীতৰ সমষ্টি। জনগণৰ চাৰণ কবিৰ গীতত এইবোৰ প্ৰকাশ হৈছিল। পাছতহে এইবোৰ লিপিবদ্ধ হৈছিল। কিন্তু এই মহাকাব্যত বৰ্ণিত বহু নগৰৰ তথ্য খনন-কাৰ্য্যৰ দ্বাৰা প্ৰত্নতাত্ত্বিকসকলে আৱিষ্কাৰ কৰিছিল। তাত বৰ্ণিত ক্ৰিটদ্বীপৰ মাইচেনি আৰু মাইচেনিয়ানসকলক *মিথকপৰা* ইতিহাসৰ

স্থানলৈ লৈ আহিল প্ৰত্নতাত্ত্বিকসকলে। উল্লিখিত ক্ৰিটৰ মহান সভ্যতা এতিয়া সকলোৰে জনাজাত। ভূমধ্য সাগৰৰ এছিয়ান সভ্যতা, এই সভ্যতাৰ কেন্দ্ৰ ইলিয়াম বা ত্ৰয়নগৰৰ আবিষ্কাৰ আৰু গ্ৰীসকলৰ সৈতে ট্ৰয়বাসীৰ যুদ্ধ-বিগ্ৰহৰ ইতিহাস— এই সকলো তথ্য হোমাৰৰ 'মিথল'জী'ৰ পৰাহে অৰ্থাৎ লোক-সংস্কৃতিৰ সমলৰ আধাৰতহে উদ্ধাৰ হৈছিল। কেইবছৰমান আগতে সংবাদ-পত্ৰত *New Light On Homer's Troy* শীৰ্ষক এটি বাতৰি প্ৰকাশ পাইছিল। তাত কোৱা হৈছিল যে তুৰস্কত প্ৰাচীন ট্ৰয় নগৰৰ প্ৰত্নতাত্ত্বিক সমল পোৱা হৈছে খনন-কাৰ্য্যৰ ফলত। জাৰ্মান প্ৰত্নতত্ত্ববিদ *Heinrich Schliemann* এ খ্ৰী. ১৮৭১ত ত্ৰয় নগৰৰ প্ৰথম খনন-কাৰ্য্য আৰম্ভ কৰিছিল। তেতিয়া তেওঁ এইখন হোমাৰবৰ্ণিত নগৰ হয় নে নহয় এই বিষয়ে সন্দেহ প্ৰকাশ কৰিছিল। কিন্তু পাছলৈ মি. মেনফ্ৰেড কোৰ্ফমান আৰু ব্ৰায়ান ৰোজ নামৰ দুগৰাকী বিশ্ববিদ্যালয়ৰ প্ৰত্নতত্ত্ববিদৰ নেতৃত্বত এটা দলে ১৯৮৮ খ্ৰী.ৰপৰা একেৰাহে খনন-কাৰ্য্য অব্যাহত ৰাখি এখন বৃহৎ আয়তনৰ নগৰৰ সমলবোৰ উদ্ধাৰ কৰি তাক ট্ৰয় নগৰৰ সৈতে সংযুক্ত কৰিবলৈ যত্ন কৰিছে। মেনফ্ৰেড কোৰ্ফমানে কৈছে যে হোমাৰে বৰ্ণনা কৰি যোৱা ট্ৰয় নগৰৰ বৈশিষ্ট্য যেনে, দুৰ্গসদৃশ গড়, ৰাজপ্ৰাসাদ, কবৰখানা আদিৰ নিদৰ্শন এই খনন-কাৰ্য্যই উদঙাই দিছে। ত্ৰয়-বিজয়ৰ পাছত ওডচিয়ুছে (ইউলিচিছে) ওভতনিৰ পথত বিভিন্ন ঠাইত কৰা সংগ্ৰামৰ বৰ্ণনাও 'ওডিচি' কাব্যত আছে। সেই ঠাইবোৰৰ উদ্ধাৰৰ বাবে এই বৰ্ণনাসমূহৰ তথ্যৰ পৰাই প্ৰত্নতাত্ত্বিকসকলে সহায় আৰু ইংগিত গ্ৰহণ কৰিছিল।

*জ্ঞানকোষৰ বক্তব্য চাওক :*

Even though the epic poems, the 'Odyssy' and 'Iliad' contain only a shadow of historical facts, scholars owe a great debt to them for the information they furnish concerning early life in the lands about the Aegean Sea. Excavations on the sites of Troy and elsewhere have abundantly confirmed the poems.[২]

ভূমিকম্পত আৰু বিচুবিয়াছ-আগ্নেগিৰিত প্ৰাচীন পম্পিয়া নগৰ ভস্মীভূত হৈ যোৱাৰ কথা আমি জানো (ক্ৰমে খ্ৰীঃ ৬৩ খ্ৰীঃ আৰু ৭৯ত)। ইটালীৰ এই প্ৰাচীন নগৰ উদ্ধাৰ হৈছিল খ্ৰী. ১৭৪৮ত খনন-কাৰ্য্যৰ দ্বাৰা। কিন্তু ইয়াৰ তথ্য আৰু সংবাদ সন্নিবিষ্ট হৈ আছিল পুৰা

কাহিনীত থকা হাৰকিউলিছৰ এই নগৰ নিৰ্মাণ-কাহিনীত। হাৰকিউলিছে ত্ৰিমূৰ্তিবিশিষ্ট ভয়ংকৰ দৈত্য গেৰিয়নক হত্যা কৰি তাৰ গৰুবোৰৰ শোভাযাত্ৰা কৰিছিল— অৰ্থাৎ পম্পা *(Pompa– Pompe)*। এই পম্পাৰ পৰা পম্পিয়া হৈছিল।

Archaeologists dig in the ruins of ancient cities and study the objects that are used by early people, more and more is learned about the various mythologies. Thus it is known that the cave-dwellers of Southern Europe, the celts of England and Western Europe, and the Summerians. Hitties and Babylonions of the eastern Mediterranean region– all had the rich mythologies. The work of the archaeologists is also leading to better understanding of the mythologies of several great American Indian civilisations in central and South America.[৩] পাশ্চাত্যৰ প্ৰত্নতত্ত্ববিদসকলে এইদৰেই পুৰাবৃত্তৰ আলোকত প্ৰত্নতাত্ত্বিক অনুসন্ধান কৰিছে আৰু ইতিহাসৰ সৈতে সম্পৰ্ক খটুৱাইছে।

১(ক) **ভাৰতীয় প্ৰত্নতত্ত্ব আৰু পুৰাতত্ত্ব ঃ** ভাৰতীয় প্ৰত্নতত্ত্বৰ আৰম্ভণি পুৰণা দিনৰ নহয়। কিন্তু ইতিমধ্যে যিবোৰ অনুসন্ধানৰ কাম খননকাৰ্য্য আদিৰ জৰিয়তে সূচনা হৈছে আৰু ইতিমধ্যে সম্পাদন হৈছে, সেইবোৰ কৰ্মৰ মাজতো পুৰাবৃত্ত আৰু লোক-সংস্কৃতিৰ প্ৰভাৱ সূচিত হৈছে। ভাৰতীয় পৌৰাণিক কাহিনীত অযোধ্যা, মথুৰা, ইন্দ্ৰপ্ৰস্থ, হস্তিনাপুৰ, দ্বাৰকা, প্ৰাগজ্যোতিষপুৰ আদিয়ে নহয় আৰু বহুতো প্ৰসিদ্ধ স্থানৰ কথা উল্লেখ কৰিছে। সেইবোৰ বৰ্ণনা আৰু উল্লেখৰ আঁত ধৰি যথাযথভাৱে প্ৰত্নতাত্ত্বিক খনন-কাৰ্য্য আৰু অনুসন্ধান হ'লে তৎকালীন সমাজৰ ঐতিহাসিক চিত্ৰ উন্মোচন হ'ব পাৰে বুলি আশা কৰা যায়। উদাহৰণ স্বৰূপে, গুজৰাটত গোমতী নদীৰ কাষত থকা দ্বাৰকা নগৰৰ খনন কাৰ্য্যৰ কথা উল্লেখনীয়। জামনগৰ জিলাত ই এখন পৱিত্ৰ স্থান। ইয়াত কেইবাটাও মন্দিৰ আছে। দ্বাৰকাধীশ মন্দিৰ ইয়াৰ বিখ্যাত মন্দিৰ। পৌৰাণিক কাহিনী মতে, শ্ৰীকৃষ্ণই কংসক নিধন কৰি ককা বৃদ্ধ উগ্ৰসেনক মথুৰাত পুনৰ ৰাজসিংহাসন দিয়াৰ পাছত কংসৰ সম্বন্ধীয় মগধৰাজ জৰাসন্ধই মথুৰাত বাৰে বাৰে আক্ৰমণ কৰি উপদ্ৰৱ কৰিবলৈ ধৰাত প্ৰজাৰ

শান্তিৰ বাবে শ্ৰীকৃষ্ণই সকলো লোকক লৈ গৈ পশ্চিম সাগৰৰ দাঁতিত আৰু নিম্নভাগত নতুন দ্বাৰকা নগৰ প্ৰতিষ্ঠা কৰে। মহাভাৰতৰ যুদ্ধৰ পাছত এই দ্বাৰকা নগৰ সাগৰত ডুব গৈছিল আৰু নিশ্চিহ্ন হৈছিল। কিন্তু এতিয়া বহু বছৰৰ বিভিন্ন প্ৰকাৰৰ খননকাৰ্য্য আৰু তাৰ পাছত সাগৰীয় প্ৰত্নতত্ত্বৰ (marine archaeology) কৌশল অৱলম্বন কৰি অনুসন্ধান কৰাৰ ফলত এখন অতি উন্নত নগৰৰ ধ্বংসাৱশেষ আৰু নিদৰ্শনবোৰ পোৱা হৈছে। সাগৰৰ তলত প্ৰকাণ্ড শিলৰ পকী বেৰ আৰু আৱাসৰ নিদৰ্শন, বহল পথ আদি আৱিষ্কাৰ হৈছে। হৰপ্পা-প্ৰত্নতত্ত্বৰ বিখ্যাত প্ৰত্নতত্ত্ববিদ ড° এছ্ আৰ ৰাওৰ নেতৃত্বত চলা এই খননকাৰ্য্য আৰু সন্ধানৰ কাম ১৯৮৩ খ্ৰী.ৰ পৰা আৰম্ভ হৈছিল। দ্বাৰকাৰ খনন-কাৰ্য্য সম্পৰ্কে এটি সাম্প্ৰতিক কালৰ সংবাদ এনেধৰণৰ ঃ History of the pilgrim city of Dwaraka is set to be unfolded with the Archaeological Survey of India all set to launch excavation inside the sea near the city on the tip of the Gujrat Peninsula. The project is launced for conducting excavation under water at the site–Superintending Archaeologist Mr. Alok Tripathy told PTI. According to a legend Lord Krishna established Dwaraka as his captial after he left Mathura. (The Assam Tribune dt. 21.11.2006).[8]

১(খ) **সৰস্বতী নদী ঃ নদী-সভ্যতা ঃ** ঋকবেদত সৰস্বতী নদীৰ উল্লেখ হৈছে বহুবাৰ। ইয়াৰ শ্ৰেষ্ঠত্ব বাৰে বাৰে ঘোষিত হৈছে। — 'দেৱীবাপো মাতৰঃ'। জলপ্ৰৱাহশালিনী নদী আমাৰ জননী স্বৰূপা দেৱী। আজি প্ৰায় ২০-২৫ বছৰ আগতে আমেৰিকাৰ পৰা প্ৰেৰিত পৃথিৱীক প্ৰদক্ষিণ কৰা 'চেটেলাইট' উপগ্ৰহৰ সহায়ত প্ৰাপ্ত ছবিবোৰ অধ্যয়ন কৰি আহমেদাবাদ Space Research কেন্দ্ৰৰ গৱেষকসকলে এই সৰস্বতী নদীৰ শুকান পথৰ সন্ধান তথা আৱিষ্কাৰ কৰিছে। সেই পথ চিমলাৰ শিৱালিক পাহাৰৰ পৰা কাচ্ছৰ ৰাণ অঞ্চললৈকে। কুৰি শতিকাৰ তৃতীয় দশকত হৰপ্পা-মহেঞ্জোদাৰোৰ খননকাৰ্য্যৰ ফলত হোৱা উৎকৃষ্ট নগৰ সভ্যতাৰ প্ৰাচীনত্বই ভাৰতীয় সভ্যতাক বেবিলনীয় কালৰ সভ্যতাৰ সৈতে মিলন ঘটাইছে। এই স্থানৰ খননকাৰ্য্যৰ সময়ত ইয়াৰ ওচৰতে সিন্ধু নদী বৈ আহিছিল। সেয়ে ইয়াক **সিন্ধু-সভ্যতা** বোলা হৈছিল। কিন্তু এতিয়া একাংশ

প্ৰত্নতত্ত্ববিদে মত প্ৰকাশ কৰে যে সিন্ধু-সভত্যাৰ সমলপ্ৰাপ্ত ২৬০ খন স্থানৰ ভিতৰত অলপসংখ্যকহে সিন্ধু নদীৰ পশ্চিমফালে আৰু বাকী সকলো স্থান পূবফালে শুকাই যোৱা এই সৰস্বতী নদীৰ দুয়োপাৰে সমানভাৱে বিস্তৃত। সেয়ে ইয়াক সিন্ধু-সভ্যতাৰ সলনি **সৰস্বতী-সভ্যতা** বুলি ক'লেহে যুক্তিসংগত হয়। এওঁলোকৰ মতে, পাশ্চাত্যৰ পণ্ডিতসকলে কৈছিল যে আৰ্যসকলৰ আগমনে এই সভ্যতাৰ বিনাশ কৰিছিল; কিন্তু এইসকল ইতিহাসবিদে কয় যে সৰস্বতী নদী শুকাই যোৱাৰ ফলতহে এইবোৰ স্থানৰ বিনাশ ঘটাৰ কাৰণ আছিল। সি যি কি নহওক, এই মতবাদ বা সিদ্ধান্ত বিতৰ্কমূলক যদিও আমাৰ আলোচ্য বিষয় এইটোহে যে *ঋকবেদত* উল্লেখ হোৱা সৰস্বতী নদীৰ স্থিতি আধুনিক প্ৰত্নতাত্ত্বিক গৱেষণাত পোৱা গৈছে আৰু এই নদীৰ অৱবাহিকাত ভূ-তাত্ত্বিক, নৃ-তাত্ত্বিক গৱেষকসকলে জীৱাশ্মৰ সন্ধানো পোৱা বুলি কৈছে।

২। **লোকবিশ্বাস আৰু জনসমাজৰ একাধিক দিশৰ বিষয়ে তথ্য উদ্ধাৰ ঃ**

উল্লেখ কৰি অহা এই সৰস্বতী সভ্যতা বা সিন্ধু সভ্যতাৰ মহেঞ্জোদাৰো আৰু হৰপ্পাত কেৱল নগৰ-সংস্কৃতিৰ ইতিহাসৰ নিদৰ্শনেই আৱিষ্কাৰ হোৱা নাই, সেইকালৰ লোকসমাজৰ জীৱন-পদ্ধতিৰ চিত্ৰও পোৱা হৈছে। বিভিন্ন শ্ৰেণীৰ মিস্ত্ৰী, তাঁতি, খনিকৰ, সোণাৰী আদিৰ সমল পোৱা গৈছে। বিভিন্ন মাটিৰ বচন, কাপোৰ বোৱা বস্তু, সাজ-পোছাকৰ মাজত লোক-কলাৰ নিদৰ্শন পৰিদৃষ্ট হৈছে। জন্তুৰ মাংস মানুহৰ আহাৰ আছিল। খেতি-বাতিত জলসিঞ্চনৰ বিশেষকৈ ধানখেতিত, ঘৰচীয়া আৰু বন্য উভয়বিধ জন্তুৰ 'ষাঁড়, ভেড়া, হাতী, গাহৰি, উট' আদিৰ জঁকাৰ চিন-প্ৰতিকৃতি পোৱা গৈছে। বিভিন্ন মোহৰত যথেষ্টসংখ্যক সালংকৃতা নাৰীমূৰ্তিৰ প্ৰাপ্তি হোৱাটো বিশেষ উল্লেখনীয়। তাৰ মাজত আছে আকৌ বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি। শাকম্ভৰীৰ মূৰ্তি। আকৌ যোনি আৰু লিংগস্বৰূপ প্ৰস্তৰ খণ্ডসমূহৰ প্ৰাধান্যই সেইকালৰ মাতৃদেৱীৰ গুৰুত্ব আৰু আনহাতে লিংগ-পূজাৰ প্ৰচলনৰ ধাৰণাকো দৃঢ়ীভূত কৰে। মূৰত শিং থকা পুৰুষ মূৰ্তিবোৰক পুং দেৱতা বুলি ভবা হৈছে। বৃক্ষ পূজাৰ সমলো পোৱা গৈছে। মুঠতে প্ৰাচীন ভাৰতীয় সভ্যতাৰ এই সম্পদবোৰে এখন বৃহৎ লোকসমাজৰ অস্তিত্বৰ ইতিহাস দাঙি ধৰিছে।

প্ৰত্নতত্ত্ব আৰু লোক-সংস্কৃতিৰ এনে এক পৰিপূৰক সম্পৰ্কই উভয় দিশৰ তুলনামূলক আৰু সমন্বিত গৱেষণা বা চৰ্চাৰ প্ৰয়োজনীয়তা দেখুৱাই দিয়ে।

৩। **ভাস্কৰ্য্য আৰু লোককলা** ঃ কৃষক, মিস্ত্ৰী, অশিক্ষিত শিল্পী আদি সমাজৰ সাধাৰণ শ্ৰেণীৰ অথবা বিভিন্ন জনগোষ্ঠীৰ সমাজৰ লোকসকলে কোনো প্ৰশিক্ষণ বা গুণগত অৰ্হতা লাভ নকৰাকৈয়ে জীৱনযাত্ৰাৰ মাজতে বহু শিল্পকৰ্ম কৰি তেওঁলোকে সুকুমাৰ মনৰ পৰিচয় দিয়ে। সমকালীন সমাজত যিবোৰ ঘটনা, কাহিনী অথবা তথ্যই জনপ্ৰিয়তা লাভ কৰে আৰু যিবোৰ পৰম্পৰাগত সংস্কৃতিৰ কৰ্ম, সেইবোৰৰ তেওঁলোকে বহিঃপ্ৰকাশ কৰে শৈল, মৃণ্ময়, বাঁহ, বেত আদি বিভিন্ন প্ৰাকৃতিক সামগ্ৰীৰ সহায়ত হাতেৰে সৃষ্টি কৰা শিল্পৰ দ্বাৰাই। কেতিয়াবা আৰু প্ৰায়েই নিজৰ ব্যৱহাৰৰ বাবেও তেনে বস্তু প্ৰস্তুত কৰি লয়। এইবোৰকেই আমি জনসংস্কৃতিৰ লোক-কলা বুলি কওঁ (folk art)। লোক-কলাৰ ভাস্কৰ্য সম্পদসমূহ যেনে — কাঠ, প্ৰস্তৰ, ধাতু আদিত খোদিত বিভিন্ন সম্পদ আৰু পৰম্পৰাগত দেৱ-দেৱীৰ মূৰ্তি, আদি মঠ-মন্দিৰ, সত্ৰ আদিৰ দেৱালত অংকিত বিভিন্ন চিত্ৰ আদি এই লোক-কলা বা জন-সংস্কৃতিৰেই সম্পদ। লোক-স্থাপত্যৰ (folk architecture) ভিতৰত জনসমাজৰ ব্যৱহাৰিত গৃহ, গাঁৱৰ মঠ-নামঘৰ, মন্দিৰ আদিৰ নিৰ্মাণ, খেলা-ধূলাৰ ঘৰ আদি সকলো অন্তৰ্ভুক্ত হয়। ধ্ৰুপদী বা অভিজাত সংস্কৃতিৰ সৈতে ইয়াৰ পাৰ্থক্য এয়ে যে এই লোককৰ্ম জকমকীয়া (Stylised), সূক্ষ্ম বা মিহি নহয় আৰু ব্যাকৰণগত শৈলীৰে সমৃদ্ধ নহয়— ই অকৃত্ৰিম কেঁচাৰূপৰ অশোধিত (crude) সম্পদহে।

প্ৰাচীন কালৰ পৰাই এনে লোক-কলাৰ সম্পদৰ ব্যৱহাৰ আছে। প্ৰত্নতত্ত্বৰ অনুসন্ধান-প্ৰক্ৰিয়াৰ মাজত এনে সম্পদবোৰো উদ্ভাসিত হৈ উঠে আৰু লোকসমাজৰ ছবি প্ৰকট হয়। প্ৰাচীন কামৰূপৰ শালস্তম্ভ বংশীয় ৰজা বনমালবৰ্মনৰ (খ্ৰী ঃ ৯ম শতিকাৰ) তাম্ৰ শাসনত সুসজ্জিত আৰু চিত্ৰৰঞ্জিত খোদিত কৰা নাওৰ উল্লেখ আছে *হটপেশ্বৰ* (বৰ্তমান তেজপুৰ অঞ্চল) আৰু লৌহিত্য নদীৰ বৰ্ণনাৰ প্ৰসংগত। লৌহিত্যৰ দুয়োপাৰে তেনেবোৰ নাও সাজু হৈ আছিল। ইয়াৰ পৰা অনুমান কৰিব পাৰো যে সেইকালত অসমত কাঠত ভাস্কৰ্য্য কৰা শিল্পী (wood carvers)

আছিল। ৰজা ভাস্কৰবৰ্মাৰ নিধনপুৰ তাম্ৰশাসনত (খ্ৰীঃ ৭ম শতাব্দী) *কুম্ভকাৰৰ গৰ্ত* (potter's pit) ৰ কথা উল্লেখ হৈছে মাটিৰ সীমা চিহ্নিত কৰিবলৈ দেখুওৱা সীমা-প্ৰসংগত। এই তামৰ ফলিখন বনোৱা আৰু আখৰ খোদিত কৰা মানুহজনৰ নাম আছিল কালিয়া (*'সেক্যকাৰঃ কালিয়া'*)। নামটোৱে সূচায় যে তেওঁ এজন অসমীয়া লোক-সমাজৰ ব্যক্তি। মাটিৰ পাত্ৰ বনোৱা কুম্ভকাৰ তদানীন্তন অসমীয়া সমাজত আছিল। মাটিৰ পাত্ৰ, পোৰামাটিৰ পাত্ৰ, মূৰ্তি আদি (terracota) কৰা লোক গ্ৰাম্য সমাজত আছিল। মৃণ্ময় কামৰ (Potters) লোকসকলে পুতলা আদি নিৰ্মাণ কৰ্মতো ব্যস্ত আছিল। পোৰামাটিৰ অসংখ্য আবিষ্কাৰে সেই কথাকে প্ৰমাণ কৰে। শিল বা ধাতুত শিল্পকৰ্ম কৰা বা খোদাই কৰা কাৰ্য্যই সেই কালৰ লিপিকাৰক আৰু মিস্ত্ৰীসকলৰ স্থিতিৰ পৰিচয় দিয়ে। ৰত্নপালৰ গুৱাকুছি শাসনত (খ্ৰীঃ ১০৩৬) ইটা প্ৰস্তুত কৰা পথাৰৰ উল্লেখ হৈছে— *'ইষ্ট কেন্দ্ৰস্যোপৰি শৰ্কৰামূল'*— পূৰ্ব সীমাত ইয়াৰ পথাৰত থকা শৰ্কৰামূল আৰু আমগছ ইত্যাদি।"

এনেদৰেই প্ৰত্নতত্ত্বৰ সৈতে হৈছে লোকসমাজৰ ইতিহাসৰো সম্পৰ্ক।

৩। **ভাস্কৰ্য্য আৰু লোকসংগীত, লোকনৃত্য ঃ** লোকসমাজত অতীতৰে পৰা সংগীত-নৃত্যৰ প্ৰচলন আছে। সংস্কৃতিৰ সূচনাৰ আদি স্তৰৰ পৰাই ইয়াৰ স্থিতি লক্ষ্য কৰা হয়। মঠ-মন্দিৰ, প্ৰস্তৰখণ্ডত ইয়াৰ খোদিত চিত্ৰ আমি দেখিবলৈ পাওঁ। মঠ-মন্দিৰত খোদিত নৃত্য-গীতৰ চিত্ৰ প্ৰায় ধ্ৰুপদী ঢঙৰ। কিন্তু সমাজত প্ৰচলিত লোকপ্ৰিয় লোক-সঙ্গীতৰ চিত্ৰও শিল্পীয়ে ভাস্কৰ্য্যত খোদিত নকৰাকৈ থকা নাছিল। প্ৰত্নতত্ত্বৰ জৰিয়তে উদ্ধাৰ কাৰ্য্যত সেইবোৰৰ নিদৰ্শন পোৱা যায়। উদাহৰণস্বৰূপে, তেজপুৰৰ পুৰণি শৈল ধ্বংসাৱশেষসমূহৰ মাজৰপৰা নৃত্যৰত মূতিসমূহৰ উপৰি এছটা শিল সংৰক্ষিত কৰা আছে (কোল পাৰ্কৰ মুক্ত সংগ্ৰাহলয়ত), য'ত কেইবাটাও চতুষ্কোণত বিভক্ত খোদিত অংশবোৰত নৰ-নাৰীৰ এক নৃত্যৰত চিত্ৰ স্পষ্টভাৱে দেখা যায়। এই চিত্ৰত সোঁফালৰপৰা সিংহৰ সৈতে যুঁজা এজন মানুহ; এজন বাঁহীবাদক আৰু কাষত নৃত্য ভংগিমাত নাৰী (যেন বিহু-নৃত্যৰ চিত্ৰ); পেঁপাবাদক আৰু ঢুলীয়া বা খুলীয়া,

ঢোলবাদক আৰু নৃত্যৰতা নাৰী; তালবাদক আৰু নৃত্যৰতা নাৰী; বীণাবাদক আৰু সোঁফালে নৰ্তকী; ঢোলবাদক আৰু তেওঁৰ বাওঁফালে নৰ্তক। এই ছবি বা চিত্র শৈল-ভাস্কৰ্য্যৰ হ'লেও ইয়াৰ স্বাভাৱিকতা আৰু সজীৱতাই লোকসমাজৰ লোক-সংগীতৰ চাঞ্চল্য আৰু সজীৱতাকে যেন প্ৰতিফলিত কৰিছে। ভাৰতৰ বিভিন্ন অঞ্চলত নৃত্যৰত নৰ্তক-নৰ্তকী, বীণা-মৃদংগ আদি বাদ্যযন্ত্ৰৰ সৈতে খোদিত ভাস্কৰ্য্য বহুত পোৱা যায়।

দেৱতা গণেশ লোক-দেৱতা। য'তে ততে অসংখ্য গণেশ-মূৰ্ত্তি পোৱা যায়। নৃত্যৰত গণেশৰ শৈলমূৰ্ত্তি পোৱা হৈছে। তেজপুৰৰ ওচৰৰ হলেশ্বৰ মন্দিৰ প্ৰাংগণত আৰু তাৰে সমীপৱৰ্তী বৰপুখুৰী গাঁৱত থকা অকৃত্ৰিম অশোধিত ৰূপৰ নৃত্যৰত গণেশ মূৰ্ত্তিও এইখন লোকসমাজৰে প্ৰতীক চিহ্ন।

৩। **(খ) মৈথুন মূৰ্ত্তি আৰু লোকসমাজ ঃ** লোকসমাজক প্ৰতিফলিত কৰা এক উল্লেখযোগ্য প্ৰত্নতাত্ত্বিক ভাস্কৰ্য্য-সম্পদ হ'ল বিভিন্ন মৈথুন মূৰ্ত্তি। শাক্ত আৰু শৈৱ মন্দিৰৰ গাত থকা এনে ভাস্কৰ্য শিল্পৰ মসৃণ আৰু পৰিশোধিত মূৰ্তি আৰু বিভিন্ন উমা-মহেশ্বৰৰ আলিংগনাবদ্ধ মূৰ্ত্তিবোৰৰ কথা নক'লেও বা বাদ দিলেও লোকসমাজৰ আহাৰ, নিদ্ৰা, মৈথুনৰ দ্বাৰা পৰিচালিত যি জীৱন-পদ্ধতি তাৰ অকৃত্ৰিম প্ৰকাশকৰূপে আমি বহুত যৌন ভাস্কৰ্য্য (erotic sculpture) প্ৰত্নতাত্ত্বিক অনুসন্ধানযোগে পাওঁ। নুমলিগড়ৰ দেওপৰ্বতত পোৱা বহু মূৰ্তিৰ ভিতৰত নৰ-নাৰীৰ যৌন মিলনৰ চিত্ৰ, আনকি জন্তুৰ যৌন মিলনৰ চিত্ৰৰ মূৰ্ত্তিও আছে। গুৱাহাটীৰ ওচৰত থকা মদন-কামদেৱ মন্দিৰৰ যৌন মিলনাত্মক মূৰ্ত্তিকেইটাও উল্লেখনীয়। **এই মন্দিৰ যেন অসমৰ খাজুৰাহো।** নৰ আৰু এজনী মাইকী হৰিণৰ মাজত মৈথুনৰ চিত্ৰ খোদিত কৰা আছে। অকল অসমতে নহয়, সমগ্ৰ ভাৰতবৰ্ষৰ হিন্দু আৰু বৌদ্ধ উভয় মঠ-মন্দিৰৰ গাত মৈথুন ভাস্কৰ্য্যৰ চিত্ৰ মন কৰিবলগীয়া। ইয়াৰ কাৰণ কি? বহু পণ্ডিতে ভাবে যে এইবিলাক জৈৱিক ইন্দ্ৰিয়ানুভূতিৰ চেতনা প্ৰাক্ আৰ্য্য-সমাজৰ সজীৱ ধাৰণাৰ প্ৰতিফলন। ভাৰতীয় কলা আৰু স্থাপত্যতই প্ৰভাৱ বিস্তাৰ কৰিছে। পৰৱৰ্তী সময়ত সেইবোৰ আধ্যাত্মিকতাৰ দৰ্শনেৰে সিক্ত কৰা হৈছে। আন এটা তাত্ত্বিক ব্যাখ্যা এয়ে যে ভাৰতীয় বা হিন্দু চিন্তাধাৰাত

বৈদিক যুগৰ পৰাই বংশ-বৃদ্ধি, জীৱন-বৃদ্ধি, জীৱন-ৰক্ষা বা জাতি-ৰক্ষাৰ কামনা এটি নিহিত আছে। মৈথুনাসক্ত আৰু মৈথুনৰত এই চিত্ৰ ভাস্কৰ্য্যবোৰক সদায় গৰ্ভধাৰণ (fertility) আৰু সৃষ্টি-ধাৰণাৰ (creation) নিদৰ্শন বুলিও ভবা হয়। সেয়ে ইয়াৰ ইংগিত বা বাণী সদায় জীৱনৰ ইতিবাচকবোধহে, মানৱ জীৱনৰ বাস্তৱতাক নেতিবাচক কৰা বা অস্বীকাৰ কৰা নহয়। অৱশ্যে নৈতিক বা আধ্যাত্মিক ব্যাখ্যাও এই চিত্ৰসমূহক কেন্দ্ৰ কৰি উল্লেখ কৰা আছে। সেই বিষয়ে এই ৰচনাত আলোচনাৰ স্থান আৰু অৱকাশ নাই। কিন্তু এটা কথা ইয়াত উল্লেখ কৰিবলগীয়া যে এই চিত্ৰবোৰৰ মাজত আছে আদিম জীৱনৰ আৰু সেইৰূপে লোককলাৰ দিশত প্ৰতিফলিত হোৱা সহজাত লোক-প্ৰবৃত্তি। সেইবোৰ অশ্লীল নহয়, সমাজ জীৱনৰ ইতিবাচক নিৰ্দেশ চিত্ৰ বুলি হে ধাৰণা কৰা হয়। আদি কালৰ লোকজীৱনে ইয়াক সহজ জীৱনযাত্ৰাৰ স্বাভাৱিক জৈৱিক গতি বুলি গ্ৰহণ কৰিছিল। আধুনিক কালত মানৱৰ সন্দেহবাদী যুক্তিয়ে লোক-সংস্কৃতিৰ এনে পৰম্পৰাগত সৰল ধাৰণাত প্ৰশ্ন তোলাৰ প্ৰৱণতা আনে।

**(গ) মহাকাব্য, পুৰাণ-কহিনী আৰু সমকালীন সমাজৰ চিত্ৰ-ভাস্কৰ্য্য ঃ** ৰামায়ণ, পুৰাণ কাহিনী, মহাভাৰত আদিৰপৰা সমল গ্ৰহণ কৰি অথবা সেইবোৰ ঘটনাক আশ্ৰয় কৰি বহুতো প্ৰস্তৰ খণ্ডত আৰু ভাস্কৰ্য্যত কাহিনী-চিত্ৰ খোদিত কৰা হৈছে। উৰিষ্যাৰ উদয়গিৰি-খণ্ডগিৰি, হাতীগুম্ফ আদিৰ গুহাত দুষ্যন্ত-শকুন্তলা, উল্লেখ কৰি অহা নুমলিগড়ৰ দেও পৰ্বতৰ ধ্বংসাৱশেষত খোদিত হৈ থকা উপবিষ্ট ৰাম-লক্ষ্মণৰ, আঁঠুকাঢ়ি থকা সুগ্ৰীৱ আৰু ওচৰতে থকা হনুমান আৰু অনান্যসকলৰ চিত্ৰ আদি লোকসমাজত প্ৰচলিত হৈ থকা ৰামকথাৰ লৌকিক চিত্ৰায়ণ। সেইদৰে মৈথুনৰত হৰিণ-হৰিণীক চিকাৰ কৰি ৰজা পাণ্ডু নিজেই কামাসক্ত অৱস্থাত মৃত্যু হোৱা মহাভাৰতৰ কাহিনীৰ সৰ্ববিদিত চিত্ৰও প্ৰত্ন-ভাস্কৰ্য্যৰ সম্পদৰূপে প্ৰাপ্ত হৈছে। এইবিলাক চিত্ৰৰপৰা সেই কালৰ অথবা প্ৰত্নতত্ত্বৰ বিচাৰ মতে নিৰ্ণীত কালৰ লোকজীৱনৰ মনৰ আভাস ভালদৰে পোৱা যায়। কামাখ্যা মন্দিৰৰেই আদি ভগ্নাৱশেষবোৰৰ মাজত কিছুমান শৈলপট্টি পোৱা হৈছিল, য'ত এনে চিত্ৰ পোৱা হৈছিল। তেনেকুৱা পট্টিৰ ভিতৰত মূল মন্দিৰৰ পশ্চিমফালৰ দুৱাৰৰ সন্মুখত এছটা পট্টিত এজন

গৃহস্থই নিত্যপূজা কৰি থকা অৱস্থাত আৰু তেওঁৰ পত্নীয়ে তেওঁলোকৰ কেঁচুৱাক পিয়াহ খুওৱাত ৰত হৈ থকা দেখা যায়।

৪। **মূৰ্ত্তিকলা আৰু লোক-সংস্কৃতি** (Iconography and folk-culture) ঃ ভাস্কৰ্য্যৰ লগতে মূৰ্তিসম্পৰ্কেও প্ৰাসংগিক কলা উল্লেখ কৰা হৈছে। তথাপি ইয়াৰ এক সুকীয়া আলোচনাৰ অৱকাশো আছে। প্ৰত্নতাত্ত্বিক মূৰ্ত্তিসমূহ উদ্ধাৰৰ পাছত ইয়াৰ চিনাক্তকৰণ এক গুৰুত্বপূৰ্ণ বিষয়। প্ৰত্নতত্ত্বৰ ছাত্ৰই এই বিষয়ত অধ্যয়ন কৰিব লাগে। তেওঁলোকে মূৰ্ত্তিৰ বৈশিষ্ট্য সম্পৰ্কে জ্ঞান লাভ কৰে মূৰ্ত্তি নিৰ্ণায়ক গ্ৰন্থসমূহৰপৰা। সংস্কৃত সাহিত্যত মূৰ্ত্তি-নিৰ্মাণৰ বহু গ্ৰন্থ আছে। এই গ্ৰন্থসমূহৰ ভেটি বা মূল আধাৰ-গ্ৰন্থ হ'ল মহাকাব্য, পুৰাণ, ধৰ্মশাস্ত্ৰ আৰু তন্ত্ৰসমূহ। দেৱ-দেৱীসকলৰ সাকাৰ আৰু সগুণ ৰূপ তেওঁলোকৰ বৈশিষ্ট্য বা গুণ অনুসাৰে তেওঁলোকৰ মূৰ, হাত, দেহ, তেওঁলোকৰ বাহন, প্ৰতীক, কোন হাতত কি অস্ত্ৰ এইবোৰৰ স্পষ্ট বিৱৰণ আছে। ইয়াৰপৰাই পৃথকে প্ৰতিমা-নিৰ্ণয়ৰ বিচাৰ-বিশ্লেষণ কৰি প্ৰত্নতত্ত্ববিদ পণ্ডিতসকলে গ্ৰন্থ ৰচনা কৰিছে। ব্ৰিটিছ প্ৰত্নতাত্ত্বিকসকলেও ভাৰতৰ পুৰাতত্ত্বৰ কৰ্মত এইদৰে মূৰ্ত্তিকলাৰ বিচাৰ-বিশ্লেষণ কৰিছিল। এইক্ষেত্ৰত কেইবাটাও খণ্ডত লিখা ভাৰতীয়া প্ৰসিদ্ধ পণ্ডিত T.A. Gopinath Raoৰ **'Elements of Hindu Iconography'** গ্ৰন্থকেইখন মূল্যৱান লাগতিয়াল পুথি।

আমাৰ উল্লেখনীয় বিষয় এইটোৱে যে সেই কালৰ প্ৰাচীন ভাস্কৰ্য্য শিল্পীসকলে মহাকাব্য, পুৰাণ, তন্ত্ৰৰ নিৰ্দেশিত নিয়মত দেৱ-দেৱীৰ মূৰ্ত্তি নিৰ্মাণ কৰিলেও স্থানভেদে বা অঞ্চলভেদে লৌকিক ধ্যান-ধাৰণা আৰু প্ৰচলিত বিশ্বাসৰ লক্ষণৰ ভিত্তিতো মূৰ্তিৰ লক্ষণ প্ৰতিফলিত কৰিছিল। হনুমান, গোপালকৃষ্ণ, অন্যান্য দেৱ-দেৱীৰ সৰ্বভাৰতীয় এটি ৰূপ-কল্পনা থাকিলেও লৌকিক কাহিনীৰ আধাৰত মূৰ্ত্তিৰ লক্ষণৰ সামান্য বা মূল পৰিৱৰ্তন হয়। **সেইখিনি লোক-সংস্কৃতিৰ প্ৰভাৱ**। নৃ-তাত্ত্বিক দিশেৰেও অঞ্চলভেদে মূৰ্ত্তিৰ দৈহিক পাৰ্থক্য পৰিলক্ষিত হয়। মংগোলইড সংস্কৃতিৰ প্ৰভাৱে অসমৰ মূৰ্ত্তিশৈলীত নাক, মুখ, গাল আদিৰ ৰূপত প্ৰভাৱ প্ৰতিফলিত কৰিছে। দ্বাদশ শতিকামানৰপৰা হিন্দু-বৌদ্ধ ধৰ্মত তান্ত্ৰিক সংস্কৃতিৰ প্ৰাধান্যই তাৰা, চামুণ্ডা, ভৈৰৱী আদি দেৱীৰ মূৰ্ত্তিৰ ৰূপ লক্ষণত এক উগ্ৰতা, ভয়ঙ্কৰ ভাবৰ ধাৰণা প্ৰদান কৰিছে।

ব্ৰজধামৰ শ্ৰীকৃষ্ণৰ শিশুলীলাৰ কাহিনীবোৰ সৰ্বভাৰততে জনপ্ৰিয়। সেই কাহিনীবোৰৰ শৈল-ভাস্কৰ্য্যত চিত্ৰবোৰ লোকৰঞ্জন আৰু লোকপ্ৰীতিৰ আধাৰত খোদিত হোৱা। মথুৰাত তেনে এক প্ৰাচীন মূৰ্ত্তি গোবৰ্ধনধাৰী কৃষ্ণৰ মূৰ্ত্তি পোৱা গৈছে। ইয়াক প্ৰথম-দ্বিতীয় শতাব্দীৰ সৃষ্টি বুলি কোৱা হৈছে।

হনুমানৰ চৰিত্ৰ লোকসমাজত জনপ্ৰিয় আছিল। এই চৰিত্ৰৰ যে কিমান মুখৰোচক লোক-কাহিনী আছে। এওঁৰ খোদিত মূৰ্ত্তি প্ৰায় অন্যান্য স্বাভাৱিক চিত্ৰৰ বন্দৰৰ দৰে দেখা যায় যদিও কোনো কোনো মূৰ্ত্তিত হনুমানৰ মুখাবয়ৱত এটি বিশেষ চিহ্ন দেখা যায়। এই চিহ্নই লংকাত জুই লগাই হনুমানে পাছত নিজে নেজত জ্বলাই লোৱা সেই জুই মুখেৰে নুমুওৱাৰ যি লোক-কাহিনী আছে, সেই প্ৰসংগৰেই ইংগিত দিয়ে।

এনেদৰে লোক-কাহিনীৰ জনপ্ৰিয়তাৰ প্ৰাধান্য অনুসাৰে শিল্পীয়ে মূৰ্ত্তি-নিৰ্মাণৰ ব্যাকৰণৰপৰা কেতিয়াবা সাধাৰণভাৱে আঁতৰি গৈ স্থানীয় ৰহণ সানে বা ভাব প্ৰতিফলিত কৰে। এয়ে লোক-সংস্কৃতিৰ উপাদান।

লোক-সমাজৰ সৃষ্টি-ভাস্কৰ্য্য বহু পৰিমাণে নিৰ্ভেজাল আৰু অপৰিশোধিত (crude) বুলি পূৰ্বতে উল্লেখ কৰিছিলো। ব্যাকৰণসন্মত নোহোৱা তেনে মূৰ্ত্তি অসমত প্ৰত্নতত্ত্ববিদসকলে বহুত উদ্ধাৰ কৰিছে। উদাহৰণ স্বৰূপে, অসম সংগ্ৰহালয়ত থকা তেজপুৰৰপৰা পোৱা এটা পৰশুৰামৰ মূৰ্ত্তিত কুঠাৰখন অধিক ডাঙৰ দেখা যায়। সামগ্ৰিকভাৱে মূৰ্ত্তিটোৰ সমন্বিত ৰূপ নাই। এটি চতুৰ্ভুজ দণ্ডায়মান বিষ্ণু মূৰ্ত্তিৰ ভৰি দুখনত বহু ফাঁক দেখা যায়। মুখাকৃতি মংগোলইড্ বৈশিষ্ট্যৰ। সেইদৰে সংগ্ৰাহলয়ত থকা এক জনজাতীয় দুৰ্গা মূৰ্তি। ইয়াৰ ৰূপ একেবাৰে খহটা। ধ্ৰুপদী নহয়। কিৰিটিমুখ আৰু বিদ্যাধৰা সচৰাচৰ মূৰ্তিত থকাৰ দৰে নাই। হাতত অস্ত্ৰ হিছাপে কি আছে ধৰিব নোৱাৰি। একেবাৰে তলত আছে দুটা জন্তু, সম্ভৱতঃ বাঘ আৰু শিয়াল। দেৱীৰ বুকুত আছে শিলৰ গজাল। নিম্নাংশত আছে তিনিটা সৰু নৰমূৰ্তি। গতিকে নিৰ্দেশিত প্ৰতিমা লক্ষণেৰে লক্ষণাক্ৰান্ত দেৱী দুৰ্গাৰ এই ৰূপ নহয়। উল্লিখিত এই দেৱী দুৰ্গাৰ ভাস্কৰ্য্য সৰল আৰু লোক-সংস্কৃতিৰ প্ৰকৃত উদাহৰণ।

৫। **তাম্ৰলিপি আৰু লোক-সংস্কৃতি ঃ** অসমৰ ভূমিদানৰ তাম্ৰলিপিবোৰৰ ভাষা সুন্দৰ কাব্য-ছন্দত লিখিত আছিল। প্ৰায়েই

কালীদাসীয় কাব্যশৈলীৰে প্ৰভাৱিত। তথাপি কবিসকল স্থানীয় লোকসমাজৰ হোৱা বাবে তেওঁলোকে লোক-সমাজৰ প্ৰভাৱ মুঠেই এৰিব পৰা নাছিল। তেওঁলোকৰ এই ৰচনাত ঘৰুৱা জীৱনৰ নাম আৰু কামৰূপী লোকসমাজৰ ভাষাৰ বা প্ৰাকৃতৰ পয়োভৰ ঘটিছে। নিধনপুৰ তাম্ৰশাসনত থকা স্বৰ্ণকাৰ বা তাম্ৰকাৰ *'কালিয়া'*ৰ নামৰ কথা পূৰ্বতে উল্লেখ কৰি অহা হৈছে। ইন্দ্ৰপাল ৰজাৰ গুৱাকুছি তাম্ৰলিপিত (খ্ৰীঃ ১০৭১) *শনি, ধনি, অৰি* আদি নামৰ কেইজনমান ব্যক্তিৰ উল্লেখ হৈছে তাম্ৰশাসনৰ একেবাৰে শেষৰ শাৰীকেইটাত। এওঁলোক লিপিকাৰ বা খোদিতকাৰ বা কবিও হ'ব পাৰে। কিন্তু এই নামবোৰ ধ্ৰুপদী নহয়, লোক-সমাজৰ ব্যক্তিৰহে। সেইদৰে তাম্ৰলেখবোৰৰ ৰচনাতো লোক-সমাজত ব্যৱহাৰ হৈ থকা লোক-সাহিত্যৰ উপমাও কবিসকলে ব্যৱহাৰ কৰিছে। প্ৰবন্ধ অধিক সুদীৰ্ঘ হোৱাৰ আশংকাত সেইবোৰৰ উদ্ধৃতিৰ প্ৰসংগ উনুকিওৱা হোৱা নাই।

এইবোৰ কথা বিচাৰ-বিশ্লেষণ কৰিলে দেখা যায় যে, প্ৰত্নতত্ত্বৰ অনুসন্ধানত লোক-সংস্কৃতিৰ সমলে যিভাৱে সহায় কৰিব পাৰে, ঠিক একেধৰণে প্ৰত্ন-অনুসন্ধানত পোৱা সম্পদেও লোক-সংস্কৃতি আৰু লোক-ইতিহাসৰ চৰ্চাত প্ৰভূতভাৱে সহায় কৰে। উভয়ৰে চৰ্চা আৰু গৱেষণা পাৰস্পৰিকভাৱে পৰিপূৰক।❑

---

**প্ৰসংগ নিৰ্দেশ ঃ**

১। English-Sanskrit Dictionary : Anunda Ram Barooah (Publication Board, Assam)

২। The Book of Knowledge Vol– IV Ed. By Gorden Stowel (page 210)

৩। Encyclopaedia – Britannica – Ready reference.

৪। A news report in the *Assam Tribune* by PTI published in the issue dated 21 Nov. 2006-Caption : *ASI to conduct Excavation under water at Dwaraka.*

**প্ৰসংগ গ্ৰন্থ ঃ**

১। কামৰূপ শাসনাৱলী ঃ পদ্মনাথ ভট্টাচাৰ্য্য কাব্যবিনোদ (সম্পাদক)

২। Inscriptions of Ancient Assam ed. Dr. Mukunda Madhav Sharma, Gauhati University.

৩। A Cultural History of Assam : Vol. 1 (Early Period) by Dr. Birinchi Kumar Barua, Gauhati University, 1951.

৪। Catalogue of Stone-Sculptures, Assam State museum. Directorate of Museums, Assam 1998.

৫। Search for Historical Krishna : by N.S. Rajaram, Bangalore, 2006.

---

অসম সাহিত্য সভাৰ এগৰাকী সভাপতি লোক-সংস্কৃতিৰ সাধক প্ৰয়াত অতুল চন্দ্ৰ বৰুৱাৰ ২০০৭ খ্ৰী.ৰ স্মৃতি-দিৱসৰ অনুষ্ঠানত প্ৰদত্ত স্মাৰক বক্তৃতাৰ সম্পাদিত ৰূপ।

# পশ্চিম অসমৰ ভাষা, বুৰঞ্জী আৰু লোক-সংস্কৃতিৰ ধাৰা

[সঞ্চালকৰ ভাষণ]

মোৰ পৰম শ্ৰদ্ধা আৰু বিনীত নমস্কাৰ গ্ৰহণ কৰক। এই পৱিত্ৰ ঐতিহাসিক জাতীয় মহাসভাস্বৰূপ অসম সাহিত্য সভাৰ মহা অধিৱেশনৰ বুৰঞ্জী সন্মিলনৰ বিশাল পৰিধিব্যপ্ত উল্লেখিত বিষয়ৰ আলোচনাৰ সঞ্চালকৰ এনে সন্মানীয় আসন গ্ৰহণ কৰিবলৈ মোৰ কোনো যোগ্যতা আৰু সামৰ্থ্য নথকা সত্বেও অসম সাহিত্য সভাৰ এই অভাজনৰ প্ৰতি থকা সুগভীৰ স্নেহ, আশীৰ্বাদ আৰু কিবা এক বিশ্বাসৰ আস্থাৰ বাবেই এনে অসামান্য গৌৰৱৰ অধিকাৰী হ'বলৈ মোৰ যে সম্ভৱ হ'ল সেই বিষয়ে মই গভীৰভাবে প্ৰত্যয় গৈছো। এই মহাসভাৰ একাধিক অধিৱেশনত সাহিত্যধৰ্মী আলোচনা চক্ৰৰ আলোচকৰূপে অংশ গ্ৰহণ কৰাৰ সৌভাগ্য পূৰ্বতে হৈছিল যদিও বুৰঞ্জী-সন্মিলনৰ দৰে এনে গৰিমাময়, ঐতিহ্যপূৰ্ণ সন্মিলনৰ সঞ্চালকৰ আসন লাভ কৰি মোৰ শৰীৰ-মন ৰোমাঞ্চিত আৰু একেলগে বিনীতভাৱেৰে পৰিপূৰ্ণ হৈ উঠিছে। অসম সাহিত্য সভাৰ প্ৰতি দায়বদ্ধ চেতনাৰে মই এই নৰনাৰায়ণৰ সমৱেত পৱিত্ৰ তীৰ্থত অৱগাহন কৰি ধন্য আৰু কৃতাৰ্থ হৈছো।

এই সন্মিলনৰ আলোচ্য বিষয় **পশ্চিম অসমৰ ভাষা, বুৰঞ্জী আৰু লোক-সংস্কৃতিৰ ধাৰা**। তিনিওটা দিশেই একোটাকৈ গভীৰ আৰু বিশাল বিষয়বস্তুৰে সুকীয়াকৈ আলোচনা হ'বলগীয়া স্বতন্ত্ৰীয়া বিষয়ৰূপে আলোচনাৰ যোগ্য। এই সীমিত আৰু সুনিৰ্দ্ধাৰিত সময়ৰ বৃত্তত সঞ্চালক তথা আলোচকসকলে কোনোৰকমেই বিষয়বস্তুৰ উত্থাপনত যথাযথ ন্যায় প্ৰদান কৰা সম্ভৱ নহয়। তাতে আকৌ দায়িত্ব পালনৰ বাবে নিৰ্দেশ খুব

কম সময়ৰ ভিতৰত পোৱাত আমাৰ নিজৰো পূৰ্ব-প্ৰস্তুতি সমূলি নাই। এনে পটভূমিতে নিৰ্দিষ্ট কৰ্ত্তব্য পালনৰ বাবে অগ্ৰসৰ হৈছো।

আলোচ্য বিষয়টো মুকলি কৰি আমি প্ৰথমতে **'পশ্চিম অসম'ৰ** স্থিতি আৰু এই নামৰ সংজ্ঞাৰ পৰিসৰ কি এই বিষয়ে স্পষ্ট হৈ লোৱাৰ নিশ্চয় প্ৰয়োজন। পশ্চিম অসমৰ পৰিসৰ আৰু সীমা এই বিষয়ে আলচিবলৈ গ'লেই ইয়াৰ প্ৰধান দিশ বুৰঞ্জী সম্পৰ্কেও লগে লগে পৰিচয় পোৱা যাব। গতিকে ভাষা আৰু লোক-সংস্কৃতিৰ দিশটো পাছলৈ থৈ প্ৰথমে পশ্চিম অসমৰ ইতিহাসত চমুকৈ দৃষ্টি পেলাওঁ।

*'পশ্চিম অসম'* নামটোৱে প্ৰথমেই উদ্ৰেক কৰে এক ভৌগোলিক আৰু ঐতিহাসিক চেতনাৰ চিন্তা-স্ৰোত। প্ৰশান্তভাৱে প্ৰবহমান মহাবাহু ব্ৰহ্মপুত্ৰ অসমৰ মাজেদি বৈ থকাত ইয়াৰ স্থিতিক কেন্দ্ৰ কৰিয়ে সৃষ্টি হৈছে *উজনি-নামনি* শব্দ। পূবৰ পৰা পশ্চিমলৈ নামি অহা ব্ৰহ্মপুত্ৰ নামি নামি বৈ অহাৰ বাবে পূৰ্বৰ অঞ্চল *উজনি* আৰু ভাটীৰ অঞ্চল *নামনি*। দিশাত্মক হ'লেও সমাৰ্থকভাৱেই উজনি অঞ্চল পূৰ্ব অসম আৰু নামনি অসম পশ্চিমাঞ্চল। কিন্তু এই ধাৰণা সাধাৰণহে। ৰাজ্যহিচাপে ই একোটা অঞ্চলক সূচোৱাত ইয়াৰ এক ঐতিহাসিক আৰু সামাজিকভাৱে বিশেষ ধাৰণাই গঢ় লৈ উঠিছে।

'পূৰ্ব অসম' আৰু 'পশ্চিম অসম' শব্দকেইটা অৰ্বাচীন। বৃটিছ প্ৰশাসনৰ আদিছোৱাত প্ৰশাসনীয় কাম-কাজ, বিধি-ব্যৱস্থা, নিৰ্দেশ, প্ৰশাসনীয় গোট-সৃষ্টি আৰু প্ৰতিবেদন আদিত একোটা অঞ্চলক কেন্দ্ৰ কৰি এই শব্দকেইটা প্ৰয়োগ কৰা হৈছিল। 'উজনি অসম' (Upper Assam), 'মধ্য অসম' (Central Assam) আৰু 'নামনি অসম' (Lower Assam) এইবোৰ নাম এতিয়া ঔপনিবেশিক শাসনৰ সৃষ্ট নাম বুলি আমি ভাবিব পাৰো। প্ৰশাসনীয় সা-সুবিধা আৰু বিভাজিত শাসনৰ উদ্দেশ্যেহে এনেবোৰ নামৰ উৎপত্তি হৈছিল। ইয়াত অসমৰ মূল হৃদ্‌পিণ্ড অথবা সামাজিক সংহতিৰ বীজ নাছিল। Dr. A.C. Banerjee য়ে **The Comprehensive History of Assam** ত এনেদৰে কৈছেঃ "During the early years of the British Rule the names assigned to administrative units were not precise. Geographically Eastern

Assam comprised roughly the districts of Sivasagar, Lakhimpur, a small portion of Darrang and the Sadiya Forntier Tract. From the administrative point of view, however, Eastern Assam did not include the 'Sadiya' Country....... .

The portion of Eastern Assam which included the British districts came to be known as Upper Assam; sometimes another name-Central Assam-was used. The territory on the east-from **Biswanath to Goalpara**-was known as Western Assam; but another name-Lower Assam- gradually came into use. Within it lay the present districts of Kamrup, Nagaon, and the greater portions of Darrang."

[C.H.A. (Vol. IV) ed, by Dr. H.K. Barpujari, পৃ. ৯]

## পশ্চিম অসমৰ বুৰঞ্জী

এনে ধাৰণাৰে প্ৰথমে আমি বৃটিছ কালৰ প্ৰশাসনীয় বুৰঞ্জীৰ পৰাই এটি পৰিচয়াত্মক ছবিৰ বিচাৰ কৰো।

মোগল সম্ৰাটৰ 'ফৰমান' মতে খ্ৰী. ১৭৬৫ চনতে বঙ্গদেশ ইষ্ট্ ইণ্ডিয়া কোম্পানীৰ হাতলৈ গৈছিল। সেই সময়ত তেতিয়াৰ গোৱালপাৰা মোগলৰ অধীনত থকা বাবে গোৱালপাৰাও সেই মৰ্মে গাৰোপাহাৰৰ অঞ্চলৰ সৈতে ৰংপুৰ প্ৰশাসনীয় জিলাগোটত অন্তৰ্ভুক্ত হয়। ভুটান দুৱাৰৰ ভিতৰত থকা Eastern Duars তেতিয়া এই গোৱালপাৰা, ধুবুৰী আৰু কৰৈবাৰী থানা এলেকাভুক্ত অঞ্চলসমূহ বংগ-ৰংপুৰ জিলাৰ চিৰস্থায়ী বন্দৱস্তী এলেকাভুক্ত হৈছিল। সেইবাবেই জমিন্দাৰী ব্যৱস্থাত এই এলেকাৰ সেইভাৱে ভূমি-ৰাজহ প্ৰশাসনৰ ব্যৱস্থাৰ প্ৰচলন হৈছিল। পাছত এক বিশেষ প্ৰশাসনীয় পদ্ধতি প্ৰচলনৰ বাবে উল্লেখিত তিনি থানাৰ অঞ্চল আৰু গাৰোপাহাৰ অঞ্চল খ্ৰী. ১৮২২ চনৰ 'ৰেগুলেচন' মতে উত্তৰ-পূব ৰংপুৰ জিলা নামৰ এক প্ৰশাসনীয় গোটৰ সৃষ্টি কৰা হ'ল। গোৱালপাৰাত তাৰ সদৰ ঠাই কৰা হ'ল। ইয়াৰ মুখ্য প্ৰশাসক আছিল প্ৰখ্যাত বিষয়া ডেভিদ স্কট (খ্ৰী. ১৭৮৬-১৮৩১)। এই অঞ্চলটোত ব্ৰহ্মপুত্ৰ আৰু সংকোশ (সোণকোষ) নদীৰ মাজৰ অঞ্চল, গাৰোপাহাৰ আৰু ব্ৰহ্মপুত্ৰৰ বাওঁ পাৰৰ নামনি-চৰাঞ্চলসমূহো ভুক্ত আছিল।

আহোম ৰাজত্ব কালতো গোৱালপাৰা অংশ (মানাহৰ পশ্চিমত) আহোম ৰজাৰ দখলত নাছিল। গদাধৰ সিংহৰ দিনত ১৬৮২ চনত ইটাখুলিৰ ৰণেই মোগলৰ সৈতে তেওঁলোকৰ শেষ ৰণ আছিল আৰু মানাহ নদী হৈছিল পশ্চিম সীমা। গতিকে ইয়াণ্ডাবু সন্ধিমতে ১৮২৬ চনত বৃটিছ কোম্পানী লাভ কৰা অসমাংশত ওপৰত উল্লেখ কৰি অহা গোৱালপাৰাৰ অংশ এই দখলৰ ভিতৰত নহে পূৰ্বৰ পৰাই বৃটিছৰ দখলত আছিল। **গতিকে সেই সময়ৰ বৃটিছ নথিপত্ৰ বা যোগাযোগত অসমৰ পশ্চিমাংশ বুলি ক'লে গুৱাহাটী-কামৰূপ অংশকহে সূচাইছিল।**

ডেভিদ স্কটৰ এটি উল্লেখ এনেধৰণৰ ঃ

Upon the conclusion of peace I would propose to settle prisoners as cultivators in the lower part of Assam or on the *pergana* of Mechpara .....[Home Misc, vol-673, pp 729-30, Scott to Swinton, 14 March, 1825 – '*David Scott in North-East India*' by Nirode K. Borooah, page 117].

গোৱালপাৰা জিলাক ইয়াণ্ডাবু সন্ধিৰ পাছত দখলীকৃত অসমৰ লগত ভুক্ত কৰি লোৱা হ'ল। ডেভিড স্কটে তেতিয়া প্ৰস্তাৱ দিছিল যে সমগ্ৰ অসম উপত্যকাৰ এটি অংশ বিশ্বনাথৰ পৰা ব্ৰহ্মপুত্ৰৰ উত্তৰত দিহিং নদীলৈকে আৰু শলালচকীৰ পৰা দক্ষিণত বুঢ়ীদিহিঙলৈকে অঞ্চলখিনি থলুৱা আহোম ৰজাৰ হাতত দি বাকী অংশ বৃটিছাধীন কৰিব লাগে। তাত এই বাকী অংশৰ বাবে তেওঁ 'নামনি অসম' শব্দ ব্যৱহাৰ কৰিছিল। স্কটৰ প্ৰস্তাৱমতে ১৮২৮ খ্ৰী.ৰ ৭ মাৰ্চত নামনি অসমক স্থায়ীভাৱে বৃটিছ প্ৰশাসনত ভুক্ত কৰিবলৈ সিদ্ধান্ত হ'ল। কিন্তু উল্লেখিত উজনি খণ্ডৰ সিদ্ধান্ত নহ'ল। বিশ্বনাথত তাৰ বাবে এগৰাকী ৰাজনৈতিক বিষয়াৰ নিযুক্তি হ'ল। কিন্তু ১৮৩২ খ্ৰী.ত সামান্য সালসলনিৰে উজনি খণ্ড আহোম ৰজা পুৰন্দৰ সিংহক কৰতলীয়া ৰজা হিছাপে বাৰ্ষিক কৰৰ বিনিময়ত চমজাই দিয়া হ'ল। ১৮৩৩ খ্ৰী.ত বৃটিছাধীন অসমক — গোৱালপাৰা, কামৰূপ, নগাঁও, দৰং — এই চাৰিটা জিলাত গোট স্থাপন কৰা হ'ল। তাৰ পাছত ১৮৩৯ খ্ৰী.ত পুৰন্দৰ সিংহক ৰজা ভাঙি সেইখণ্ডও বৃটিছৰ প্ৰশাসনাধীন কৰা হ'ল।

১৮৬৭ খ্ৰী.ত কোচবিহাৰত বঙ্গায়ুক্তৰ সৃষ্টি হোৱাত গোৱালপাৰা, গাৰোপাহাৰ আৰু চিদলি আদি Eastern Duars-ৰ ভুক্ত অঞ্চলকে ধৰি কোচবিহাৰ-প্ৰশাসন গোটৰ অধীন কৰা হ'ল। মানাহ আৰু সোণকোষ অঞ্চল Eastern Duars ৰ ভিতৰুৱা আছিল আৰু চিৰস্থায়ী ভুক্ত এলেকা নাছিল। ১৮৬৯ খ্ৰী.ত গাৰোপাহাৰ জিলা পৃথক জিলাৰূপে স্বীকৃত হৈছিল।

শেষত ১৮৭৪ খ্ৰী.ত অসমে যেতিয়া বংগ চৰকাৰৰপৰা পৃথক হৈ আয়ুক্তাধীন ৰাজ্যৰ (Chief Commissionership) মৰ্য্যাদা পালে, তেতিয়া গোৱালপাৰা আৰু গাৰোপাহাৰ পুনৰ হস্তান্তৰিত হৈ অসম ভুক্ত হ'ল। **তেতিয়াৰপৰাহে অৰ্থাৎ ১৮৭৫ খ্ৰী.ৰপৰা স্থায়ীভাৱে আমি এখন অসমৰ মানচিত্ৰ পাওঁ,** যদিও ১৯০৬ খ্ৰী.ৰপৰা ১৯১২ খ্ৰী.লৈ পুনৰ 'পূৰ্ববংগ আৰু অসম'ৰূপে এখন প্ৰদেশ গঠন হৈছিল। ১৯১২ খ্ৰী.ৰ পৰা আকৌ পূৰ্বৰ দৰে অসম ৰাজ্য পৃথক হৈছিল।

এইদৰে আমি বৃটিছ কালত অসম ৰাজ্যখন সংযোজন, বিয়োজন, পুনৰগঠন আদিৰ মাজতে ভৌগোলিকভাৱে ৰূপ পৰিবৰ্তন হৈ থকা দেখিবলৈ পাওঁ। ১৮৭৫ খ্ৰী.ৰ পাছৰপৰা অৱশ্যে আমি পশ্চিম অসম বুলিলে বিশ্বনাথ এলেকাক নধৰিলেও দৰং জিলাৰ দৰঙী ৰজাৰ এলেকাৰ পৰা ধৰি অবিভক্ত কামৰূপ আৰু অবিভক্ত গোৱালপাৰাকে লৈ এই পশ্চিমাংশৰ অঞ্চলটোকে ধাৰণা কৰি লওঁ। **এই পশ্চিমাংশৰ গোটটোৰ ধাৰণা অৱশ্যে বৃটিছ প্ৰশাসনীয় যোগ-বিয়োগ বা গঠন-বৰ্জনৰ বাবে নহয়, মধ্যযুগীয় ৰাজনৈতিক সাংস্কৃতিক আৰু সামাজিক গঠন-প্ৰণালী আৰু ব্যৱস্থাৰ মাজতেই নিহিত হৈ আছিল।**

অসমখনৰ ঐতিহাসিক স্থিতিৰ চিত্ৰ কেৱল শেষ মধ্যযুগীয় ৰাজনৈতিক আৰু ভৌগোলিক ছবিয়ে প্ৰকাশ নকৰে। ই কামৰূপ আৰু প্ৰাগ্‌জ্যোতিষ নামেৰেহে দ্বাদশ খ্ৰীষ্টাব্দলৈ প্ৰখ্যাত আছিল। পৰৱৰ্তী কালৰ আহোম ৰাজ্য আৰু কোচৰাজ্য বা কমতাপুৰ সকলোকে সাৱটি লৈ ই কেৱল কামৰূপ ৰাজ্যকহে প্ৰতিফলিত কৰিছিল। খ্ৰীঃ চতুৰ্থ শতিকাৰ পৰা দ্বাদশ শতিকালৈ ঐতিহাসিকভাৱে তিনিটা ৰাজবংশই কামৰূপত ৰাজত্ব কৰিছিল। ভৌম-বৰ্মন বংশীয় ৰজাসকলে খ্ৰীঃ ৭ ম শতিকালৈ,

শালম্ভম্ভীয় বংশৰ ৰজাসকলে খ্ৰীঃ দশম শতাব্দীলৈ আৰু পালবংশীয় ৰজাসকলে দ্বাদশ শতাব্দীলৈ। এই তিনিওটা বংশৰ ৰজাসকলৰ ৰাজধানী যথাক্ৰমে প্ৰাগ্‌জ্যোতিষপুৰ, হড়পেশ্বৰ বা হটপেশ্বৰ, দুৰ্জয়া আৰু পুনৰ গুৱাহাটী বা কামৰূপনগৰ। এই আটাইকেইখন পুৰেই পাকে-প্ৰকাৰে প্ৰাগজ্যোতিষপুৰক কেন্দ্ৰ কৰিয়েই আছিল। তেতিয়াৰ কামৰূপ ৰাজ্যৰ সীমা অতি বিস্তৃত-পশ্চিমাংশত পৌণ্ড্ৰবৰ্দ্ধন আৰু কৰ্ণসুবৰ্ণলৈকে। প্ৰাগৈতিহাসিক বা মহাকাব্য কালৰপৰাই কামৰূপ ৰাজ্যৰ স্থিতি আৰু সীমা উল্লেখ হৈ আহিছে। সেই সীমা ইতিহাসৰ কালত কম-বেছি পৰিমাণে অক্ষুণ্ণ আছিল। সেই সীমা পশ্চিমে কৰতোয়া আৰু বংগোপসাগৰলৈকে। চতুৰ্দশ-ষোড়শ শতিকাত সৃষ্ট *'যোগিনীতন্ত্ৰ'* গ্ৰন্থতো এই সীমাকে স্পষ্টভাৱে উল্লেখ কৰা হৈছে। প্ৰসংগক্ৰমে সেই উল্লেখটো এতিয়াই উদ্ধৃত কৰাৰ মোহ এৰিব নোৱাৰিলো।

*নেপালস্য কাঞ্চনাদ্ৰিং ব্ৰহ্মপুত্ৰস্য সঙ্গমম্*
*কৰতোয়াং সমাৰভ্য যাৱৎ দিক্কৰবাসিনীম্।।*
*উত্তৰস্যাং কঞ্জগিৰিঃ কৰতোয়া তু পশ্চিমে।*
*তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী পূৰ্বস্যাং গিৰিকন্যকে।।*
*দক্ষিণে ব্ৰহ্মপুত্ৰস্য লাক্ষায়াঃ সঙ্গমাৱধি।*
*কামৰূপ ইতি খ্যাতঃ সৰ্বশাস্ত্ৰেষু নিশ্চিতঃ।।* [১১.১৬-১৮]

[নেপালৰ কাঞ্চনগিৰিৰ পৰা ব্ৰহ্মপুত্ৰৰ সঙ্গম স্থানলৈ, কৰতোয়াৰ পৰা দিক্কৰবাসিনীলৈ; ইয়াৰ ভিতৰত উত্তৰসীমা কঞ্জগিৰি, পশ্চিমে কৰতোয়া, পূবত দিক্ষুনদী, দক্ষিণত ব্ৰহ্মপুত্ৰৰ সৈতে লাক্ষাৰ সঙ্গম স্থল; হে গিৰিকন্যা, এই অঞ্চলটোৱে কামৰূপ বুলি শাস্ত্ৰসমূহত কোৱা হৈছে।]

কম-বেছি পৰিমাণে এনে শুদ্ধ আৰু স্পষ্ট প্ৰকাশেই কামৰূপৰ বিস্তৃত অৱয়বৰ সাক্ষ্য নিঃসন্দেহে প্ৰমাণ কৰে।

ভাস্কৰবৰ্মা প্ৰাচীন কামৰূপৰ অসমীয়া সমাজৰ শ্ৰেষ্ঠ আৰু পৰম শক্তিশালী ৰজা আছিল। তেওঁ কৰ্ণসুবৰ্ণৰ পৰাই ৫৯৪ খ্ৰীঃত ভাস্কৰাব্দৰ প্ৰচলন কৰিছিল। দুৰ্ভাগ্যবশতঃ ইয়াক বঙ্গাব্দৰূপে আজি পৰ্য্যন্ত চলোৱা হৈ আছে। প্ৰকৃততে ই কামৰূপী অব্দহে।

[*'The History of Civilisation of the People of Assam to*

*the twelfth century A. D.'* – Dr. P. C. Choudhury - পৃ ১৬৪]।

শালস্তম্ভীয় বংশৰ ৰজা শ্ৰীহৰ্ষই খ্ৰীঃ অষ্টম শতাব্দীত ঔড্ৰ, কলিঙ্গ, কোশল প্ৰভৃতিলৈকে কামৰূপৰ ৰাজ্য বঢ়াই নিয়াৰ কথা ঐতিহাসিকভাৱে সত্য [নেপালৰ পশুপতি মন্দিৰৰ গাত্ৰ লিপি, *History of Ancient India* by Rama Shankar Tripathy, Motilal Banarsidass Publication আদি দ্ৰষ্টব্য]।

একাদশ শতিকাৰ ৰজা ৰত্নপালে গৌড় প্ৰভৃতিকে ধৰি দাক্ষিণাত্যলৈকে ৰাজ্য-বিস্তৃতিত ত্ৰাসৰ সৃষ্টি কৰা বুলি উল্লেখ হৈছে। সেয়ে তেতিয়ালৈকে প্ৰাচীন অসমৰ পশ্চিম অংশত পূৰ্ব বংগ আৰু উত্তৰ-বংগৰ অধিকাংশ অঞ্চল ভিতৰুৱা হৈ আছিল। এই ক্ষেত্ৰত নদী কৰতোয়াৰ স্থিতি অতীব তাৎপৰ্য্যপূৰ্ণ। ভাৰতৰ প্ৰাচীন বৈদিক সভ্যতাৰ জুইকুৰা *'শতপথ ব্ৰাহ্মণ'*ৰ দিনতেই কৰতোয়াৰ পশ্চিম পাৰ পাৰ হৈ পূৰ্বলৈ অহা নাছিল এই বাবেই যে কৰতোয়াৰ পূব পাৰৰ অঞ্চল হেনো ইতিমধ্যেই পৱিত্ৰ হৈ গৈছে।

নৱম শতিকাত কামৰূপত বিৰচিত সংস্কৃত গ্ৰন্থ *'কালিকাপুৰাণ'* সেই কালৰ কামৰূপৰ ভৌগোলিক আৰু সামাজিক-সাংস্কৃতিক তথ্যৰ বাবে এক প্ৰামাণ্য দলিল। ইয়াতেই কৰতোয়া নদী (বহুতৰ মতে তীস্তা নদী) কামৰূপৰ পশ্চিম সীমা বুলি কোৱা হৈছে আৰু তাৰ পৰা ক্ৰমে পূবলৈ দিক্কৰবাসিনীলৈকে কামৰূপৰ নদী, পৰ্বত, তীৰ্থস্থান আৰু মন্দিৰসমূহৰ শুদ্ধ ভৌগোলিক স্থিতিৰ বৰ্ণনা দিয়া হৈছে। প্ৰথমে কৰতোয়া নদী, জল্পীশ মন্দিৰ (বৰ্তমান জলপাইগুৰিৰ ভিতৰত) আদিৰে বৰ্ণনা আৰম্ভ হৈছে (অধ্যায় ৭৭-৭৯), যিবোৰ ক্ষেত্ৰ কামৰূপৰ অন্তৰ্গত।

*'কালিকাপুৰাণ'*ৰ ভৌগোলিক স্থিতিক পূৰ্ণ সমৰ্থন কৰি এই গ্ৰন্থৰ পৰৱৰ্তী দুখন গ্ৰন্থ *'যোগিনীতন্ত্ৰ'* আৰু *'তীৰ্থ কৌমুদী'*য়ে সমগ্ৰ কামৰূপৰ এটি নদীভিত্তিক বিভাজন কৰি দেখুৱাইছিল ধৰ্মীয় আৰু সাংস্কৃতিক দিশেৰে। **এই বিভাজনত কোনো অনৈক্য বা ৰাজ্য-সংহতিৰ বিনাশৰ ভাব নাছিল।**

*'যোগিনীতন্ত্ৰ'*ই উল্লেখ কৰা ৰাজ্যখনৰ সীমাৰ কথা পূৰ্বতে কৈ অহা হৈছে. অষ্টকোণযুক্ত সৌমাৰপীঠৰ কথা ইয়াত উল্লেখ হৈছে।

*যোগিনীতন্ত্ৰ*ৰ মতে

(১) মানাহৰপৰা বিশ্বনাথলৈকে *কামপীঠ,*

(২) বিশ্বনাথৰপৰা দেৱী দিক্কৰবাসিনীলৈকে *সৌমাৰ পীঠ*।

আমি '*যোগিনীতন্ত্ৰ*'ত ৰত্নপীঠৰ উল্লেখ পোৱা নাই। কিন্তু কোচৰজা নৰনাৰায়ণৰ ৰাজসভাৰ বিদগ্ধ পণ্ডিত পীতাম্বৰ সিদ্ধান্ত বাগীশ-ৰচিত ষোড়শ শতিকাৰ '*তীৰ্থ কৌমুদী*'ত '*বৃহৎ গৱাক্ষ*' নামৰ আন এখন তন্ত্ৰ-গ্ৰন্থৰ উদ্ধৃতি দি কৈছে যে সেই গ্ৰন্থমতে, (১) কৰতোয়াৰপৰা মানাহলৈকে *ৰত্নপীঠ,* (২) মানাহৰপৰা বিশ্বনাথলৈকে *কামপীঠ* আৰু (৩) বিশ্বনাথৰপৰা দেৱী দিক্কৰবাসিনীলৈকে *সৌমাৰপীঠ*।

কিন্তু '*তীৰ্থ কৌমুদী*'ত *ৰত্নপীঠ*ৰ এটি উপবিভাগ সৃষ্টিৰ কথা কোৱা হৈছে। এইমতে কৰতোয়াৰপৰা অগদ নদী অৰ্থাৎ গদাধৰ নদীলৈকে *ৰত্নপীঠ* আৰু অগদৰপৰা মানাহ পৰ্য্যন্ত *ভদ্ৰপীঠ*। চম্পাৱতী নদী য'ত আছে সেই ঠাই *ভদ্ৰপীঠ*। কিন্তু তাত এইটো স্পষ্ট কৰা হৈছে যে *ভদ্ৰপীঠ ৰত্নপীঠ*ৰ ভিতৰতেই, অৰ্থাৎ কৰতোয়াৰপৰা মানাহলৈকে এই অংশ *ৰত্নপীঠ*ভুক্ত বুলি তেওঁ মানি লৈছে।

**[প্ৰসংগক্ৰমে উল্লেখনীয় যে চম্পাৱতী নদীৰ নাম '*তীৰ্থ কৌমুদী*'ত 'চাপৌৰ' বুলিও তেওঁ কৈছে ঃ 'চম্পাৱতী চাপৌৰ ইতি খ্যাতা।' গতিকে 'চাপৌৰ'ৰ পৰা চাপৰ নাম হোৱা সম্ভাৱনা সম্পূৰ্ণভাৱে সমুজ্জ্বল।]**

*পীঠ*ভিত্তিক এই বিভাগটো সোতৰ-ওঠৰ শতিকাত ৰচিত আন এখন তন্ত্ৰ-গ্ৰন্থ '*হৰগৌৰী সম্বাদ*'ত সামান্য পৃথকভাৱে এনেকুৱাকৈ দেখুৱা হৈছে ঃ

(১) পশ্চিমে কৰতোয়াৰপৰা স্বৰ্ণকোষলৈ *ৰত্নপীঠ,*

(২) স্বৰ্ণকোষৰপৰা কপিলীলৈ *কামপীঠ,*

(৩) ৰূপিকা নদীৰপৰা ভৈৰৱীলৈ *স্বৰ্ণপীঠ,*

আৰু

(৪) ভৈৰৱীৰপৰা দিকৰাইলৈ *সৌমাৰপীঠ*।

ধৰ্মীয়-সাংস্কৃতিক-ভৌগোলিক এই নদীভিত্তিক বিভাজন আমাৰ সমাজত জনপ্ৰিয়ভাৱে পূৰ্বৰ পৰাই পৰিচিত আৰু দেখা গৈছে যে প্ৰাচীন

কামৰূপৰ পশ্চিম সীমা কৰতোয়া নদী এক স্থায়ী সীমা আৰু কামপীঠৰ ক্ষেত্ৰতো পূবত বিশ্বনাথলৈকে বিশ্বনাথ এক স্থায়ী সীমা। গতিকে বৃটিছ যুগৰ আৰম্ভণিতে ডেভিদ স্কটে ৰাজনৈতিকভাৱে নিৰ্দ্ধাৰণ কৰা অসমৰ পশ্চিমাংশৰ সীমাৰ সৈতে *ৰত্নপীঠ* আৰু *কামপীঠৰ* একত্ৰভাৱে সংগতি আছে।

**পশ্চিম অসমত কমতাপুৰ আৰু কোচ-ৰাজবংশৰ উত্থান ঃ**

দ্বাদশ শতিকাৰ পাছত কিছুকালৰ বাবে প্ৰাচীন কামৰূপ ৰাজ্যত পূৰ্বৰ ৰাজনৈতিক স্থিতি দুৰ্বল হয়। একাধিক ৰাজবংশৰ উদ্ভৱ হয়। উত্তৰ গুৱাহাটীত বুলি চিনাক্ত হোৱা স্থানত '*কামৰূপনগৰ*'লৈ কামৰূপৰ ৰাজধানী স্থানান্তৰিত হয়। অৱশ্যে এনে অৱস্থাতো ১২০৫-০৬ খ্ৰীঃত আকস্মিকভাৱে মহম্মদ-ই বক্তিয়াৰ খিলিজিয়ে কামৰূপলৈ আহি সবলভাৱে কামৰূপ আক্ৰমণ কৰিও সম্পূৰ্ণভাৱে বিধ্বস্ত হোৱাৰ ঐতিহাসিক ঘটনাৰ সাক্ষ্য উত্তৰ গুৱাহাটীত প্ৰাপ্ত *কানাই-বৰশী-হোৱা শিলালিপি* খণ্ডৰ লেখাই প্ৰমাণ কৰে [১১২৭ শক, ১৩ চ'ত]। এই কৃতিত্ব এগৰাকী হিন্দুৰজা পৃথু বা বাৰ্তু বা বৃতুৰ। তেওঁ জলপাইগুৰিতো গড়, প্ৰাচীৰ আদি মাৰি বিস্তৃতভাৱে নিৰ্মাণকাৰ্য্য কৰিছিল। ১২৬০ খ্ৰী.ৰ পাছত 'কামৰূপ নগৰ'ৰপৰা ৰাজধানী তুলি নি একেবাৰে পশ্চিম সীমাত এই জলপাইগুৰিৰ ওচৰতে কোচবিহাৰৰ ভিতৰত কমতাপুৰ বা কামতাপুৰত পৃথুৰ পৰৱৰ্ত্তী ৰজাই (সম্ভৱতঃ সন্ধ্যাই) ৰাজধানী পাতে। ইতিমধ্যে নগাঁও অঞ্চলত কছাৰীসকলে আৰু চুকাফাৰ নেতৃত্বত আহোমসকলে চৰাইদেওত শক্তিশালী আহোম ৰাজবংশ প্ৰতিষ্ঠা কৰিছিল। এইসকলৰ সৈতে সংঘৰ্ষত লিপ্ত হ'বলগীয়া হোৱা বাবেই সম্ভৱতঃ 'কামৰূপনগৰ'স্থিত ৰজাই কমতাপুৰলৈ ৰাজ্য তুলি নিয়ে আৰু বৰ্তমানৰ **অবিভক্ত কামৰূপ জিলা, গোৱালপাৰা জিলা আৰু মৈমনসিং জিলাৰ পূব অংশকে ধৰি উত্তৰ বংগক কমতাপুৰৰ ভিতৰত ৰাখে।**

এই কমতা ৰাজ্যত কোচবংশ প্ৰতিষ্ঠা হোৱাৰ আগতে ৰাজত্ব কৰা ৰজাসকলৰ ভিতৰত খেন ৰাজবংশৰ পূৰ্বৱৰ্তী দুৰ্লভনাৰায়ণ (খ্ৰীঃ ১৩৩০-৫০) আৰু তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ ৰাজত্ব কাল অসমৰ সাংস্কৃতিক, সাহিত্যিক আৰু ধৰ্মীয় দিশত গুৰুত্বপূৰ্ণ কাল বুলি বিবেচিত। তেওঁৰ

দিনত এই ৰাজ্যৰ সীমা পূৰ্বে উল্লেখ কৰা মতে ৰক্ষিত আছিল।

ৰজা দুৰ্লভনাৰায়ণে ব্ৰাহ্মণ, কায়স্থ আৰু আনসকলক কামৰূপত থাপিছিল। মহাপুৰুষ শ্ৰীশংকৰদেৱৰ পূৰ্ব পুৰুষ চণ্ডীবৰকে ধৰি ৭ ঘৰ কায়স্থ আৰু ৭ ঘৰ ব্ৰাহ্মণক পশ্চিমৰ পৰা আনি অসমত স্থাপিত কৰা কাৰ্য্য এইগৰাকী ৰজাৰে অৱদান। **এতিয়ালৈকে প্ৰাপ্ত চতুৰ্দশ শতাব্দীৰ অসমীয়া বা কামৰূপী ভাষাৰ প্ৰথম কাব্য সম্পদৰ সৃষ্টি হয় এই গৰাকী বিদ্যোৎসাহী ৰজাৰ দিনতেই।** 'প্ৰহ্লাদ চৰিত' আৰু 'হৰগৌৰী সংবাদ' ('হৰগৌৰী সম্বাদ')ৰ ৰচক হেম সৰস্বতীয়ে লিখিছে ঃ

*কমতামণ্ডল দুৰ্লভ নাৰায়ণ*
*নৃপবৰ অনুপাম।*
*তাহান ৰাজ্যত ৰুদ্ৰ সৰস্বতী*
*দেৱযানী কন্যা নাম।।*
*তাহান তনয় হেম সৰস্বতী*
*ধ্ৰুবৰ অনুজ ভাই।*
*পদবন্ধে তেহোঁ প্ৰচাৰ কৰিলা*
*বামন পুৰাণ চাই।।[প্ৰহ্লাদ চৰিত]*

ৰজা দুৰ্লভনাৰায়ণৰ পৃষ্ঠপোষকতা বা প্ৰেৰণা লাভ কৰা আন দুজন অসমীয়া কবি হ'ল *দ্ৰোণপৰ্ব*ৰপৰা চয়ন কৰা 'জয়দ্ৰথ বধ' কাব্যৰ ৰচক কবিৰত্ন সৰস্বতী আৰু *অশ্বমেধ পৰ্ব*ৰপৰা লোৱা 'বভ্ৰুবাহনৰ যুদ্ধ' আৰু 'লৱ-কুশৰ যুদ্ধ'ৰ ৰচক কবি হৰিবৰ বিপ্ৰ। কবিৰত্ন সৰস্বতীয়ে দুৰ্লভ নাৰায়ণৰ পুত্ৰ ৰজা ইন্দ্ৰনাৰায়ণৰো প্ৰশস্তি গাইছে।

ইয়াৰপৰা দেখা যায় যে কমতাপুৰৰ ৰজাৰ পৃষ্ঠপোষকতাৰ পৰাই কামৰূপীয় ধৰ্ম-সাহিত্য-সংস্কৃতিৰ প্ৰথম লিখিতভাৱে গোড়া পত্তন হৈছিল। যদি *কানাই বৰশী বোৱা শিলালিপিৰ* লিপিতে প্ৰথম নিৰ্দিষ্ট অসমীয়া আখৰৰ গঢ়ে ৰূপ পাইছিল, তেনেহ'লে 'প্ৰহ্লাদ চৰিত্ৰ'ৰ পাতত অসমীয়া ভাষাৰ কাব্যৰূপ প্ৰথমে ধৰা দিয়ে। আনহাতে, সেই সময়তে দুৰ্লভনাৰায়ণৰ সমসাময়িক এগৰাকী প্ৰতিদ্বন্দ্বী ৰজা তাম্ৰধ্বজৰ পৃষ্ঠপোষকতাত ৰুদ্ৰ কন্দলীয়েও *দ্ৰোণপৰ্বৰ* ভিতৰুৱা সাত্যকিৰ যুদ্ধৰ কথা অসমীয়া পদলৈ 'সাত্যকি প্ৰবেশ'ৰূপে ভাঙিছিল। এয়া

কমতাপুৰৰেই দান বুলি ক'ব লাগিব।

এই কমতাপুৰৰ শাসন খেনবংশীয় ৰজাৰ সময়ত বঙ্গৰ চুলতান হোছেন ছাহৰ আক্রমণত ১৪৯৮ খ্রীঃত পতন হয় আৰু বৰনদীলৈকে হোছেন চাহে সীমা আগুৱাই আনি হাজোত নিজ শাসনৰ কাৰ্য্যৰ স্থান পাতি চুলতানৰ পুত্ৰক ইয়াৰ প্রতিনিধি পাতে আৰু কামৰূপত অসামৰিক আৰু সামৰিক প্রশাসনৰ দিহা লগায়। এই সময়ৰপৰাই হাজোক কেন্দ্ৰ কৰি এটি মুছলিম সম্প্রদায়ৰ আবাসিক অঞ্চল গঢ়ি উঠে। গিয়াছুদ্দিন আউলিয়া নামৰ মুছলিম প্রতিনিধি এগৰাকীয়ে তেতিয়াই হাজোৰ টিলা খণ্ডত এটি বৃহৎ মছজিদ গঠন কৰে আৰু সি **পোৱামক্কা** বুলি জনাজাত হয়। কিন্তু এই আক্রমণ স্থায়ী হোৱা নাছিল — পূবৰ ভূঞাসকলৰ হাতত তেওঁলোক পৰাজিত হৈছিল।

**কোচৰজাৰ বিস্তৃতিকৰণ, সমন্বয় আৰু বিভাজন ঃ**

ইতিমধ্যে অসমৰ পূৰ্বাংশত আহোম ৰজাৰ শক্তি বৃদ্ধি হৈ আহিছিল আৰু কমতাপুৰৰ পতনৰ পাছত কোচৰজা বিশ্বসিংহৰ আবিৰ্ভাৱ হৈছিল। পূব আৰু পশ্চিমৰ এই দুই প্রবল ৰাজশক্তি পঞ্চদশ শতিকাৰপৰা ক্রমে অসমৰ সাৰ্বিক দিশতে সমাজৰ ভাগ্য নিয়ন্ত্ৰণ কৰিবলৈ ভূমিকা গ্ৰহণ কৰিবলৈ লৈছিল। গোৱালপাৰা জিলাৰ চিকণগ্রাম গাঁৱৰ পৰা আহি কোচ বংশৰ হাৰিয়া মণ্ডলৰ পুত্ৰ বিশুৱে শক্তিশালী হৈ বিশ্বসিংহ নামলৈ ১৫১৫ খ্রীঃৰ পৰা কোচবিহাৰত নতুন ৰাজধানী স্থাপন কৰিলে আৰু ক্ৰমে মুছলিম-শাসনৰ প্ৰভাৱ গুচাই পূবলৈ বৰনদী আৰু পশ্চিমত কৰতোয়ালৈকে নিজৰ শাসন প্রতিষ্ঠা কৰিলে। প্রকৃততে পূৰ্বৰ পশ্চিম অসমৰ সীমাৰপৰা সাম্প্রতিক কালৰ মঙ্গলদৈ মহকুমাৰ অঞ্চললৈকে ধৰি এই অঞ্চল কোচ ৰাজ্যৰ এলেকা হ'ল। **বিশ্বসিংহ হিন্দু ধৰ্মত দীক্ষিত হৈছিল, দেৱী দুৰ্গা আৰু শিৱ উভয়ে তেওঁৰ উপাস্য দেৱতা আছিল আৰু বৈষ্ণৱসকলকো তেওঁ সাদৰ কৰিছিল।** গভীৰ দূৰদৰ্শিতা আৰু দক্ষতাৰে তেওঁ এই সাম্রাজ্যক দৃঢ়ীকৰণ কৰি ১৫৪০ খ্রীঃলৈ ৰাজত্ব কৰে। কামাখ্যা মন্দিৰত পূজা-পাতলৰ ব্যৱস্থা আৰু নিৰ্মাণাদিৰে বিকাশ কৰে। আহোম ৰজাৰ সৈতে সংঘৰ্ষ আৰু মিত্ৰতা উভয় পদ্ধতিয়ে তেওঁ লৈছিল।

বিশ্বসিংহৰ পাছত তেওঁৰ পুত্ৰ ৰজা নৰনাৰায়ণে শাসনভাৰ গ্ৰহণ

কৰি (১৫৪০-১৫৮৪ খ্ৰী.) তেওঁৰ ভাতৃ চিলাৰায়ৰ সৈতে এই সমগ্ৰ ৰাজ্যত সৰ্বদিশতে তেওঁলোক প্ৰোজ্জ্বল হৈ উঠে। অকল পশ্চিম অসমৰ বাবে নহয়, তেওঁলোকৰ মহান কৃতকৰ্মই আহোম ৰাজ্যৰ কৰ্তৃত্বাধীন অসমাঞ্চলকো সাংস্কৃতিক, সামাজিক ধৰ্মীয় দিশত উপকৃত কৰি এক বৃহৎ কামৰূপীয় সভ্যতাৰ পাতনি মেলা দেখা যায়। নৱ বৈষ্ণৱ ধৰ্মৰো বিকাশৰ গুৰিত নৰনাৰায়ণ-চিলাৰায় আৰু তেওঁলোকৰ পৰৱৰ্তী ৰজাৰ উদাৰ পৃষ্ঠপোষকতাত প্ৰাণ পাই উঠিছিল। উল্লেখনীয় আৰু মন কৰিবলগীয়া কথা এই যে কোচ ৰজাসকলৰ দিনৰপৰাই ভাৰতৰ বিভিন্ন দিশৰ প্ৰভাৱৰ সৈতেও অসমৰ সম্পৰ্ক ঘটিছিল।

নৰনাৰায়ণৰ মৃত্যুৰ পাছত কোচ ৰাজ্যৰ বিভাজন অসমৰ ইতিহাসত আন এটা সুদূৰপ্ৰসাৰী ঘটনা। কোচবিহাৰ কোচ ৰজাসকলৰ ৰাজধানী হৈয়ে থাকিল। ভাৰতৰ স্বাধীনতা লাভলৈকে ই তেনেকৈয়ে আছিল। স্বাধীনতাৰ পাছতহে ই পশ্চিমবংগৰ অন্তৰ্ভুক্ত হৈছিল।

নৰনাৰায়ণে নিজে কৰি দিয়া বিভাজনত নৰনাৰায়ণৰ পুত্ৰ আৰু তেওঁলোকৰ সন্তানৰ বাবে সংকোশ নদীৰ পৰা পশ্চিমলৈ কৰতোয়ালৈকে কোচবিহাৰ অঞ্চল নিৰ্দিষ্ট কৰি দিয়ে। চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱৰ হাতত অৰ্পিত হয় সংকোশৰ পৰা পূৰ্বাঞ্চল। ৰঘুদেৱে বৰনগৰৰ কাষত মানাহৰ ওচৰত ঘিলাজয়পুৰত ৰাজধানী আৰু কোঠ পাতে। প্ৰকৃততে তেওঁৰ শাসনত থকা অঞ্চলসমূহ হৈছিল সাম্প্ৰতিক কালৰ অবিভক্ত গোৱালপাৰা জিলা, কামৰূপ আৰু দৰং জিলাৰ মঙলদৈ মহকুমা। গাৰোপাহাৰ আৰু মৈ'মনসিং জিলাৰ পূব অংশও ইয়াৰ ভিতৰত আছিল। এই বিভাজন সম্পূৰ্ণ হৈছিল ১৫৮১ খ্ৰী.ত। তেতিয়াৰপৰা ৰাজ্য দুখনৰ পৰিচয় হৈছিল কোচবিহাৰ আৰু কোচহাজো ৰূপে। ১৬০৩ খ্ৰীঃত ৰঘুদেৱৰ মৃত্যুতে পৰীক্ষিতে কোচৰাজ্যৰ পূৰ্বাংশত শাসনভাৰ লোৱাৰ পাছত নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ সৈতে আৰু মোগলৰ সৈতে সংঘৰ্ষ হ'বলৈ ধৰাত আৰু উভয় ৰজাৰ পাৰস্পৰিক-পাৰিবাৰিক বৈৰিতাৰ ফলত এফালে আহোম ৰজাৰ আনফালে আক্ৰমণকাৰী মোগলৰ সুবিধা হৈছিল। পৰীক্ষিতৰ ৰাজ্য ১৬১৬-১৬২০ খ্ৰীঃৰ ভিতৰত বিভিন্ন যুদ্ধৰ ফলত মোগলৰ হাতলৈ যায় আৰু তাৰ পাছত মোগলৰ সৈতে আহোম ৰজা

**প্ৰতাপ সিংহৰ যুদ্ধৰ ফলত ১৬৩৮ খ্ৰীঃত হোৱা উভয়ৰ সন্ধিমতে বৰনদীৰ পৰা আৰু দক্ষিণত অসুৰৰ আলিৰপৰা পশ্চিমাংশ মোগলক এৰি দিয়া হয় আৰু দৰং জিলাৰ মঙলদৈ অংশ পৰীক্ষিতৰ বংশৰ পৰবৰ্তী ৰজাক কৰতলীয়া শাসনকৰ্তাৰূপে আহোম ৰজাই থাপি দৰঙী ৰজা হিছাপে আহোমৰ অধীনত বৰ্তাই ৰাখে।** মোগল শাসনকৰ্তাই হাজোক সদৰঠাই কৰি লয়। গুৱাহাটীৰ মাজত থকা এই অসুৰৰ আলিৰ নাম বৰ গুৰুত্বপূৰ্ণ। এই সন্ধিৰ সৰ্ত্তৰ বাবেই পাছত ৰামসিংহই যেনেতেনে গুৱাহাটীৰ দাবী এৰা নাছিল। সি যি হওঁক, ইয়াৰ পাছত প্ৰায় ২০ বছৰৰো অধিককাল এইদৰে অসমৰ পশ্চিমাংশ অৰ্থাৎ কামৰূপ আৰু গোৱালপাৰা মোগল শাসনৰ অধীন হৈ আছিল। আনকি ১৬৬৩ খ্ৰী.তো মিৰজুমলাই এই সীমা পূবফালে কলং নদীলৈকে আৰু উত্তৰপাৰত ভৰলী নদীলৈকে বৰ্দ্ধন কৰিহে সন্ধি কৰিছিল। ১৬৭০-৭১ খ্ৰী.ত প্ৰসিদ্ধ শৰাইঘাট ৰণত আহোম ৰাজত্বৰ সীমা মানাহলৈকে নি কামৰূপক আহোমৰ অন্তৰ্গত কৰা হৈছিল যদিও পূৰ্বতে উল্লেখ কৰি অহা গদাধৰসিংহৰ দিনতহে অৰ্থাৎ ১৬৮২ খ্ৰী.তহে স্থায়ীভাৱে কামৰূপ আহোমৰ হাতলৈ আহিছিল। গোৱালপাৰা বংগৰ নবাবৰ হাততেই ৰৈছিল।

**পশ্চিম অসম অৰ্থাৎ কোচৰাজ্যত কোচৰজা আৰু মুছলমানৰ শাসন ব্যৱস্থা ঃ**

ৰজা বিশ্বসিংহ আৰু নৰনাৰায়ণৰ ৰাজত্ব কালত প্ৰজাসকলৰ স্থিতি, আৰ্থ-সামাজিক দিশ ৰাজকীয় শাসন ব্যৱস্থাৰ সাধাৰণ আৰু ইংগিতধৰ্মী ছবি চমুভাৱে আমি *দৰং ৰাজবংশাৱলীৰ* পৰা উদ্ধাৰ কৰিব পাৰো। বিভিন্ন তথ্যৰ উৎসৰ পৰা সংগ্ৰহ কৰা কিছু সংবাদ আমি ড° হেৰম্বকান্ত বৰপূজাৰী সম্পাদিত *Comprehensive History of Assam* ৰ ২য়-৩য় খণ্ডতো প্ৰাপ্ত হওঁ। আমি এই তথ্য-উৎসলৈ আঙুলিয়াই দি এই বিষয়ত আৰু বাহুল্য নকৰি সাধাৰণভাৱে দুই এটা বিষয় স্পৰ্শ কৰিলো।

বিশ্বসিংহই বিভিন্ন বিষয়াৰ তলত প্ৰজাসকলক বিভক্ত কৰি দিছিল। ঠাকুৰীয়া, হাজৰিকা, শইকীয়া, ওমৰা, নবাব আদি বিষয়াৰ তলত নিৰ্দিষ্ট সংখ্যক নিৰ্দ্ধাৰিত প্ৰজা আছিল। তেওঁ লোকপিয়ল কৰাইছিল বুলি

লিপিবদ্ধ হৈছে আৰু অতিৰঞ্জন বুলি ভাবিলেও তেওঁৰ ৰাজ্যত সক্ষম প্ৰাপ্ত বয়স্কলোক ৫২,২৫,০০০ আছিল বুলি কোৱা হৈছে (*CHA*- খণ্ড ২য়, পৃ. ৭৩)। *দৰং ৰাজবংশাৱলীৰ* পৰা জনা যায় যে সেই সময়ত ৰাজ্যত সকলো প্ৰকাৰৰ প্ৰজা আছিল — মেছ, কুবাচ, কছাৰী, ব্ৰাহ্মণ, দৈৱজ্ঞ, ক্ষত্ৰিয়, শূদ্ৰ, বৈশ্য বিভিন্ন জাতি-উপজাতি। ৰাজঘৰৰপৰা নিম্নস্তৰৰ লোকক সহায় কৰা হৈছিল। ৰাজহ-খাজানা বিশ্বসিংহই বস্তুৰে লৈছিল। *পৰগণা*-পদ্ধতি নাছিল কিন্তু গাঁৱৰ বিভাজন আছিল।

নৰনাৰায়ণ ৰজাৰ দিনত পাৰ্শ্বৱৰ্ত্তী আহোম ৰজাৰ দৰে ৰাজহ ব্যৱস্থাৰ পৰিৱৰ্ত্তে পাইক প্ৰথা অৱলম্বন কৰি চাৰিজনৰ একোটা গোট সৃষ্টি কৰাৰ কথা *দৰং ৰাজবংশাৱলী*তে উক্ত হৈছে। *'চাৰিপোৱা দৰে গোট একৈক পাইকৰ'*। সামৰিক সেৱাৰ বাবে ৩ পুৰাকৈ নিষ্কৰ ভূমি কৃষক-পাইকক দিছিল। নৰনাৰায়ণ ৰজাৰ জনহিতকৰ কাৰ্য্যৰ কথা আমাৰ সকলোৰে পৰিচিত। প্ৰখ্যাত সীমান্ত ৰাজপথ **গোঁহাই কমল আলিৰ** কথা আমি সকলোৱে জানো। তেওঁ লোকপিয়ল আৰু সমগ্ৰ মাটিকালি নিৰ্দ্ধাৰণ কৰাৰ সংবাদো পোৱা যায়।

ৰজা পৰীক্ষিতৰ মৃত্যুৰ পাছত আৰু ওপৰত কৈ অহা দৰে মোগল সম্ৰাটৰ অধীনত কামৰূপৰ পশ্চিমাংশত শাসন চলাত সম্ৰাট জাহাঙ্গীৰে শ্বেখ ইব্ৰাহিম ক্ৰোৰি বা কৰোড়িক মোগল শাসনৰ প্ৰথামতে বন্দবস্তীৰ বাবে প্ৰেৰণ কৰে। তেওঁ গাওঁ-বিভাজন ৰাখি *চৰকাৰ* আৰু *পৰগণা*বিভাগ কৰি ভূমি-ৰাজহ ব্যৱস্থাৰ প্ৰৱৰ্ত্তন কৰে। বঙ্গ চুবাৰ অংশৰূপে অঞ্চলটোক ৰাখি তেওঁ ইয়াৰ নাম ৰাখে *বিলায়েত* কোচ-হাজো। *বিলায়েত* কোচ-হাজো চাৰিটা *চৰকাৰত* বিভক্ত হয় — *চৰকাৰ কামৰূপ, চৰকাৰ ঢেকেৰি, চৰকাৰ দক্ষিণকূল আৰু চৰকাৰ বঙ্গালভূম। চৰকাৰ* মানে জিলা। চৰকাৰ *কামৰূপৰ* ভিতৰত গুৱাহাটী আৰু হাজো অঞ্চল, *চৰকাৰ ঢেকেৰিত* ধুবুৰীকে আদি কৰি উত্তৰকূল, *চৰকাৰ দক্ষিণকূলত* ব্ৰহ্মপুত্ৰৰ দক্ষিণ অঞ্চল আৰু *চৰকাৰ বঙ্গালভূমত* ভিতৰবন্দ-বাহিৰবন্দ আদি পশ্চিমাংশ। প্ৰত্যেক *চৰকাৰ* এগৰাকী ফৌজাদাৰৰ অধীনত আছিল আৰু কটোৱাল আৰু কাজী তেওঁৰ সহায়ক বিষয়া আছিল।

মোগল শাসনৰ এই ভূমি আৰু অন্যান্য ৰাজহ-শাসনৰ বিস্তৃত

বিৱৰণৰ তথ্য আমাৰ ড° সূৰ্য্যকুমাৰ ভূঞাৰ সম্পাদিত *কামৰূপৰ বুৰঞ্জী, প্ৰাচ্যশাসনাৱলীৰ* ভূমিকা আৰু Comprehensive History of Assamৰ ২য় আৰু ৩য় খণ্ডত স্পষ্টভাৱে সন্নিবিষ্ট আছে। তাৰে উল্লেখ কৰি আমি এই বিষয়ত চৰ্বিত চৰ্বণ কৰাৰ পৰা বিৰত হলো। আহোম-শাসনত এই ব্যৱস্থাৰ বিশেষ পৰিৱৰ্ত্তন কৰা নাছিল। গদাধৰ সিংহই অলপ সাল-সলনিৰে *কামৰূপ চৰকাৰৰ* সীমা ৰাখিছিল এনেধৰণে — *পূবে বৰনদী আৰু কলং, পশ্চিমে মানাহ আৰু নগৰবেৰা। ইয়াৰ ৰাজহ আৰু ন্যায়প্ৰশাসন সম্পূৰ্ণভাৱে বৰফুকনৰ হাতত ন্যস্ত হৈছিল।*

এনেদৰে অসমৰ পশ্চিমাঞ্চলৰ ৰাজনৈতিক ইতিহাসৰ শুদ্ধ তথ্য বিচাৰ কৰিলে দেখা যায় যে প্ৰাচীন কামৰূপৰ কথাটো বাদেই মধ্যযুগতো শেষ মধ্যযুগলৈকে কোচবিহাৰ জিলা কোচৰাজ্যৰূপে অসমৰ পশ্চিমাংশত অসমৰ গোট হিচাপে চলি আছিল। স্বাধীনতাৰ পাছত ভাষাৰ ভিত্তিত ৰাজ্য পুনৰ গঠনৰ সময়ত সেয়ে কোচবিহাৰ জিলা অসমৰ ভুক্ত হ'বৰ বাবে সজোৰে দাবী উত্থাপন কৰা হৈছিল। অসম সাহিত্য সভাই আৰু অসমৰ ৰাইজে এই মিলন বিচাৰিছিল। অঞ্চলৰ কোচৰাজবংশী লোকসকলেও ১৯৪৯-৫০ খ্ৰী.তে বিচাৰিছিল গোৱালপাৰা আৰু অসমৰ সৈতে কোচবিহাৰ চামিলহৈ একাত্মীভূত হ'বলৈ। কিন্তু সেয়া হৈ নুঠিল। হোৱা হ'লে অসমৰ ইতিহাসৰ গতিয়ে অন্যৰূপ ল'লেহেঁতেন।

**পশ্চিম অসমৰ ভাষা ঃ**

বিষয় নিৰ্বাচনত পশ্চিম অসমৰ ভাষা বুলি নিৰ্দিষ্ট হোৱাত সম্ভৱতঃ এই অঞ্চলৰ কথ্যভাষা বা স্থানিক ৰূপটোৰ কথাই ভবা হৈছে। কাৰণ সমগ্ৰ ৰাজ্যৰেই মান্য ভাষা অসমীয়া ভাষা-সাহিত্যৰ বিষয়ে এই আলোচনা চক্ৰত নতুনকৈ কোৱাৰ কোনো প্ৰয়োজনীয়তা নাই। গতিকে পশ্চিম অসমৰ ভাষাবিষয়ক আলোচনাত স্বাভাৱিকতেই গোৱালপাৰা জিলা, কামৰূপ জিলা আৰু দৰং জিলাৰ পশ্চিমাংশৰ কথ্যভাষা বা স্থানীয় উপভাষাৰ প্ৰসংগহে বিষয়বস্তুভিত্তিক।

আঞ্চলিক ভাষাৰ আলোচনা স্বাভাৱিকতেই আহুকলীয়া আৰু স্পৰ্শকাতৰ। এইক্ষেত্ৰত ভাষাবিদসকলৰ ভিন্ন ভিন্ন বিশ্লেষণজনিত মতামত, আঞ্চলিক বা গোষ্ঠীচেতনা বিজৰিত মতামত আৰু ৰাজনৈতিক

চিন্তাপ্রসূত ধ্যান-ধাৰণা এই সকলোৱে মিলি ভাষাৰ বিচাৰ-বিশ্লেষণত প্রায়ে মত-পার্থক্যৰ সৃষ্টি কৰা দেখা যায়। আমাৰ এই ৰচনাত সম্পূর্ণ ঐতিহাসিক আৰু বিদ্যায়তনিক দৃষ্টিকোণেৰেহে মতামতখিনি প্রকাশ কৰিবলৈ বিচাৰিছোঁ।

উপভাষা বা কথ্যভাষা বা স্থানিক ভাষাক একেলগে সামৰি dialect শব্দই ইংৰাজীত তেনে অর্থ প্রকাশ কৰে নে নকৰে ভাষাবিদ সকলৈ এৰি আমি ড° বাণীকান্ত কাকতিৰ Assamese : Its Formation and Development গ্রন্থত থকা এগৰাকী ভাষাবিদৰ এটি উদ্ধৃতি সোঁৱৰণ কৰিছোঁ। [পৃষ্ঠা ৮]।

'When we talk of speakers of dialect, we imply that they employ a provincial method of speech to which the man who has been educated to use the language of books is unaccustomed. Such a man finds that the dialect-speaker frequently uses words or modes of expression which he does not understand or which are at any rate strange to him; and he is sure to notice that such words as seem to be familiar to him are, for the most part strangely pronounced.' [Skeat : *English Dialects]*

[আমি যেতিয়া স্থানিক ভাষীসকলৰ কথা কওঁ, আমি বুজোঁ যে তেওঁলোকে সেই ভাষা কওঁতে এনে স্থানীয় পদ্ধতিৰ ভাষা প্রয়োগ কৰে, যিটোত এজন কিতাপৰ ভাষাৰে শিক্ষিত হোৱা আৰু কিতাপৰ ভাষা ব্যৱহাৰ কৰা ব্যক্তি অভ্যস্ত নহয়। তেনে এগৰাকী ব্যক্তিয়ে দেখা পায় যে স্থানীয় ভাষা কওঁতাজনে সঘনাই ব্যৱহাৰ কৰা শব্দবোৰ আৰু বচনভঙ্গী তেওঁৰ বাবে অবোধ্য নাইবা তেওঁৰ বাবে অবিদিত অর্থাৎ বিদেশী। তেওঁ এইটোও লক্ষ্য কৰে যে তেওঁৰ বাবে যিবোৰ শব্দ পৰিচিত হয়, সেইবোৰো অদ্ভুতভাৱে উচ্চাৰিত হয়।]

Dialectৰ এই ধাৰণাতো অসমীয়া ভাষা আৰু বাংলা ভাষা বা অন্য ৰাজ্যিক ভাষাৰ বিচাৰত প্রয়োগ কৰিব পাৰি। কিন্তু ৰাজ্যিক ভাষাৰ

উপভাষা স্তৰীয় পৰ্য্যায়ত সি ইমানভাৱে প্ৰযোজ্য নহয়। কাৰণ অসমীয়া ভাষাৰ সামগ্ৰিক ৰূপটো জনা বা কোৱা সকলোৱে ৰাজ্যৰ উপভাষিক কথাবিলাকো কম-বেছি পৰিমাণে বুজি পায়। **গতিকে আঞ্চলিক উপভাষাবিলাকো বহল অসমীয়া ভাষাৰে বিভাগ মাথোন।** অৱশ্যে এই কথাটো আৰ্য্যগোষ্ঠী ভাষাৰ ক্ষেত্ৰতহে প্ৰযোজ্য; ভিন্ন উৎসৰ বা তিব্বতো-বৰ্মা-মনখেমেৰ উৎসৰ পৰা জন্ম স্থানীয় জনগোষ্ঠীৰ ভাষাৰ বাবে নিশ্চয় প্ৰয়োগ কৰিব নোৱাৰি।

সি যিহওক, নব্য ভাৰতীয় আৰ্য্যভাষাৰ অসমীয়া শাখাটোৰ প্ৰাচীন অসমীয়া ভাষাৰ পদ্য আৰু গদ্য উভয়ে আমি ওপৰত উল্লেখ কৰি অহা কমতাপুৰ আৰু কোচৰজাৰ পৃষ্ঠপোষকতাতে গঢ় লৈছিল। হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ' ৰ পৰা শ্ৰীমন্ত শঙ্কৰদেৱৰ পূৰ্ব আৰু পৰৱৰ্ত্তী কবিসকলৰ অসমীয়া ৰচনা পশ্চিম অসমক কেন্দ্ৰ কৰিয়েই হৈছিল। ভট্টদেৱৰ *কথা-গীতা, কথা-ভাগৱত* আৰু তাৰ পাছৰ কালৰো *গুৰু-চৰিতকথা* আদি প্ৰায় গ্ৰন্থ পশ্চিম অসমত কোচবিহাৰৰ প্ৰভাৱত উদ্ভৱ হোৱা। স্ত্ৰী, শূদ্ৰ, সাধাৰণ লোক সকলোৰে বোধগম্য ৰূপত বুজিব পৰাকৈ লিখিবৰ বাবে তেওঁলোক নিৰ্দিষ্ট হৈছিল। সেয়ে সেইকালৰ স্থানিক ভাষীয় ৰূপটো প্ৰাচীন অসমীয়া গ্ৰন্থসমূহত প্ৰকাশ হৈছিল। ইয়াৰ বহুখিনি ব্যৱহাৰ কথ্যভাষাতো আছিল।

এইখিনিতে ক'ব লাগিব যে নৰনাৰায়ণৰ ৰাজত্বকালত অথবা তাৰ পৰৱৰ্ত্তী সময়তে হওঁক, '*দেশীভাষা*'ত ৰচিত কবীন্দ্ৰৰ বিখ্যাত মহাভাৰতৰ প্ৰাপ্তিয়ে দেশীভাষাত এক সুকীয়া মাত্ৰা প্ৰদান কৰিছে। এইগৰাকী কবিক গৌৰীপুৰৰ জমিদাৰ বংশৰ পূৰ্বপুৰুষ কবীন্দ্ৰ পাত্ৰ বুলি নিশ্চিত কৰা হৈছে। **এই গ্ৰন্থৰ ভাষাত আছে পশ্চিম কামৰূপীয় ভাষাৰ ঠাচ, বাংলা নহয়।** অসমীয়া সাহিত্যৰ বুৰঞ্জীত ই এই পৰ্য্যন্ত যথাযথভাৱে অন্তৰ্ভুক্ত নোহোৱাতো পৰিতাপৰহে কথা।

আমি আজি এই কথা ক'ব পাৰোঁ যে যদি খ্ৰীষ্টান মিছনেৰীসকলে বাইবেল বা অন্যান্য গ্ৰন্থ আৰু ১৮৪৬ খ্ৰী.ৰ পৰা 'অৰুণোদই' আলোচনী আদিৰ অসমীয়া ভাষাত প্ৰকাশ কৰিবলৈ শিৱসাগৰত কেন্দ্ৰস্থান নাপাতি পশ্চিম অসমৰ কোনো স্থানত পাতিলেহেঁতেন, তেনেহ'লে পশ্চিমৰ কথ্য

ভাষাই কালক্ৰমত অসমৰ মান্যভাষাত গুৰুত্বস্থান লাভ কৰিলেহেঁতেন। এয়া অৱশ্যে অনুমানৰহে কথা।

সি যিহওক, পশ্চিম অসমত অৰ্থাৎ গোৱালপাৰা জিলাত আৰু কামৰূপ জিলাত স্থানীয় ভাষাৰ ৰূপত কথ্য ভাষাৰ অঞ্চলভিত্তিক সুকীয়া ৰূপ আছে। দৰঙৰো পশ্চিমাংশত এক সুকীয়া বৈশিষ্ট্যৰ ৰূপ বিদ্যমান। ড° বাণীকান্ত কাকতিয়ে স্পষ্টভাৱে কৈছে যে Even now the spoken language of North Bengal and western Assam (districts of Kamrup and Goalpara) is substantially the same and seems to form one dialect group. (প্ৰাগুক্ত গ্ৰন্থ)। এই কথাটো বৰ তাৎপৰ্য্যপূৰ্ণ। ৰাজনৈতিকভাৱে যেনেকৈ গোৱালপাৰা আৰু কামৰূপ জিলা এটি গোটত ঐক্যসূত্ৰত আবদ্ধ আছিল, কথ্যভাষাৰ ৰূপতো এই অঞ্চলটি একেটি ভাষিক গোটতে গ্ৰথিত হৈছিল।

কথ্য ভাষাৰ পাৰ্থক্য দেখুৱাবলৈ গৈ ড° কাকতিয়ে অসমৰ অঞ্চলভেদে একোটি নিদৰ্শন সন্নিবিষ্ট কৰি থৈছে। (১) পূৰ্বাংশৰ শিৱসাগৰীয়া কথ্যভাষা যাক তেওঁ মান্যভাষা বুলি কৈছে, (২) পশ্চিমাংশত পূব কামৰূপ অৰ্থাৎ পাতিদৰঙ এলেকা, উত্তৰ কামৰূপত ধৰ্মপুৰ এলেকা, উত্তৰ পশ্চিম কামৰূপত বজালী এলেকা, দক্ষিণ কামৰূপত পলাশবাৰী অঞ্চল, পশ্চিম কামৰূপত বৰপেটা অঞ্চল আৰু গোৱালপাৰাত শালকোছা অঞ্চলৰ কথ্য ভাষাৰ বৈশিষ্ট্যৰ পাৰ্থক্য সেই নিদৰ্শনৰ চানেকি।

শালকোছা অঞ্চলত ব্যৱহৃত ভাষাটোক তেওঁ ৰাজবংশী ভাষা বুলিছে। এইটোও গুৰুত্বপূৰ্ণ। আনহাতে কোচবিহাৰ আৰু কমতাপুৰৰ ৰাজত্বৰ সৈতে সংগতি ৰক্ষা কৰি গোৱালপাৰাৰ পুৰণি অধিবাসীসকলে ইয়াক 'দেশীভাষা' বুলি ক'বলৈ ভাল পায়। গ্ৰীয়াৰ্চন চাহাবে Linguistic Survey of India ত এনেকৈ কৈছিল — "The dialect of Western and South-Western Goalpara of Assam is pure Rajbongshi."

পশ্চিম অসমৰ প্ৰান্তীয় ভাষাৰূপে এতিয়া আমি ইয়াৰ বৈশিষ্ট্য পৰিলক্ষিত কৰি গোৱালপাৰাৰ ভাষাক এনেদৰে এটা বহল ভাগত বিভক্ত কৰিব পাৰোঁ।

(১) পশ্চিমে ধুবুৰী-গৌৰীপুৰৰ পৰা চাপৰ-শালকোছালৈকে দেশীভাষা বা কোচ-ৰাজবংশী ভাষাৰ প্ৰাচীন চৰিত্ৰৰ এটা পূৰ্ণ প্ৰভাৱ আছে। ড° কাকতিয়ে সম্ভৱতঃ সেইবাবেই শালকোছাৰ কথিত ভাষাৰ নিদৰ্শন দেখুৱাই ইয়াক ৰাজবংশী dialect বুলি কৈছে।

(২) পূবৰ গোৱালপৰীয়া ভাষা চাপৰ-অভয়াপুৰী-বঙাইগাঁও আৰু বিজনি আদিলৈকে। এই অঞ্চলত কামৰূপীয় উপভাষাৰ প্ৰভাৱো লক্ষ্য কৰিবলগীয়া।

(৩) ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰত লক্ষীপুৰ অঞ্চলৰ পৰা দুধনৈ-ৰংজুলিলৈকে। ইয়াতো এক মিশ্ৰিত গোৱালপৰীয়া ৰূপ দেখা যায়। লক্ষীপুৰ অঞ্চলত চাপৰ-বিলাসীপাৰাৰ সামান্য প্ৰভাৱ আছে, যদিও পূৰ্বাংশত ৰাভা আৰু গাৰো জনজাতীয় গোষ্ঠীৰ লোকসকলৰ তিব্বতো-বৰ্মীয় মূলৰ পৰা উদ্ভুত গাৰো আৰু ৰাভাসকলৰ কথ্য ভাষাৰ সৈতে আদান-প্ৰদান হৈছে।

ধুবুৰী অঞ্চলতো ৰাভা গোষ্ঠীৰ আৰু বড়ো জনজাতীয় লোকসকলৰ কথ্যভাষা আছে। কোকৰাঝাৰ অঞ্চলত এতিয়া বড়ো ভাষা-সাহিত্যৰ বিকাশ হৈছে। বাহুল্যৰ ভয়ত এই বিষয়ে আলোচনালৈ নগৈ পূব-দক্ষিণ গোৱালপাৰাৰ এক সুবৃহৎ অঞ্চলৰ ভাষাৰ সম্পৰ্কে সাধাৰণ উল্লেখ বিবেচ্য।

ৰাভা কথ্য-ভাষাৰ বাক্য-গঠনৰ বৈশিষ্ট্য অসমীয়া ভাষাৰ ওচৰচপা। শব্দসম্ভাৰতো সম্পূৰ্ণ সাদৃশ্য আছে। ৰাভা ভাষাৰ বিচাৰ-বিশ্লেষণ ইতিমধ্যে ভাষা-বিজ্ঞানৰ দৃষ্টিৰে আৰম্ভ হৈছে। উল্লেখনীয় যে অসমীয়া ভাষাৰ সৈতে থকা মিললৈ লক্ষ্য কৰি উপেন ৰাভা হাকাচাম ডাঙৰীয়াই ইয়াক 'ৰাভামিজ' নামেৰে অভিহিত কৰিছে [দ্ৰষ্টব্য ঃ সংশ্লিষ্ট প্ৰবন্ধ ঃ দুধনৈ সাহিত্য সভা অধিৱেশনৰ 'আগলতি', ১৯৯১] আৰু গোৱালপৰীয়া ভাষাৰ এটি শাখা বুলি কৈছে।

(৪) মুছলিম ধৰ্মীয় লোকসকল অসমীয়া ভাষিক সমাজৰ অন্তৰ্ভুক্ত। তেওঁলোকে অসমীয়া ভাষা-সংস্কৃতিত মিলিত হৈ আছে। তেওঁলোকৰ বহুলোকে অসমীয়া সাহিত্য-চৰ্চাও কৰিছে। গোৱালপাৰাৰ জনসংখ্যা-গাঁথনিত তেওঁলোকৰ স্থিতি লক্ষণীয়। গোৱালপৰীয়া ভাষাতে

তেওঁলোক প্ৰভাৱান্বিত। সেইদৰে অন্যান্য প্ৰান্তত তেওঁলোক তদ্ৰূপ আঞ্চলিক কথিত ভাষাত অভ্যস্ত। তথাপি এটা কথা প্ৰণিধানযোগ্য যে পশ্চিম অসমৰ মুছলিম সমাজৰ দৈনন্দিন জীৱন-যাত্ৰাৰ ব্যৱস্থাৰ মাজত কিছু সুকীয়া কথ্যৰীতি আৰু শব্দ-সম্ভাৰ আছে। ধ্বনিগত সুৰৰ এটা ৰীতিও আছে। এনে পটভূমিত গোৱালপাৰাৰ *দেশীভাষাত* ইয়াৰ এটি মিশ্ৰিত প্ৰভাৱ নপৰাকৈ থকা নাই। গতিকে বাস্তৱিক দিশত দিশ বিচাৰ কৰি পশ্চিম অসমৰ গোৱালপাৰাৰ ভাষিক ৰূপটোৰ নামকৰণ *দেশীভাষা* নে *কোচ-ৰাজবংশী ভাষা* নে *গোৱালপৰীয়া ভাষা* বুলি ভাষাৰ বুৰঞ্জীত চিহ্নিত কৰা হ'ব, সি ভাষাবিদ, পণ্ডিত আৰু সাহিত্যিকসকলে সুচিন্তিত সিদ্ধান্ত কৰা উচিত।

উল্লিখিত উপৰি উক্ত এই বিভাজন আমাৰ অভিজ্ঞতাকেন্দ্ৰিক আৰু ব্যৱহাৰিক। ভাষা-বিজ্ঞানীয়ে ইয়াৰ সূক্ষ্মবিচাৰ কৰি শুদ্ধ বিভাজন কৰিব পাৰে।

এই সংক্ৰান্ততে উল্লেখ্য যে ড° গোলোক চন্দ্ৰ গোস্বামীয়ে ভাষাৰ ভৌগোলিক সীমাৰ এটি বহল সীমা নিৰ্ণয় কৰি ১৯৯১ খ্ৰী.ত তেওঁ এনেদৰে বিভাজন কৰিছিল—

(১) উজনিৰ উপভাষা বৰ্তমান নগাঁও আৰু শোণিতপুৰ জিলালৈকে;

(২) নামনিৰ উপভাষা পশ্চিম গোৱালপাৰাৰপৰা কামৰূপৰ গুৱাহাটীলৈকে;

(৩) এই দুই অঞ্চলৰ মধ্য এলেকাটো মধ্য অসমীয়া ভাষাৰ।

অৱশ্যে তেওঁ বিস্তৃতভাৱে অধিক উপ-অঞ্চলৰ বৈশিষ্ট্যৰ বিচাৰৰ সপক্ষে পোষকতা কৰিছিল। [ *ঐতিহ্যমণ্ডিত কামৰূপ ঃ* কামৰূপ জিলা সাহিত্য সভা, ১৯৯১]।

কামৰূপী কথ্যভাষাৰ বিচাৰত বিশেষ জটিলতা নাই। মূল কামৰূপীয় ভাষিক বৈশিষ্ট্য পূৰ্বতে উল্লেখ কৰি অহা কামৰূপৰ সকলোকেইটা অঞ্চলতে প্ৰবাহিত আছে আৰু বিস্তাৰিতভাৱে আলোচনা হৈছে। এই সম্পৰ্কে কেইবাখনো ভাষা-বিজ্ঞানৰ গ্ৰন্থতো আলোচনা কৰা হৈছে। দৰঙৰ কথ্যভাষাবো এটি সামগ্ৰিক সংহতি আছে। সেয়ে এই বিষয়ত অধিক আলোচনাৰ প্ৰয়োজন অনুভৱ কৰা নহ'ল।

**আঞ্চলিক ভাষাৰ অভিধান বা শব্দকোষ ঃ** মান্য অসমীয়া ভাষাৰ মূলসুঁতিৰ পৰিবৰ্দ্ধনৰ বাবে আঞ্চলিক ভাষাৰ প্ৰকাশিকা শক্তি-সমৃদ্ধ আৰু মাৰ্জিত সুৰলা শব্দবোৰ মান্য অভিধানত স্থান দিয়াৰ প্ৰয়োজনীয়তা আহি পৰা দেখা যায়। ইয়াৰ ফল উভয় দৃষ্টিকোণৰপৰা ইতিবাচক। ইতিমধ্যে সাম্প্ৰতিক সময়ত পশ্চিম অসমত তিনিখন শব্দকোষৰ সৃষ্টিয়ে সংশ্লিষ্ট আঞ্চলিক ভাষিক ৰূপটোক দৃঢ়ীকৰণ কৰিছে। *গোৱালপৰীয়া অভিধান*, অবিভক্ত কামৰূপ জিলাত *কামৰূপী শব্দকোষ আৰু অভিধান 'অসমীয়া ভাষাৰ এৰাবোটলা'* আৰু বৰ্তমানৰ দৰং জিলাত 'দৰঙী শব্দকোষ'। এই তিনিওখন গুৰুত্বপূৰ্ণ গ্ৰন্থই [আৰু জানিব পৰামতে কুমাৰ ৰাজেন্দ্ৰনাৰায়ণ দেৱৰ সদ্য প্ৰকাশিত *Select Vocables of the Koch-Rajbangshi with Sources of Etymology* নামৰ এই ভাষাৰ শব্দ-বিচাৰৰ গ্ৰন্থখনে] পশ্চিম অসমৰ ভাষাক চহকীৰূপত দেখুৱাই নহয়, ইয়াৰ শব্দ ভাণ্ডাৰৰ স্বৰূপ আৰু বৈশিষ্ট্যও প্ৰকাশ কৰিছে আৰু আঞ্চলিক সম্পদক ৰক্ষা কৰিছে।

**পশ্চিম অসমৰ লোক-সংস্কৃতিৰ ধাৰা ঃ** (১) এই বিস্তীৰ্ণ বিষয়ৰ ব্যাপকতাত প্ৰৱেশিবলৈ আমাৰ যে সময় আৰু সীমা একেবাৰে আবদ্ধ আৰু সামৰ্থ্যও যে সীমিত সেই বিষয়ে সচেতন হৈয়ে আমি এই বিষয়ত এটি চমু ৰূপৰেখাৰ অঙ্কন কৰিবলৈ প্ৰয়াস কৰিছোঁ।

প্ৰাচীন কামৰূপ সাহিত্য-সঙ্গীতেৰে সমৃদ্ধ আছিল। ভাৰতীয় ৰতিশাস্ত্ৰত উল্লেখ আছে ঃ *গীতে বাদ্যে চ নিপুণা সা কামৰূপ-কামিনী।* প্ৰত্নলেখ আৰু ইতিহাস-নিৰ্ভৰ শাস্ত্ৰসমূহত ভিত্তি কৰি আমি ক'ব পাৰোঁ যে ভাস্কৰবৰ্মাৰ ৰাজত্বকালৰপৰা দ্বাদশ শতাব্দীৰ পালবংশীয় ৰজাৰ সময়লৈকে কামৰূপত সঙ্গীত, নাট্যকলা, বাদ্য, নৃত্য, গ্ৰন্থ-ৰচনা এইবোৰৰ এক নিৰৱচ্ছিন্ন সোঁত প্ৰবাহিত হৈছিল। ৰাজ পৰিবাৰত যজ্ঞ, পূজা আৰু মন্দিৰবোৰত বেদধ্বনি, দেৱতাৰ সন্তোষৰ বাবে নৃত্য-গীত আদিৰ প্ৰচলন আছিল। খ্ৰীঃ ৭ম শতিকাত বিশাখা দত্তই কামৰূপতে *'মুদ্ৰাৰাক্ষস'* সংস্কৃত নাটক ৰচনা কৰিছিল ভাৰতীয় পটভূমিত। কিন্তু আজি প্ৰশ্ন হয় যে এনেবোৰ সাঙ্গীতিক পৰিবেশত পৰিবেশ্য কলাৰ প্ৰকৃত ৰূপ কি আছিল অথবা ইয়াৰ কাৰিকৰী নিদৰ্শন কি? এই প্ৰশ্নৰ উত্তৰত আমি ক'ব লাগিব

যে ইয়াৰ কোনো অচ্ছিন্ন ধাৰা পাবলৈ এতিয়া কোনো সমল নাই। কালৰ সোঁতত সি বিলীন হৈ গৈছে। ইতিহাসৰ ভিত্তিত আমি মাথো অনুমানহে কৰোঁ। তেজপুৰৰ প্ৰাচীন ভগ্নাৱশেষৰ মাজত প্ৰাপ্ত এটি শিলৰ ছটাত বিহুজাতীয় অথবা লৌকিক সঙ্গীতৰ কেইগৰাকীমান নৰনাৰীৰ হাতত পেঁপা আৰু ঢোল লৈ নৃতৰত অৱস্থাত থকা খোদিত ভাস্কৰ্য্যৰ ৰূপে হয়টো এনেকুৱা নিদৰ্শনৰ এটি ক্ষীণ ইংগিত বহন কৰিব পাৰে।

(২) চতুৰ্দশ-পঞ্চদশ শতিকাত অসমৰ পশ্চিমাংশত উল্লেখ কৰি অহা কোচ-ৰাজবংশৰ অভ্যুত্থান হলত প্ৰাচীন কামৰূপৰ এই অংশত ভাৰতীয় সাহিত্য-সংস্কৃতিৰ সৈতে এটি আদান-প্ৰদানৰ সুবিধা হ'ল। অসমীয়া কাব্য-সাহিত্যৰ সৃষ্টি হ'ল আৰু এইসকল ৰজাৰ প্ৰেৰণাতে নৱ-বৈষ্ণৱ ধৰ্মইও প্ৰাণ পাই উঠিল। ফলত উত্তৰ-বংগলৈকে বিয়পি থকা এই খণ্ডত এটি সাংস্কৃতিক প্ৰবাহৰ সৃষ্টি হৈছিল— যাৰ প্ৰভাৱ অসমৰ পূব খণ্ডলৈকে বিয়পিছিল।

অসম সাহিত্য সভাই প্ৰকাশ কৰা *'অসমীয়া সংস্কৃতি'* (১৯৬৬ খ্ৰী.) নামৰ গ্ৰন্থখনত ড° বীৰেন্দ্ৰ নাথ দত্তৰ গোৱালপৰীয়া সংস্কৃতি বিষয়ৰ এটি প্ৰবন্ধত পশ্চিম অসমৰ সাংস্কৃতিক ধাৰাটোত অসমৰ নাড়ীৰ সম্পৰ্ক নাই বুলি ভবা এটা ধাৰণাক যুক্তিৰে তেওঁ খণ্ডন কৰি কৈছে যে এই ভুল বুজাবুজিৰ মাজত এটি ডাঠ চামনি পৰি আছে। কিন্তু **'এই চামনিৰ তলত থকা মৌলিক সাংস্কৃতিক উপাদানখিনি অকল আমাৰ আপোনেই নহয়, কামৰূপী আৰু সামগ্ৰিকভাৱে অসমীয়া ঐতিহ্যৰ ভেটিৰ গাঁথনিৰ এটি গুৰুত্বপূৰ্ণ উপাদান।'** (পৃ. ২৪৫)।

(৩) পশ্চিম অসমৰ সাংস্কৃতিক সমলখিনিক আমি দুটা ভাগত সামৰি ল'ব পাৰোঁ ঃ

(ক) পশ্চিম কামৰূপৰ সৈতে গোৱালপাৰাৰ পূবাংশত এটা সুস্পষ্ট ধাৰা প্ৰবহমান। ধৰ্মীয় বিশ্বাস, লোকাচাৰ, উৎসৱ-পাৰ্বণ আদিৰ আকৃতি-প্ৰকৃতি আৰু পালনীয় কৃতকৃত্যবোৰ প্ৰায় সদৃশ; যদিও সামান্যভাৱে থলুৱা প্ৰভাৱত সাধাৰণ পাৰ্থক্য থাকে। আহোম প্ৰশাসনীয় প্ৰভাৱ আৰু পূৰ্বাংশৰ ৰীতি-নীতিৰপৰা বাহ্যিকভাৱে ই অলপ পৃথক আছিল। কিন্তু তথাপি আহোম ৰজাসকলে সাহিত্য-সংস্কৃতিত মনোনিৱেশ কৰাৰ ফলত

পশ্চিমাংশৰ পূজা-পাৰ্বণ আৰু বৈষ্ণৱ সাহিত্যৰ সাংস্কৃতিক প্ৰক্ৰিয়াই পূৰ্বাংশকো সামৰি লৈছিল। কোচবিহাৰৰ মধুপুৰ, দামোদৰপুৰ, হৰিপুৰ, বৈকুণ্ঠপুৰৰপৰা গোৱালপাৰালৈ শ্ৰীশঙ্কৰদেৱীয় আৰু শ্ৰীদামোদৰদেৱীয় সত্ৰসমূহৰ স্থিতিয়ে সত্ৰীয়া সংস্কৃতিক ক্ষীণকৈ হ'লেও এতিয়ালৈকে বৰ্ত্তাই ৰাখিছে। আনহাতে কোচৰজাসকলৰ শাক্ত ধৰ্মীয় পূজা-পাতলৰ পৰম্পৰা, দুৰ্গাপূজাৰ আড়ম্বৰপূৰ্ণ পয়োভৰ আদিৰ সাংস্কৃতিক ৰূপ অসমৰ পূৰ্বাংশলৈকে বিয়পিছে।

উনৈশ শতিকা আৰু কুৰি শতিকাৰ আদিলৈকে কোচবিহাৰ অঞ্চলত উত্তৰ কামৰূপৰ বহু ব্ৰাহ্মণ পৰিয়ালে বৈদিক ক্ৰিয়া-কৰ্ম আৰু ধৰ্মীয় যাজনিক কৃত্যসমূহ সম্পন্ন কৰি আছিল। ফলত কোচবিহাৰ আৰু তাৰ ভিতৰৰ গাঁওসমূহৰ কামৰূপৰ সৈতে এক আঞ্চলিক সাংস্কৃতিক যোগসূত্ৰ স্থাপিত হৈছিল।

বৈষ্ণৱধাৰাৰ বৃত্তৰ বাহিৰত কবি মনকৰ, কবি পীতাম্বৰ আদিৰ প্ৰভাৱ পশ্চিমাংশত প্ৰবল। মনসা পূজা, ওজাপালি, গীত, নৃত্য, পুতলা নাচ আদিৰ প্ৰচলনো অসমৰ পশ্চিমাংশত অধিক। ই অৱশ্যে পাছলৈ অসমত সামগ্ৰিকৰূপ লোৱা দেখা যায়। সামান্যভাৱে পাৰ্থক্য থাকিলেও শিৱৰাত্ৰি, শিৱপূজা, শিৱৰ থান, জন্মাষ্টমী আদিৰ প্ৰচলন সমগ্ৰ অসমতে।

**[প্ৰাচীন কামৰূপৰ নদীসমূহ আৰু তীৰ্থসমূহ আৰু মন্দিৰসমূহৰ স্থিতিয়ে ধৰ্মীয় সংস্কৃতিৰ ঐক্য প্ৰবহমান কৰি ৰাখিছে।]**

(খ) গোৱালপাৰাৰ পশ্চিমাংশত চড়ক পূজাৰ প্ৰচলন উল্লেখনীয় আছিল। ইয়াৰ এক বিশিষ্ট প্ৰক্ৰিয়াত মানুহক বাঁহৰ লগত ঘূৰোৱা হয়। সন্ধিয়া নৃত্য, গীতৰ অনুষ্ঠান হয়। এই প্ৰথা পূৰ্বাংশত নাই যদিও নৃত্যৰ ক্ষেত্ৰত দেওধা, দেওধনী অনুষ্ঠানৰ সৈতে প্ৰকৃতিগত মিল পোৱা যায়।

বাঁশ পূজা, হুদুমদেও পূজা, কাতিপূজা আদি পশ্চিম গোৱালপাৰাৰ অনুষ্ঠান— য'ত ভূমি-উৰ্বৰতা আৰু কৃষি-উৎপাদনৰ ধাৰণাবোৰ সোমাই আছে। বাঁশ পূজাৰ সৈতে পূব কামৰূপৰ ভঠেলি উৎসৱৰ তুলনা বিচাৰ্য্য।

এই পূজাসমূহৰ সৈতে কিছুমান নৃত্য-গীতৰ অনুষ্ঠান লগতে থাকে। সেই অংশ লৌকিক ধ্যান-ধাৰণাৰে পুষ্ট।

সোণৰায় পূজা মাঘবিহুৰ সংস্কৃতি আৰু কামৰূপৰ মহ'হ' অনুষ্ঠানৰ

সৈতে তুলনীয় বা সাদৃশ্যৰ বাবে বিচাৰ্য্য।

অপদেৱতা, প্ৰাকৃতিক দেৱদেৱীত বিশ্বাস, অন্ধবিশ্বাস— এই দিশৰ লৌকিক ধ্যান-ধাৰণাবোৰৰ এক সুকীয়া কৃতকৃত্য অঞ্চলভেদে থাকিলেও মূলগত প্ৰকৃতি অসমৰ লোক-সমাজতে বিদ্যমান।

(গ) **বিহু-সংস্কৃতি ঃ** সাম্প্ৰতিক কালত বিহু-সংস্কৃতিৰ এক বহল সমন্বিত নৃত্য-গীতৰ প্ৰচলনে সমগ্ৰ অসমকে একত্ৰিত কৰিলেও লৌকিক দিশত পূৰ্বতে লোকাচাৰৰ ক্ষেত্ৰত কিছু পাৰ্থক্য আছিল। এই ক্ষেত্ৰত পূব গোৱালপাৰা আৰু কামৰূপৰ দোমাহী সম্পৰ্কীয় লোকাচাৰৰ সাদৃশ্য আছে বা প্ৰায় একে। পশ্চিম প্ৰান্তত মাঘ বিহু পুষণাৰূপে পালিত হয়, ৰঙালী বিহুৰ উখল-মাখল কিন্তু নাই। আনহাতে বগৰিবাৰীৰ মহামায়া থান আদিত সাত বিষুৱাৰ মেলা আদি পতা হয়। ব'হাগ বিহুৰ লোকাচাৰ পালিত হয়। **ধুবুৰী ঘাটত ব্ৰহ্মপুত্ৰ-স্নানৰ বাবে মহামেলা হয়।**

**লোকগীত, লোক-নৃত্য, লোক নাট্য ঃ** (ক) কামৰূপত কামৰূপীয় লোক-গীতি, ওজাপালি, ঢুলীয়া নৃত্য, খুলীয়া নৃত্য, ঢুলীয়া-খুলীয়া নৃত্যানুষ্ঠান, যাত্ৰাদল, পুতলা নাচ আদি বিশিষ্ট আৰু চমকপ্ৰদ অনুষ্ঠানৰ প্ৰচলন আছিল। পৰিশোধিত ৰূপত এতিয়াও এই অনুষ্ঠানবোৰ বৰ্ত্তি আছে। কামৰূপৰ নাগৰা নামেও এক নতুন ৰূপত ব্যাপ্তি লাভ কৰিছে। এইবোৰৰ ক্ষেত্ৰত আমি বহলাই আলোচনা নকৰো।

(খ) কিন্তু গোৱালপাৰা অঞ্চলৰ এক বিশেষ মনোমোহা আৰু অতি আকৰ্ষণীয় লোকগীতৰ সম্পদ হৈছে— *দেশী মান্‌সিৰ দেশী গান,* যাক আমি গোৱালপৰীয়া বা গোৱালপাৰীয়া লোকগীতি বুলি কওঁ। কথা আৰু সুৰেৰে মানুহক ই মোহগ্ৰস্ত কৰিব পাৰে। গৌৰীপুৰৰ বিখ্যাত জিয়ৰী 'হস্তীকন্যা' প্ৰতিমা পাণ্ডেৰ কণ্ঠৰ মায়াজালেৰে, *'ও মোৰ হায় হস্তীৰ কন্যাৰে', 'গদাধৰৰ পাৰে পাৰে ৰে'* আদি অজস্ৰ গোৱালপৰীয়া লোকগীতৰ সুৰৰ মধুৰে অসমৰ তথা ভাৰতৰ আকাশ-বতাহ সিক্ত কৰি তোলা এই গীতৰ সম্পদ অসমৰ বাবে অতীব গৌৰৱময় অমূল্য সম্পদ।

*দেশীগানৰ* আন এটি মাৰ্গীয় ধাৰা থাকিলেও ইয়াৰ লৌকিক ধাৰাটোৱেহে আমাৰ মাজত প্ৰাধান্য বিস্তাৰ কৰিছে। পল্লীগীতিৰ ৰূপত ই উত্তৰ বংগতো এটি ধাৰা হিচাপে প্ৰচলিত, কিন্তু সেইবুলি কোচ-ৰাজবংশী ভাষা যেনেকৈ বাংলা ভাষাৰ স্বৰূপ নহয়, *দেশীগীততো* সেইদৰে বাংলা

সঙ্গীতৰ প্ৰভাৱ নাই বুলি সঙ্গীতজ্ঞসকলে ভাবে।

(গ) সমগ্ৰ গোৱালপাৰাতে বিশেষকৈ দক্ষিণাংশৰ গোৱালপাৰাত *ভাৱী গান* আৰু *কুশান গান* লোক-সংস্কৃতিৰ অমূল্য সম্পদ। ই প্ৰাচীন সম্পদ। কামৰূপৰ দক্ষিণ অংশতো ইয়াৰ প্ৰচলন। ৰাভা, বিশেষকৈ পাতিৰাভাসকলৰ মাজতো আছে।

উভয় অনুষ্ঠানেই লোকগীতি-নাট্য ৰূপে প্ৰকাশমান। ৰামায়ণ আৰু মহাভাৰতৰ কথাৰ কাহিনীৰে ইয়াৰ অভিনয় আৰু গীতৰ প্ৰদৰ্শন হয়।

এফালে কামৰূপীয় লোক নাট্য— যাত্ৰা নাট আৰু আনফালে প্ৰসিদ্ধ ওজাপালি অনুষ্ঠান, এই দুটা অনুষ্ঠানৰ সদৃশধৰ্মী **কুশান গান** আৰু **ভাৱীগানৰ** প্ৰচলন সীমিত হৈ আহিব ধৰিছে। ইয়াৰ চৰ্চা আৰু প্ৰয়োগ ছিন্ন হ'ব নালাগে। মূল ওজা, দাইনা পালি আৰু পালিৰ দৰে কুশানগানত মৌল, পাইল্ বা পালি আছে। দোৱাৰিজন দাইনা পালি। দুটা দলত বিভক্ত **ভাৱীগানৰো** প্ৰায় তদ্ৰূপ ব্যৱস্থা। উভয়তে বাদ্য যন্ত্ৰৰ প্ৰয়োগ আছে। **ভাৱীগানত** মুখাৰ ব্যৱহাৰো আছে।

পশ্চিম অসমৰ লোক-সংস্কৃতিত মুখ্যভাৱে এনেভাৱে এনেবোৰ সম্পদেই এক নিৰ্দিষ্ট ৰূপত প্ৰকাশমান হৈ আছে যদিও আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ কিছু সম্পদ আছে, যাৰ আলোচনা অন্যস্থানত কৰাৰ অৱকাশ আছে।

**সাজপাৰ, আ-অলংকাৰ, হস্তশিল্প ঃ** আঞ্চলিক প্ৰকৃতি, পৰিৱেশ, জলবায়ু, ভৌগোলিক স্থিতি এইবোৰৰ ওপৰত নিৰ্ভৰশীল লোক-সমাজৰ সুকুমাৰ কলা আৰু শিল্পও স্থানীয়ভাৱে বৈচিত্ৰ্যপূৰ্ণ হৈ আছে। আনফালে বড়ো, ৰাভা, হিন্দু, মুছলমান সকলোৱে নিজ নিজ পৰিচয়ভিত্তিক সাজপাৰ আ-অলংকাৰ পৰিধান কৰিলেও সাধাৰণ ঐক্য প্ৰতিফলিত নোহোৱাকৈ নাথাকে।

তাঁতশাল, বাঁহবেত, কমাৰ, বাঢ়ৈ আদিৰ কৃতিৰ এটি স্থানীয় ৰূপ আছে। সাম্প্ৰতিক প্ৰতিযোগিতা আৰু বিশ্বায়ণৰ প্ৰভাৱত এইবোৰ সম্পদ বিলুপ্তিৰ পথত।

**পশ্চিম অসমৰ সাংস্কৃতিক ইতিহাসৰ গ্ৰন্থ-প্ৰণয়নৰ প্ৰয়োজনীয়তা ঃ** আমি জনাত গোৱালপৰীয়া আৰু কামৰূপৰ পশ্চিমাংশৰ এনে আঞ্চলিক বৈশিষ্ট্যৰ ভিত্তিত আৰু প্ৰবহমান প্ৰাচীন কামৰূপীয় লোক-সংস্কৃতিৰ

পটভূমিত ইয়াৰ সাংস্কৃতিক ইতিহাসৰ কোনো গ্ৰন্থ ৰচনা হোৱা নাই। আঞ্চলিক ইতিহাসৰ পূৰ্ণাঙ্গ চিত্ৰৰূপ প্ৰকাশৰ বাবে সাহিত্য আৰু লোক-সংস্কৃতিৰ গৱেষকসকলে এনে এখন গ্ৰন্থ ৰচনা কৰি অপূৰ্ব এই সম্পদসমূহৰ বিলুপ্তিৰ পৰা সংৰক্ষণ কৰাৰ স্বাৰ্থত অসমৰ সাংস্কৃতিক ভেটি মজবুত কৰি ৰখাৰ সময় পাৰ হ'ল। সমগ্ৰ অসমৰ পূৰ্ণাঙ্গ সংস্কৃতিৰ ইতিহাসো এই সময়লৈকে হৈ উঠা নাই।

লোক-সংস্কৃতিৰ ক্ষেত্ৰখন বৰ বহল। প্ৰত্নতত্ত্ব আৰু প্ৰাচীন ইতিহাসৰ চৰ্চা আৰু গৱেষণা যেনেকৈ কষ্টসাধ্য, তেনেকৈ লোক-সংস্কৃতিৰ চৰ্চাও কষ্টসাধ্য আৰু সময়সাপেক্ষ। নিষ্ঠা, একাগ্ৰতা আৰু জাতীয় প্ৰেমহে এই কৰ্মৰ মূল প্ৰেৰণা। তদুপৰি বিচাৰত বস্তুনিষ্ঠ দৃষ্টিভঙ্গীৰ প্ৰয়োজনীয়তাও বিদ্যমান। এনে প্ৰক্ৰিয়া আৰু ধাৰণাৰে অধিক চৰ্চা, গৱেষণা আৰু অনুশীলন হ'লে আমি অধিকভাৱে নতুন দিশত অগ্ৰসৰ হ'ব পাৰিম।

শেষত পুনৰ শ্ৰদ্ধা আৰু সেৱাৰে। চিৰ চেনেহী মোৰ ভাষা-জননী, জয়তু অসম সাহিত্য সভা, জয় আই অসম।❑

---

*২০০৭ খ্ৰী.ৰ মাৰ্চত অসম সাহিত্য সভাৰ ঊনসপ্ততিতম চাপৰ অধিৱেশনত অনুষ্ঠিত হোৱা বুৰঞ্জী সন্মিলনৰ সঞ্চালকৰূপে প্ৰদান কৰা সঞ্চালকৰ ভাষণৰ সম্পাদিত ৰূপ।*

# পথৰুঘাটৰ প্ৰথম প্ৰজা-প্ৰতিৰোধ

১. অবিভক্ত দৰং জিলাৰ (বৰ্ত্তমান দৰং জিলাৰ) এটি বিস্তীৰ্ণ অঞ্চল ঐতিহাসিক ভাবে প্ৰসিদ্ধ, নাম তাৰ সঘন-উদ্ধৃত পথৰুঘাট। উনবিংশ শতিকাৰ শেষ ভাগ আৰু কুৰি শতিকাৰ আগডোখৰত ই এটি তুলনামূলকভাবে স্থায়ী খেতি-বাতিৰ প্ৰধান অঞ্চল আছিল। বৃটিছৰ শাসনকালত উনবিংশ শতাব্দীতে ইয়াত খাজানা আদায়ৰ বাবে এটি তহ্চিল গঠন হৈছিল আৰু এটি ৰাজহ-চক্ৰ বা ৰাজহ-গ্ৰুপো প্ৰতিষ্ঠা হৈছিল। তেতিয়াৰ এই তহচিলতে তেজপুৰৰ বিখ্যাত ভৱানীচৰণ ভট্টচাৰ্য্যিই খ্ৰী. ১৮৯২ চন মানত আৰু তাৰ পাছত সুসাহিত্যিক বেণুধৰ ৰাজখোৱাই চৰকাৰৰ তহচিলদাৰৰূপে কাম কৰিছিল বুলি জনা যায়। *দেশ দৰঙৰ* পশ্চিমত আৰু চিনাকোনো মৌজাৰ তলেদি দক্ষিণলৈ বাঁসগৰাৰ উত্তৰলৈকে আৰু পূবে পথৰুঘাট গাঁৱৰ পূবলৈকে এই গ্ৰুপটো বিয়পি আছিল। ইয়াৰ ভিতৰত তেতিয়াৰ মৌজা অন্তৰ্ভুক্ত আছিল ৬ খন — দিপিলা, লোৰাকুছি, ৰাইনাকুছি, লোকৰাই, সোনাপুৰ আৰু হিন্দুঘোপা। ৰাজহ গাওঁ অন্তৰ্ভুক্ত আছিল ৯৪ খন আৰু মাটিকালি আছিল প্ৰায় ৯১ বৰ্গমাইল এলেকা। কেইখনমান গাওঁৰ বাহিৰে প্ৰায় গাওঁ তেতিয়া জৰিপভুক্ত স্থায়ী গাওঁ হৈ আছিল। এফালে নোনাই নদী আৰু আনফালে পশ্চিমলৈ বৰনদীৰ বানপানী আৰু খহনীয়াই উপদ্ৰৱ কৰি থাকিলেও স্থায়ী খেতিৰে অঞ্চলটো তেতিয়া উন্নত আৰু চহকী আছিল বুলিয়েই জনা যায়। খ্ৰী. ১৮৯৪ চন মানৰপৰা প্ৰলয়ংকাৰী কলাজ্বৰ আৰু খ্ৰী. ১৮৯৭ চনৰ বৰভুঁইকপে অৱশ্যে অঞ্চলটোক সেই কালত যথেষ্ট পীড়া দিছিল।

এই অঞ্চলটো বৃটিছ প্ৰশাসনৰ কালত অতিকৈ বিখ্যাত হৈ উঠিছিল

**১৮৯৪ খ্ৰী.ৰ প্ৰজা-বিদ্ৰোহৰ বাবে, যাক বৃটিছৰ বিৰুদ্ধে 'পথৰুঘাটৰ ৰণ' বুলি ঐতিহাসিকভাবে গণ্য কৰা হৈছে।** বৃটিছ চৰকাৰৰ বৰ্দ্ধিত খাজানাৰ বিৰোধ কৰি ইয়াৰ থলুৱা অসমীয়া হিন্দু আৰু মুছলমান কৃষকসকলে খাজানা নিদিওঁ বুলি প্ৰতিবাদ কৰি পথৰুঘাটত মিলিত হৈছিল আৰু হিংসাত্মক কাৰ্য্যৰে উপায়ুক্ত আৰু আৰক্ষী অধীক্ষক আদি বিষয়াক ঘেৰাও কৰিছিল। প্ৰশাসনে গুলি-চালনাৰে প্ৰত্যুত্তৰ দি বহুলোকক হত্যা কৰি আৰু ঘাইল কৰি খ্ৰী. ১৮৯৪ৰ এই প্ৰজা-বিদ্ৰোহ দমন কৰাৰ কথা সকলোৱে জানে। আধুনিক ইতিহাসত এই বিদ্ৰোহ লিপিৱদ্ধ হোৱাৰ উপৰি আধুনিক সাহিত্য, নাটক আৰু লোক-কাব্যত এই বিদ্ৰোহৰ প্ৰকাশ ঘটিছে।

কিন্তু, এটা কথা এতিয়াও সম্পূৰ্ণকৈ প্ৰকাশ হোৱা নাই। সেইটো হৈছে যে খ্ৰী. ১৮৯৪ৰ এই বিদ্ৰোহৰ ২৫ বছৰ আগতেই ১৮৬৮-৬৯ খ্ৰী.ত সম্পূৰ্ণ একে বিষয় আৰু একে ঘটনাৰে এই পথৰুঘাটতে এটি প্ৰজা-বিদ্ৰোহ হৈছিল। **প্ৰকৃততে খ্ৰী. ১৮৯৪ৰ ঘটনা খ্ৰী. ১৮৬৮-৬৯ৰ বিদ্ৰোহৰেই তীব্ৰ ৰূপান্তৰ।**

২. ইয়াণ্ডাবু-সন্ধিৰ পাছত অসমৰ অধিকৃত অঞ্চলসমূহক প্ৰশাসনীয় কাৰ্য্যৰ বাবে আৰম্ভণিতে উত্তৰপূৱ ৰংপুৰ আৰু গোৱালপাৰাকে ধৰি ৫ টা মণ্ডলত (Division) বিভক্ত কৰি বৃটিছ চৰকাৰে গবৰ্ণৰ জেনেৰেলৰ এজেন্ট আৰু আয়ুক্তৰূপে এগৰাকী শাসনকৰ্তাৰ অধীনত ৰাখিছিল। কিন্তু কেইবছৰমানৰ ভিতৰতে অৰ্থাৎ ১৮৩৩-৩৪ চনৰ ভিতৰত পুৰণি মণ্ডলসমূহৰ পুনৰ বিভাজন কৰি অসমৰ বৃটিছাধীন এলেকাসমূহক চাৰিখন জিলাত গঠিত কৰে— গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাওঁ জিলা। খ্ৰী. ১৮৩৯ৰ ভিতৰত আৰু দুখন জিলা শিৱসাগৰ আৰু লক্ষীমপুৰ গঠন হৈ বৃটিছাধীন হয়।

খ্ৰী. ১৮৩৩ ত মঙ্গলদা নদীৰ পাৰত অবিভক্ত দৰংজিলাৰ প্ৰথম সদৰ ঠাই পতা হয়। কিন্তু দুবছৰৰ ভিতৰতে খ্ৰী. ১৮৩৫ ত মঙ্গলদৈ ঠাইখন চাহাবসকলৰ বাবে স্বাস্থ্যোপযোগী নোহোৱা বুলি আৰু অঞ্চলটো সততে কলাজ্বৰৰ দ্বাৰা আক্ৰান্ত বুলি ভাবি তেজপুৰলৈ সদৰ স্থান তুলি নিয়া হয়।

কিন্তু মহকুমাৰূপে মঙ্গলদৈক ৰাখি মহকুমাৰ সদৰ হিছাপে এই মঙ্গলদৈক ৰখা হয়। গুৱাহাটীৰপৰা সদৰ স্থানৰ পৰিৱৰ্তন সম্পৰ্কে পৰশুৰাম দ্বিজৰ ভাঙনি গ্ৰন্থ *'ধৰ্মপুৰাণ'*ত এনেদৰে আছে ঃ

দৰঙৰ এক দেশ লোহিত কাখৰ।।
মঙ্গলদা নামে নদী তাহাৰ পূৰ্বত।
সিটো স্থান ৰাজধানী হৈল কাল মত।।
*বেদ বাণ মুনি ইন্দু* শকাব্দে অৱৰ।
কাৰ্ত্তিক মাসত ইটো দেশ খণ্ডকৰ।।
প্ৰাগজ্যোতিষপুৰৰ সম্পৰ্ক ছাৰি এথা।
সৱে ৰাজকাৰ্য্য ভিন্ন ভৈলা প্ৰজা ঘৰ।। — ইত্যাদি।

[*'তেজপুৰ নাম ইটো নগৰ বিশেষ'* গ্ৰন্থৰ পৰা উদ্ধৃত]

'বেদ বাণ মুনি ইন্দু' শক মানে ১৭৫৪ শক অৰ্থাৎ খ্ৰী. ১৮৩২ চনত মঙ্গলদৈলৈ ৰাজধানী আহে আৰু পাছত তাৰপৰা তেজপুৰলৈ অনা হয়।

পৰশুৰাম দ্বিজ গুৱাহাটীৰ সভানন্দ নামৰ এগৰাকী ব্ৰাহ্মণৰ তৃতীয় পুত্ৰ আছিল। প্ৰায় খ্ৰী. ১৮৩২ত সদৰামীন চন্দ্ৰসেন কাকতী ভাণ্ডাৰৰ পৃষ্ঠপোষকতাত পৰশুৰাম দ্বিজই সংস্কৃতৰ এই পুৰাণখন অসমীয়ালৈ ভাঙিছিল। চন্দ্ৰসেন ভাণ্ডাৰ কাকতী এই ৰাজধানী পৰিৱৰ্তনৰ লগে লগে প্ৰথমে মঙ্গলদৈলৈ আৰু তাৰপাছত তেজপুৰলৈ আহে। লগতে পৰশুৰাম দ্বিজও আহে।

আৰম্ভণিতে মঙ্গলদৈ মহকুমাৰ সীমা তিনিটা প্ৰাকৃতিক বিভাজনৰ দ্বাৰা চিহ্নিত হৈছিল। দক্ষিণ-পশ্চিমত *দেশ দৰং*, তাৰ উত্তৰত *দেশ চাটগিৰি* আৰু পাহাৰৰ নামনিত কছাৰীদুৱাৰ কেইখন আৰু পূবে পাচনৈ।

কালৰ বিস্ময়কৰ সংযোগ এই যে খ্ৰী. ১৮৩৩ ৰ সম্পূৰ্ণ ১৫০ বছৰ পাছত খ্ৰী. ১৯৮৩ ৰ জুন-আগষ্টৰ ভিতৰত মঙ্গলদৈ মহকুমাক বিভক্ত দৰং জিলা বুলি ৰাজ্যচৰকাৰে চৰকাৰী বিজ্ঞপ্তি প্ৰকাশ কৰি মঙ্গলদৈ নগৰকে পুনৰ এই জিলাৰ সদৰ ঠাইৰূপে ঘোষণা কৰে।

৩. **বৃটিছ** প্ৰশাসনে অসম অধিকাৰ কৰি আহোম ৰজাৰ প্ৰশাসনত চলি অহা পাইক, গোট, খেল আদিৰে সৃষ্টি কৰা প্ৰজাৰ ব্যক্তিগত সেৱাৰ আৰু ঘৰ-বস্তীৰ বাবে প্ৰদত্ত কৰৰ ব্যৱস্থাৰ বিলোপ সাধন কৰি ভূমিৰ কৰ বা মাটিৰ খাজানা দিবলগীয়া ব্যৱস্থা খ্ৰী. ১৮৩৩ চনত প্ৰৱৰ্ত্তন কৰে। কিন্তু অঞ্চলে অঞ্চলে তেতিয়া 'ভূমি কৰ' পৃথক হৈ আছিল। প্ৰথমে পাইকসকলৰ বাবে সৰ্বমুঠ ৩.০০ টকা কৰ ধাৰ্য্য কৰা হৈছিল। ১৮৪৫ খ্ৰী. মানলৈ এনে ব্যৱস্থা চলিছিল। কিন্তু তাৰ পাছত লাহে লাহে মাটিৰ শ্ৰেণী বিভাগ কৰি — **বস্তি, ৰূপিত** আৰু **ফৰিঙতি** — এই তিনিটা শ্ৰেণীৰ বাবে প্ৰজাৰপৰা খাজানা লোৱা ব্যৱস্থা প্ৰচলন কৰা হ'ল। ১৮৬৫ খ্ৰী.ত খাজনাৰ নিৰিখ এনে আছিল ঃ

ৰূপিত মাটি ঃ বিঘাত ৬ অনা।

বস্তি আৰু ফৰিঙতি ঃ বিঘাত ৪ $\frac{১}{২}$ অনা।

সমগ্ৰ ৰাজ্যতে এনে নিৰিখেই চালু আছিল।

ইতিমধ্যে মাটিৰ প্ৰকৃত আৰু যুক্তিপূৰ্ণভাৱে শ্ৰেণী নিৰ্দ্ধাৰণ কৰি এটি যুক্তি মূলক ৰাজহ-কৰ ব্যৱস্থা প্ৰৱৰ্ত্তনৰ বাবে ৰাজ্যচৰকাৰৰ আয়ুক্তই উৰ্দ্ধতৰ কৰ্ত্তৃপক্ষৰ সৈতে বিভিন্ন প্ৰস্তাৱ-পৰামৰ্শ আদিৰে যোগাযোগ চলাই থকা সংবাদ ভূমি-ৰাজহ ইতিহাসৰ পাতত আছে।

৪. খ্ৰী. ১৮৬১ত জেনেৰেল জেন্‌কিন্‌ছৰ পাছত কৰ্ণেল হেন্‌ৰি হপকিন্‌চন্ অসমৰ বাবে আয়ুক্ত নিযুক্ত হৈছিল। খ্ৰী. ১৮৭৪ চনলৈ তেওঁ এই পদত অধিস্থিত থাকি অসমৰ মাটি-পত্তনৰ ক্ষেত্ৰত আৰু খাজানা-নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত বিশেষভাবে গুৰুত্বপুৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। তেওঁৰ মতে এই খাজানা মাটিৰ দাবী আৰু গুৰুত্ব অনুযায়ী যথেষ্ট কম আছিল আৰু শ্ৰেণী-বিভাজন সমন্বিত ৰূপত বিবেচনা নোহোৱাত সঠিক বা শুদ্ধ নাছিল। সেয়ে তেওঁ অসমৰ ৫ খন জিলাত মাটিৰ খাজনা এক সুসংহত শ্ৰেণী-নিৰ্দ্ধাৰণৰ আধাৰত নিৰ্ণয় কৰি খাজানাৰ নিৰিখ ঠিক কৰিবলৈ মাটি বন্দৱস্তীৰ প্ৰক্ৰিয়া আৰম্ভ কৰে। উল্লেখনীয় যে তেতিয়ালৈ অৱশ্যে মাটি বন্দবস্তীৰ বাবে খ্ৰী. ১৮৭০ৰ বন্দৱস্তী নিয়ম (Settlement Rules of

1870) ৰ দৰে কোনো চৰকাৰী নীতি বা বিধি (Policy)-ৰ সৃষ্টি হৈ উঠা নাছিল। হপকিন্‌চন্ চাহাবে প্ৰতি জিলাতে মাটিৰ শ্ৰেণী অনুসৰি একেটা খাজানাৰ নিৰিখতে পূৰ্বতকৈ দুগুণ হিচাবে ধাৰ্য্য কৰাটো বিচাৰিছিল আৰু পূৰ্বৰ দুটা নিৰিখতকৈ তিনিওটা শ্ৰেণীৰ বাবেই তিনিওটা নিৰিখ বিচাৰিছিল আৰু সেই মৰ্মে তেতিয়াৰ বঙ্গৰ লেফ্‌টিনাণ্ট্ গবৰ্ণৰ চাৰ চিচিল বিডনলৈ প্ৰস্তাৱ প্ৰেৰণ কৰিছিল। হপকিন্‌চনৰ বন্দৱস্তী-প্ৰক্ৰিয়া মতে **বস্তি শ্ৰেণীৰ মাটিত বিঘা প্ৰতি ১.০০ টকা, ৰূপিত শ্ৰেণীৰ মাটিত বিঘা প্ৰতি দহ অনা আৰু ফৰিঙতি শ্ৰেণীৰ বাবে বিঘা প্ৰতি আঠ অনা ধাৰ্য্য কৰা হয়।** লেফ্‌টিনান্ট্ গৱৰ্ণৰে ৰাজহ বোৰ্ডৰ সৈতে আলোচনা কৰি আয়ুক্তৰ এই খাজানা বৃদ্ধিৰ প্ৰস্তাৱত অনুমোদন জনায়।

তেজপুৰ সদৰৰ বাবে এই ব্যৱস্থাত বস্তি, বেপৰুৱা আৰু ৰূপিত মাটিত বিঘাত দুটকা খাজনা ধাৰ্য্য কৰা হৈছিল।

৫. খ্ৰী. ১৮৬৫ত দৰং জিলাৰ সৰ্বমুঠ খাজানা আছিল ১,৯৪,৮৪৬.০০ টকা। হপকিন্‌চন্ চাহাবৰ বন্দৱস্তীৰ কাম শেষ হোৱাত ১৮৬৮-৬৯ চনত দৰং জিলাত খাজানা হয় সৰ্বমুঠ ৩,৫৭,৭৬৮.০০ টকা। বৃদ্ধি হয় ৮৩.৬২ শতাংশ।

উল্লেখ কৰিবলগীয়া যে ১৮৬৫ত পূৰ্বে উল্লেখ কৰি অহা নিৰিখমতে খাজানা নিৰ্ণয় হোৱাৰ পাছতেই ৩ বছৰৰ পাছত খাজানাৰ এনে বৃদ্ধি সকলো ৰাইজৰ বাবেই অসন্তোষৰ কাৰণ হৈছিল।

তেতিয়াৰ দৰং জিলাৰ খাজানা-বৃদ্ধিৰ উল্লেখিত এই পৰিসংখ্যা প্ৰাপ্ত হলেও পথৰুঘাট গ্ৰুপৰ খাজানা খ্ৰী. ১৮৬৮-৬৯ত প্ৰকৃততে কিমান বৃদ্ধি হৈছিল সেই তথ্য এই লেখকে পাব পৰা নাই। কিন্তু ইয়াৰ পাছত খ্ৰী. ১৮৯৩-৯৪ চনত পুনৰ যি বন্দবস্তীৰ কাম আৰম্ভ হৈছিল সেই সময়ত বন্দৱস্তীৰ আগত পথৰুঘাটৰ চক্ৰত কিমান ৰাজহৰ পৰিমাণ আছিল, তাৰ এটা পৰিসংখ্যা খ্ৰী. ১৯০৬-০৯ ৰ পুনৰ বন্দবস্তী গ্ৰুপ প্ৰতিবেদনত উল্লেখ আছে। খ্ৰী. ১৮৯৪ৰ নতুন খাজানা নিৰ্দ্ধাৰণ হোৱাৰ আগতে খ্ৰী. ১৮৯৩ত পথৰুঘাট চক্ৰৰ খাজানা আছিল এনে ধৰণৰ ঃ

**খাজানা ঃ পথৰুঘাট চক্ৰ**

| মৌজা | ১৮৯৩ খ্ৰী. | ১৮৯৪ খ্ৰী. (বন্দৰস্তীকালত ধাৰ্য্য) |
|---|---|---|
| সোণাপুৰ | ১১৮৭২.০০ টকা | ১৫৮৪৪.০০ টকা |
| হিন্দুঘোপা | ১১৯৪৩.০০ টকা | ১৮৯১০.০০ টকা |
| ৰাইনাকুছি | ৬৩০০.০০ টকা | ৯৯৮৬.০০ টকা |
| লোকৰাই | ৭০১৫.০০ টকা | ১১০৮১.০০ টকা |
| দিপিলা | ১২৬৮৮.০০ টকা | ১৮৩০৫.০০ টকা |
| লোৰাকুছি | ৬৮৬১.০০ টকা | ৯৯০৬.০০ টকা |
| মুঠ ঃ | ৫৬৬৭৯.০০ টকা | ৮৪০৩২.০০ টকা |

খাজানা বৃদ্ধিৰ শতাংশ হৈছিল ৪৮।

কিন্তু খ্ৰী. ১৮৯৩ত দেখুৱা এই পৰিসংখ্যাই কম-বেছি পৰিমাণে পথৰুঘাট গ্ৰুপৰ ১৮৬৮-৬৯ৰ বৰ্দ্ধিত খাজানা হব পাৰে। কাৰণ ইয়াৰ মাজত খাজানাৰ নিৰিখ আৰু মাটিৰ শ্ৰেণীৰ কোনো নতুন পৰিবৰ্ত্তন বা বিভাজন হোৱা নাছিল। কিন্তু, ১৮৮৩ত চৰকাৰে নতুন দহচনীয়া বন্দৰস্তী নিয়ম [Decennial Settlement Rules, 1883] প্ৰৱৰ্ত্তন কৰি ৰায়তক দীৰ্ঘদিনীয়া পট্টা দিয়াৰ নিয়ম প্ৰৱৰ্ত্তন কৰিছিল। ইতিমধ্যে এই সময়তে মাটিসমূহৰ জৰীপ কৰাৰ বাবে ব্যৱসায়িক দলৰো সৃষ্টি কৰিছিল। তাৰ ফলত মেপ আৰু ভূমিলেখ্য শুদ্ধ ৰূপত প্ৰস্তুত হৈছিল। মাটিৰ দখলীকৃত এলেকা, শ্ৰেণী আদিৰ জোখ শুদ্ধভাবে তাত প্ৰতিফলিত হৈছিল। মাটিৰ পট্টাৰ ম্যাদ ২০ বছৰৰ বাবে কৰা হৈছিল। ইয়াৰ ফলত খাজানাৰ নিৰিখৰ পৰিৱৰ্ত্তন নহলেও শুদ্ধ শ্ৰেণীকৰণ হৈ মাটিৰ জৰীপ হোৱাত খ্ৰী. ১৮৮৩ৰ পাছত খাজানা পুনৰ সাধাৰণভাবে কিছু পৰিমাণে বৰ্দ্ধিত হৈছিল। **ইয়াৰ পাছতে ১৮৮৬ খ্ৰী.ত অসম ভূমি আৰু ৰাজহ বিধিৰ প্ৰণয়ন হৈছিল আৰু তাত মাটিবন্দৱস্তী প্ৰদান আৰু খাজানা ধাৰ্য্যকৰণৰো এক সুনিৰ্দিষ্ট নিয়ম-প্ৰণালী অন্তৰ্ভুক্ত হৈছিল।** মঙ্গলদৈ মহকুমাত দহচনীয়া বন্দৱস্তী নিয়মমতে কাম আৰম্ভ কৰাত বিলম্ব হৈছিল আৰু সেয়ে খ্ৰী. ১৮৯৩ খ্ৰী.লৈ খ্ৰী. ১৮৬৯ খ্ৰী.ৰ নিৰ্দ্ধাৰিত খাজনাই চলি থাকিব পাৰে। ইতিমধ্যে জৰীপ কৰা গাওঁসমূহৰ ওপৰত ভিত্তি কৰি খ্ৰী.১৮৯৩ খ্ৰী.ত পুনৰ খাজানাৰ নিৰিখ

পৰিৱৰ্ত্তন কৰি আৰু নিৰ্দ্ধাৰিত মাটিৰ শ্ৰেণীৰ ৪ টা উপভাগ কৰি পুনৰ খাজানা বৃদ্ধি কৰাৰ ব্যৱস্থা চৰকাৰে হাতত ললে। খাজনাৰ নিৰিখ বিঘাপ্ৰতি এনে কৰা হলঃ

| | বস্তি | ৰূপিত | ফৰিঙতি |
|---|---|---|---|
| প্ৰথম শ্ৰেণী | ১ টকা ৬ অনা | ১ টকা | বাৰ অনা |
| দ্বিতীয় শ্ৰেণী | ১ টকা ৪ অনা | ১৪ অনা | দহ অনা |
| তৃতীয় শ্ৰেণী | ১ টকা ২ অনা | বাৰ অনা | ন অনা |
| চতুৰ্থ শ্ৰেণী | ১ টকা | দহ অনা | আঠ অনা |

এইমতেই ১৮৯৪ খ্ৰী.ত ১৮৬৮-৬৯ খ্ৰী.ৰ পাছত মাটিৰ শ্ৰেণী আৰু খাজনা পৰিৱৰ্ত্তন কৰি চৰকাৰী ৰাজহ বৃদ্ধিৰ প্ৰস্তাৱ লোৱা হৈছিল। এই ৰাঁজহ বৃদ্ধিৰ চৰকাৰী ব্যৱস্থা আৰু তাৰ ফলত সম্ভাব্য প্ৰজা-নিৰ্য্যাতনৰ আশংকা হোৱাত সমগ্ৰ অসমতে প্ৰজাৰ অসন্তোষ হৈছিল। **১৮৯৪ খ্ৰী.ৰ পথৰুঘাটত হোৱা বিখ্যাত প্ৰজা-বিদ্ৰোহৰ উদ্ভৱ হৈছিল এইবাৰেই।** এই বিদ্ৰোহৰ প্ৰভাৱ, প্ৰতিক্ৰিয়া আৰু প্ৰচাৰ যথেষ্টভাবে বিয়পিছিল। বিতং ঐতিহাসিক বিৱৰণো বহুপৰিমাণে উদ্ধাৰ হৈছে।

৬. কিন্তু এই প্ৰবন্ধৰ প্ৰধান উল্লেখ্য বিষয় এইটোৱেই যে ১৮৯৪ খ্ৰী.ৰ এই প্ৰজা-বিদ্ৰোহৰ বীজ প্ৰকৃততে বপন হৈছিল ১৮৬৮ খ্ৰী.তেই আৰু এই পথৰুঘাটতে। আমাৰ ধাৰণাত এইয়েই বৃটিছ প্ৰশাসনৰ বিৰুদ্ধে প্ৰথম কৃষক বিদ্ৰোহ বা প্ৰজা বিদ্ৰোহ। **১৮৬৮-৬৯ খ্ৰী.ৰ এই বিদ্ৰোহ সম্পৰ্কে আমাৰ ইতিহাসত বিতং তথ্য এই পৰ্য্যন্ত উল্লেখ হোৱা নাই।** ড° হেৰম্বকান্ত বৰপূজাৰী সম্পাদিত *Comprehensive History of Assam Vol. V.* গ্ৰন্থত এই বিষয়ে নাম মাত্ৰ ইংগিতহে দিয়া হৈছে। কিন্তু ১৯০৫-০৯ খ্ৰী.ৰ দৰং জিলাৰ বন্দবস্তী প্ৰাধিকাৰী জে. মেক্‌চুইনি আই. চি. এচ. চাহাবে সেইসময়ৰ পথৰুঘাট গ্ৰুপৰ প্ৰতিবেদনত আৰু অসম চৰকাৰে ১৯৭৭ খ্ৰী.ত প্ৰকাশ কৰা *Political History of Assam,* Vol-I ত এই প্ৰসঙ্গৰ উল্লেখ হৈছে। উল্লেখিত এই বুৰঞ্জী গ্ৰন্থখনত উল্লেখ এনেঃ

The ryots of Patharughat in the Mangaldoi Sub-division were the first to react against the enhancement of revenues on

land. The aggrieved, both Hindus and Mussalmans, met in their 'mels' and protested against the new measures. Anticipating troubles, colonel A.C. Comber, Deputy Commissioner of Darrang, accompanied by the Superintendent of police, arrived at Patharughat, and on that very night the party was besieged by a huge crowd; but nothing untoward happened, since neither side took the offensive.

From early 1869, 'mels' were frequently held at Gobındapur, Hadira, and Bajali in the north of the district of Kamrup." [পৃ. ৯৫]

লেফ. এ চি, কম্বৰ ১৮৬৮ খ্ৰী.ত দৰঙৰ উপায়ুক্ত আছিল।

খ্ৰী. ১৮৬৫ খ্ৰী.ত অসমত মাটিৰ খাজানাৰ নিৰিখ নতুনকৈ নিৰ্দ্ধাৰণ কৰাৰ পাছতেই ১৮৬৮-৬৯ খ্ৰী.ত পুনৰ আয়ুক্ত হপকিন্‌চন্ চাহাবে খাজানাৰ নিৰিখ উৰ্দ্ধমুখী কৰাৰ কথা কৈ অহা হৈছে। ইয়াৰ ফলত সমগ্ৰ অসমতে বিশেষকৈ নামনি অসমত খেতিয়ক-প্ৰজাৰ মাজত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি হল। বৃটিছ্ প্ৰশাসনৰ আৰম্ভণিৰ এই কালত সাধাৰণ প্ৰজাৰ কোনো বিশেষ উন্নতি হোৱা নাছিল। চাহ-বাগান আদিৰ সম্প্ৰসাৰণো নামনি অসমত নাছিল। অৰ্থনৈতিকভাবে সবল হবলৈ কোনো বেহাবেপাৰ নাছিল। আনকি বৃটিছ্ প্ৰশাসকসকলেও এই কথা স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। আনন্দৰাম ঢেকিয়ালফুকন (১৮২৯-৫৯ খ্ৰীঃ) আদিৰ দৰে অসমীয়া বিষয়া আৰু নেতৃবৃন্দইও তাৎকালিকভাবে অসমৰ প্ৰজাৰ ওপৰত খাজানা বৃদ্ধিৰ প্ৰস্তাৱত বিৰোধিতা প্ৰকাশ কৰিছিল।

"The former government never exceeded the standard of assessment laid down by the ancient Hindu legislators, viz, one sixth of the produce of land. The present rate of taxation in some of the poorest classes of **rupit** lands is nearly equal in value to one half of their produce.... that a **poorah** of high **rupit**

land yielding twenty or fifteen maunds of rice valued at Rs. 2 to Rs 3. is loaded with a tax of one rupee and four annas. *(Observations on the Administration of Province of Assam"* – পৃ. ৭৩)" আনন্দৰাম ঢেকিয়াল ফুকন ডাঙৰীয়াই তেতিয়া অসমীয়া কৃষকে পুৰাত কুৰিমোণ বা পোন্ধৰমোণ অৰ্থাৎ বিঘাত ৪/৫ মোন ধান উৎপাদন কৰা কৃষিৰ অৱস্থা দেখুৱাই তাৰ টকাৰ মূল্য প্ৰতি বিঘা মাটিৰ ধানৰ উৎপাদনত যে ১.০০ টকাও নহয়গৈ সেই কথাটো দেখুৱাই এই খাজানা যে কৃষকৰ বোজাস্বৰূপ হৈ উঠিব তেওঁ সেইবাবে তীব্ৰ প্ৰতিবাদ জনাইছিল।

কৃষকে এই খাজনাৰপৰা হাত সাৰিবলৈ দখলৰ আৰু পট্টাৰ মাটি ইস্তফা (Relinquisment) দিবলগীয়া হৈছিল। এক সমীক্ষাৰ পৰা জনা যায় যে মঙ্গলদৈ মহকুমাৰ ৭০ হাজাৰ কৃষিভূমি গোটৰ (holdings) ভিতৰত ১৬ হাজাৰ গোট ইস্তফাত গৈছিল। কিন্তু কোনো ইস্তফাৰ মাটি যাতে অন্য সুবিধাবাদীৰ হাতলৈ নাযায় আৰু চৰকাৰে ৰাজহৰ হাৰ সংশোধন কৰি ৰাইজৰ দাবী মানি ললে ইস্তফা দিয়া মাটি যাতে পুনৰ ঘূৰাই পায়, সেইবিষয়ত কৃষকসকল একগোট হৈছিল। **পথৰুঘাট গ্ৰুপতে প্ৰথমে হিন্দু-মুচলিম সকলো লোকে এই খাজানা নিদিবলৈ স্থিৰ কৰিছিল আৰু 'ৰাইজমেল' আহ্বান কৰিছিল। ইয়াৰ পাছতহে ক্ৰমে খ্ৰী. ১৮৬৯ খ্ৰী.ৰ ভিতৰতে কামৰূপৰ গোবিন্দপুৰ, হাদিৰা, বজালী আদি অঞ্চলত সদৃশ 'ৰাইজমেল'ৰ আৰম্ভ হৈছিল।**

৭. পথৰুঘাটত বৰ্দ্ধিত খাজানাৰ বিৰুদ্ধে সেই অঞ্চলৰ সকলো লোক গোট খালে। হিন্দু-মুচলিম উভয়ে গোষ্ঠীয়েই তাত খেতিয়ক আছিল। চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰি সশস্ত্ৰ সংঘৰ্ষৰ বাবে তাত তেওঁলোক প্ৰস্তুত হৈছিল। এই খবৰ পাই ততাতৈয়াকৈ জিলাৰ উপায়ুক্ত এ চি কুম্বাৰ আৰু আৰক্ষী অধীক্ষক লৰি আহিছিল। তেওঁলোকক প্ৰজাই ঘেৰাও কৰিছিল আৰু আক্ৰমণ কৰিছিল। কিন্তু সৌভাগ্যবশতঃ পৰৱৰ্ত্তী পৰ্য্যায়ৰ খ্ৰী. ১৮৯৪ খ্ৰী.ৰ পথৰুঘাট ৰণৰ দৰে গুলিচালনা হোৱা নাছিল আৰু কোনো মানুহ নিহত হোৱা নাছিল।

এয়ে আছিল পথৰুঘাটৰ প্ৰথম প্ৰজা-বিদ্ৰোহ বা কৃষক-বিদ্ৰোহ। ১৮৯৪ খ্ৰী.ৰ ঘটনাৰ আগতেই ঠিক সদৃশভাৱে এই বিদ্ৰোহৰ সূচনা হৈছিল। খ্ৰী. ১৯০৫-১৯০৯ খ্ৰী.ৰ দৰং জিলাৰ পুনৰ বন্দৱস্তী কালত সেই সময়ৰ বৃটিছ্ প্ৰশাসনীয় বিষয়া বন্দৱস্তী প্ৰাধিকাৰী জে. মেক্‌চুইনি (J. Mc.Swiney, Esq.) আই চি এছ ডাঙৰীয়াই সেই বন্দৱস্তীৰ *পথৰুঘাট গ্ৰুপ প্ৰতিবেদনত* পূৰ্বৰ ৰাজহৰ ইতিহাসৰ উল্লেখ কৰোতে এই বিদ্ৰোহৰ কথা কেইশাৰীমান বাক্যতে লিখি থৈ যোৱা সংবাদখিনি ঐতিহাসিকভাৱে অত্যন্ত গুৰুত্বপূৰ্ণ আৰু এই বিষয়ৰ গৱেষণাৰ বাবে মূল্যৱান সম্পদ।

"There were riots at Patharughat in this group at the introduction of this settelement, and the Deputy Commissioner and District Superintendent of Police were attacked by indignant villagers. A repetition of this tendency to violence occured at the same place in 1893, when the district was again resettled with the other districts, with very disastrous results to the people, a number of whom were shot down by police : in both the cases local Muhammadans were the leaders and principal participants." [*Assessment Report of the Patharughat Group (Darrang District)* by J. McSwiney, Esq, I. C. S., Settlement Officer, 1907; পৃ ৩]

বৃটিছ্ প্ৰশাসনৰ বিৰুদ্ধে ১৮৬৮ খ্ৰী.ৰ এই প্ৰথম প্ৰজা-বিদ্ৰোহৰ বিষয়ে বিতং তথ্য পোহৰলৈ আহিব লাগে।

**বিশেষ টোকা ঃ 'পথৰুঘাট' নে 'পাথৰিঘাট' (পথৰিঘাট)?**

খ্ৰী. ১৯০৩-১৯০৭ চনলৈকে চৰকাৰৰ ৰাজহ নথি, গ্ৰুপ প্ৰতিবেদন, মেপ আদি সকলো নথিতে এই গ্ৰুপ বা তহচিলৰ নাম 'পথৰুঘাট' বুলি উল্লেখ আছে আৰু তাৰ পাছতো দেখা যায় যে ১৯২৭-৩৩ খ্ৰী.ৰ ৰাজহ নথি, প্ৰতিবেদন আদিতো এই নাম ব্যৱহাৰ হৈছে। কিন্তু তাৰ পাছৰপৰা পাথৰিঘাট ( বা পথৰিঘাট) বুলিহে ব্যৱহাৰ হোৱা দেখা যায়। বৰ্তমানৰ ৰাজহ চক্ৰৰ নাম, চৰকাৰি নথি আদিতো পাথৰিঘাট (পথৰিঘাট) লিখা হৈ আছে। কিন্তু অসমৰ *Political History of Assam, Comprehensive History of Assam* আৰু *Landmarks of*

*the Freedom Struggle in Assam* আদি ইতিহাসৰ গ্ৰন্থত আৰু সাহিত্যত 'পথৰুঘাট' নামটোহে প্ৰচলিত আৰু ব্যৱহৃত হৈ আহিছে।

[অঞ্চলটোৰ ঐতিহাসিক পৰিচয়ৰ পটভূমিত 'পথৰুঘাট' নামটোহে চৰকাৰী নথিত পুনৰ ব্যৱহাৰ হ'ব লাগে। — লেখক]

**তেতিয়াৰ গ্ৰুপসমূহ ঃ**

(১) কলিংগ দুৱাৰ

(২) কলাইগাওঁ

(৩) পথৰুঘাট (পথৰিঘাট)

(৪) চাপৰি

(৫) হাউলিমোহনপুৰ

(৬) কুৰিয়াপাৰ দুৱাৰ

(৭) পাচনৈ (অৰ্দ্ধাংশ) [বৰ্ত্তমান দলগাওঁ]।❑

---

**প্ৰসংগ গ্ৰন্থ ঃ**

১. The Assam Land Revenue Manual, 8th Edition ed. by J. N. Das, 1967.

২. Revenue Administration in Assam ed. by D. K. Gangopadhyay I. A. S., Govt. of Assam, 1990.

৩. Assessment Report of the Patharughat Group of Darrang District by J. McSwiney, Esq. I. C. S., Settelment Officer, Shillong, Eastern Bengal and Assam Secretarct Press, 1907.

৪. Final Report On the Land Revenue Settlement of Darrang District during 1927-1933 by Raibahadur Debendra Kumar Mukherjee, Shillong, Assam Government, 1933.

৫. The Comprehensive History of Assam, vol. V. ed. H. K. Barpujari, Publication Board, 1993.

৬. Political History of Assam, Vol 1, ed. by H. K. Barpujari, Govt. of Assam, Dispur, 1977.

৭. *'তেজপুৰ নাম ইটো নগৰ বিশেষ'*, ঐতিহাসিক গ্ৰন্থ ঃ কনক চন্দ্ৰ শৰ্মা, গুৱাহাটী, ২০০১.

৮. Ananda Ram Dhekial Phukan : Plea for Assam and Assamese (ed. by Dr. Maheswar Neog) Asam Sahitya Sabha, 1977

---

এই ৰচনাৰ সম্পাদিত ৰূপ পূৰ্বতে প্ৰকাশ হৈছিল এনেদৰে ঃ

(১) ২০০৫ চনৰ *'দৈনিক অসম'*ৰ কোনো এটা সংখ্যাত।

(২) ২০০৫ চনৰ মাৰ্চমাহৰ মাহেকীয়া *'বাৰ্ত্তাপখিলী'* সাহিত্যালোচনীত।

(৩) এটা দশকৰ নিৰ্বাচিত প্ৰবন্ধ ঃ *'বাৰ্ত্তাপখিলী'* (৬ জানুৱাৰী, ২০০৭), বিশাল প্ৰকাশন।

(৪) *উনবিংশ শতিকাৰ অসমৰ কৃষক বিদ্ৰোহঃ* প্ৰসংগ পথৰুঘাটৰ ৰণ ঃ নান্দনিক সাহিত্যচ'ৰা, পথৰুঘাট (জানুৱাৰী, ২০০৮)।

**পথৰুঘাট গ্ৰুপৰ (১৯২৭ খ্ৰী.) মেপ**





মঙ্গলদৈ মহকুমাৰ (১৯২৭-৩২ খ্রী.) মেপ

# চাৰিদুৱাৰৰ হস্তান্তৰিত অঞ্চল আৰু অবিভক্ত দৰং জিলা ঃ

## চামিলকৰণৰ ইতিহাস

১. উত্তৰপূৱ হিমালয়ৰ পাদদেশত বৰ্ত্তমান অৰুণাচল ৰাজ্যৰ অন্তৰ্ভুক্ত হোৱা সদিয়াৰ উত্তৰত দিহং আৰু চেছেৰি অঞ্চলৰ মাজত প্ৰধানকৈ আবৰসকল (বৰ্ত্তমানে *আদি* বুলি পৰিচিত), তেজপুৰৰ উত্তৰত ভৰলী নদী আৰু উত্তৰ লক্ষীমপুৰৰ উত্তৰত সোমদিৰি নৈৰ মাজত পাৰ্বত্য অঞ্চলত দফলাসকলে (বৰ্ত্তমানে *নিছি* বা *নিছাং* বুলি জনাজাত) আৰু তিব্বতৰ নিকটত টোৱাং পৰ্বত আৰু ভৰলী নদীৰ মাজৰ পাৰ্বত্য অঞ্চলত অঁকাসকলে (বৰ্ত্তমান Hrusso বুলি জনাজাত) আৰু অঁকাসকলৰ পশ্চিমত ভৰলী নদীলৈকে ভুটিয়াসকলে বসবাস কৰা এই সুদীৰ্ঘ অঞ্চল এসময়ত প্ৰাচীন কামৰূপৰ অন্তৰ্ভুক্ত আছিল। খ্ৰী. চতুৰ্দশ শতিকামানৰ ভিতৰতে, কোনো কোনোৰ মতে যোড়শ শতিকাত, ৰচিত *'যোগিনী তন্ত্ৰ'*ৰ সঘনে উক্ত হোৱা এই শ্লোকটোৰপৰাও এই অঞ্চল যে ভৌগোলিকভাৱে প্ৰাচীন অসমৰ ভিতৰতে কামৰূপৰ অন্তৰ্গত আছিল সেই কথা ধৰিব পাৰি।

*নেপালস্য কাঞ্চনাদ্ৰিং ব্ৰহ্মপুত্ৰস্য সঙ্গমম্।*
*কৰতোয়াং সমাৰোভ্য যাবৎ দিক্কৰবাসিনীম্*
*উত্তৰস্যাং কঞ্জগিৰিঃ কৰতোয়াতু পশ্চিমে।।*
*তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী পূৰ্বস্যাং গিৰিকন্যকে।*
*দক্ষিণে ব্ৰহ্মপুত্ৰস্য লাক্ষায়াঃ সঙ্গমাৱধি।*
*কামৰূপ ইতিখ্যাতঃ সৰ্বশাস্ত্ৰেসু নিশ্চিতঃ।।* [১১.১৬.১৮]

২. স্বৰ্গীয় কনকলাল বৰুৱাই চাৰিদুৱাৰ সম্পৰ্কে তেওঁৰ বুৰঞ্জীত লেখিছিল যে মুছলিম সেনাপতি মঃ বিন্ বক্তিয়াৰ খিলিজিয়ে অসম

আক্ৰমণ কৰিবলৈ আহি সম্ভৱতঃ চাৰিদুৱাৰলৈকে আগবাঢ়ি আহিছিল। কিন্তু ১২০৬ খ্ৰী.ত অভিযান ব্যৰ্থ হোৱাত শীঘ্ৰে ওভতি গৈছিল। [ *কানাই বৰশী বোৱা শিলালিপি* প্ৰসংগৰ আলোচনা দ্ৰষ্টব্য]।[১]

৩. অবিভক্ত দৰং জিলাৰ পৰা পশ্চিমে বংগদেশলৈকে এই উত্তৰপূব অঞ্চলৰ পাহাৰ অংশৰ ভৈয়ামৰ সৈতে সংযুক্ত হৈ কেইটামান গিৰিপথ বা 'দুৱাৰ' (passes) আছিল। পাছলৈ এই 'দুৱাৰে' আগুৰা কোনো এক অঞ্চল-খণ্ডকেই 'দুৱাৰ' বোলা হৈছিল। প্ৰকৃততে দুই পৃথক ৰাজ্যৰ সীমান্তৱৰ্তী অঞ্চলকে এই 'দুৱাৰ' বুলি জনা গৈছিল। চাৰ ই. এ. গেইট আৰু আলেকজেণ্ডাৰ মেকেঞ্জিৰ মতে এই সীমান্তত মুঠ ১৮টা 'দুৱাৰ' আছিল। তাৰে ভিতৰত অসমত ৭টা দুৱাৰ আছিল। এই সাতটাৰ ভিতৰত গোৱালপাৰা আৰু কামৰূপৰ মাজত ৫টা দুৱাৰ আছিল। এইটোক একেলগে *'কামৰূপ দুৱাৰ'* বুলিছিল। ['দুৱাৰ' সম্পৰ্কে পৃথকে বহল আলোচনাৰ স্থল আছে]।

অবিভক্ত দৰং জিলাৰ মঙ্গলদৈৰ উত্তৰ-পশ্চিমত *বুৰিগোমা* আৰু *কলিংদুৱাৰ* আৰু উত্তৰত *কৰিয়াপাৰ দুৱাৰ* আছিল। **ইয়াৰ পূবত বৰ্ত্তমান শোণিতপুৰ জিলাত উত্তৰৰ বিস্তৃত ঠেক দীঘলীয়া অঞ্চলেই চাৰিদুৱাৰ আৰু চাৰিদুৱাৰ অঞ্চল**। চাৰিদুৱাৰৰ পূবত ক্ৰমে নদুৱাৰ আৰু ছয়দুৱাৰ যদিও নদুৱাৰ আৰু ছয়দুৱাৰ প্ৰকৃততে বৃহৎ চাৰিদুৱাৰৰ ভিতৰতে পৰিছিল। কিয়নো বৃহৎ চাৰিদুৱাৰ অঞ্চলৰ সীমা পূবে সোৱণশিৰি নদীৰ পৰা পশ্চিমে বেলশিৰি নদীলৈকে ধৰা হৈছিল।

পদ্মেশ্বৰ ফুকনৰ *'অসম বুৰঞ্জী'*ত সীমান্তত ছয়খন 'দুৱাৰ'ৰ কথা উল্লিখিত হৈছে যদিও অবিভক্ত দৰং জিলাত ছয়খনৰ অধিক দুৱাৰ আছিল। **'ছয়দুৱাৰ' বুলিলে বহলভাৱে বিশ্বনাথৰ উত্তৰৰপৰা লক্ষীমপুৰৰ পূব সীমালৈকে এই অঞ্চলটোকে বুজোৱা হৈছিল**।

৪. সি যি হওক, দুৱাৰেৰে সৈতে এই অঞ্চলটোক কেন্দ্ৰ কৰি আহোম আৰু কোচৰজাসকলৰ দিনত সততে আঁকা, দফলা আৰু ভুটিয়াসকলৰ মাজত যুঁজবাগৰ হৈ আছিল। পশ্চিমৰ দুৱাৰকেইখনত কোচৰজা বিশ্বসিংহৰ আৰু অসমৰ দুৱাৰকেইখনত আহোম ৰজাৰ শক্তিশালী প্ৰভাৱ আছিল। অৱশ্যে *কৰিয়াপাৰ দুৱাৰ*সহ মঙ্গলদৈৰ পশ্চিমত থকা 'দুৱাৰ' দুখন কোচৰজাৰ দখলত আছিল বুলি জনা যায়।

## চাৰিদুৱাৰৰ হস্তান্তৰিত অঞ্চল আৰু অবিভক্ত দৰং জিলা ঃ

৫. অবিভক্ত দৰং জিলাৰ দুৱাৰ কেইখন আৰু ওপৰত উল্লেখ কৰি অহা সমগ্ৰ সেই উত্তৰ-পূবৰ পাৰ্বত্য আৰু ভৈয়াম অঞ্চলটো আহোম ৰজা গৌৰীনাথ সিংহৰ দিনলৈকে আহোম-শাসনৰ তলতীয়া হৈ আছিল। কিন্তু *'কলিঙ্গ দুৱাৰ'* আৰু *'বুৰিগুমা দুৱাৰ'* আহোম ৰজা আৰু ভুটিয়াসকলে যুটীয়াভাৱে দখল কৰি পাঁচমাহ আহোমসকলে আৰু সাতমাহ ভুটীয়াসকলে নিজৰ অধীনতে ৰাখিছিল।

৬. অঁকা, দফলা আৰু ভুটীয়াসকলে সেইকালত দৰং জিলাত এই বাটবোৰেদি ভৈয়ামলৈ নামি আহি ভৈয়ামবাসীসকলৰ ওপৰত যথেষ্ট অত্যাচাৰ কৰি পঁচা সংগ্ৰহ কৰা আৰু খাদ্য-দ্ৰব্য সংগ্ৰহ কৰা এটা প্ৰধান কাম আছিল। তেওঁলোকেও অৱশ্যে বহুত বস্তু ভৈয়ামলৈ আনিছিল বেপাৰ আৰু বিনিময়ৰ বাবে।

এই সম্পৰ্কে বিতং নথিপত্ৰ, তথ্য আৰু সংবাদ আহোম ৰজা আৰু পাছত ব্ৰিটিছ চৰকাৰৰ হাতত আছিল। [এই বিষয়েও পৃথকে বিস্তৃত আলোচনাৰ অৱকাশ আছে]।

৭. কোচ আৰু আহোম ৰজাসকলৰ মাজত সীমা নিৰ্দ্ধাৰণ হোৱাৰ পাছত আৰু ভৰলীৰপৰা পূবলৈ আহোম ৰজাৰ হাতত অসম ৰাজ্য থকাত খোৰা ৰজা চুকাম্‌ফাই (খ্ৰী. ১৫৫২-১৬০৩) পোন প্ৰথমবাৰৰ বাবে দাঁতিয়লিয়াল শলাল গোঁহাইৰ পদ সৃষ্টি কৰি তেজপুৰ মহকুমাৰ উত্তৰ অঞ্চল আৰু লক্ষীমপুৰ জিলাৰ উত্তৰ পশ্চিমাঞ্চল এই খণ্ডৰ প্ৰশাসনীয় কাম-কাজ আৰু ৰক্ষণা-বেক্ষণৰ বাবে বৰবৰুৱা বা বৰফুকন মৰ্য্যাদাৰ এজন শাসনকৰ্তা এই পদত নিয়োগ কৰিছিল। এই সম্পৰ্কে হিতেশ্বৰ বৰবৰুৱাৰ বুৰঞ্জী *'আহোমৰ দিন'*ত বিতং তথ্য আছে। পদ্মনাথ গোহাঞিবৰুৱাৰ *'অসম বুৰঞ্জী'*তো উল্লেখ আছে।

দৰং জিলাৰ সীমান্তত দফলা আৰু অঁকাসকলৰ সৈতে সময়ে সময়ে যুদ্ধ হোৱাৰ সংবাদ আহোম বুৰঞ্জীত আছে। ১৬১৪ খ্ৰী.ত ৰজা প্ৰতাপসিংহৰ সৈতে ৰণ হোৱাৰ সংবাদ *'দেওধাই বুৰঞ্জী'* আৰু অন্যান্য স্থানত আছে।

ব্ৰিটিছসকলৰ আগমনলৈকে আহোম ৰজাৰ সৈতে এই পাৰ্বত্যজাতি গোষ্ঠীৰ যুঁজ-বাগৰ হৈ থকা এনে পৰিস্থিতি আৰু পৰিৱেশ অব্যাহত আছিল।

৮. ব্ৰিটিছ্ৰ দিনত অসমৰ প্ৰশাসনীয় গাঁথনি সলনি কৰি এই দীঘলীয়া পাৰ্বত্য সীমান্ত অঞ্চলটোৰ নামকৰণ কৰা হ'ল **উত্তৰ-পূব সীমান্ত এলেকা**। পাৰ্বত্য অঞ্চলৰ নামনিত দীঘলীয়াভাৱে থকা সমতল ভূমিখণ্ডৰ কিছু অংশও এই এলেকা ভুক্ত কৰা হ'ল। কিন্তু খ্ৰী. ১৯০৭-০৮ বৰ্ষত প্ৰস্তুত কৰা চাৰ্ভে-চেণ্টেলমেণ্ট মেপ আৰু অন্যান্য নথিমতে এই সমতল অঞ্চলটো অবিভক্ত দৰং জিলাৰ ভিতৰত দেখুওৱা আছে।[২] জিলাৰ সীমাৰ বাহিৰত টোৱাং পৰ্বত, আঁকা পৰ্বত আৰু দফলাপৰ্বত দেখুওৱা আছিল। [**বৰ্ত্তমান সমতল অঞ্চলৰ একাংশকে ধৰি পাৰ্বত্য অঞ্চলটো অৰুণাচল ৰাজ্যৰূপে গঠিত হৈছে।**]

৯. উত্তৰ পূৰ্বাঞ্চলৰ এই পাৰ্বত্য জনজাতীয় গোষ্ঠীসমূহক নিয়ন্ত্ৰণ কৰাৰ বাবে আৰু প্ৰশাসনীয় কাম-কাজৰ বাবে ১৮৮০ খ্ৰী.তহে অসম সীমান্ত ভূভাগ বিধি (The Assam Frontier Tracts Regulation) ব্ৰিটিছ কৰ্ত্তৃপক্ষই প্ৰচলন কৰে। তাৰ আগতে ১৮৭৪-৭৫ খ্ৰীষ্টাব্দত ইংৰাজসকলৰ লগত দফলাসকলৰ আৰু ১৮৮৩-৮৪ খ্ৰী.ত আঁকাসকলৰ তীব্ৰ সংঘৰ্ষ হৈছিল।

১৮৭৩ খ্ৰী.ত বঙ্গ পূৰ্বসীমান্ত বিধি (Bengal Eastern Frontier Regulation) জাৰি কৰা হয় আৰু এইমতে ইয়াৰ কাৰ্য্যকাৰিতা ১৮৭৪ খ্ৰী.ৰ Scheduled Districts Act (XIV of 1874)ৰ অধীনত সৃষ্টি কৰা **Balipara Frontier Tract** আৰু **Sadiya Frontier Tract** আৰু অন্যান্য কেইটামান অঞ্চললৈকে ব্ৰিটিছ প্ৰশাসনে সম্প্ৰসাৰণ কৰে।

১০. উল্লেখনীয় যে এই পূৰ্ব-সীমান্ত-বিধিমতেই ভৈয়াম আৰু পাহাৰৰ মানুহৰ মাজত উভয় অঞ্চললৈ অহা-যোৱা, চলাচলৰ ক্ষেত্ৰত কিছু নিয়ন্ত্ৰণ আৰোপ কৰি **ভিতৰুৱা সীমাৰেখা (The Inner Line)** [ধাৰা ২] সন্নিৱিষ্ট কৰা হৈছিল। দৰং জিলাৰ বাবে তেনে এটা সীমাৰেখা ঘোষণা কৰা হৈছিল ১৮৭৬ খ্ৰী.ত। অৱশ্যে এই সীমাৰেখা সময়ে সময়ে পৰিৱৰ্তিত হৈ আছিল। ভিতৰুৱা সীমাৰেখাৰ একেবাৰে শেষৰখন ঘোষণা আছিল ১৯৩৪ খ্ৰীষ্টাব্দত।

১১. ১৮৮০ খ্ৰীষ্টাব্দত 'অসম সীমান্ত ভূ-ভাগ বিধি' গ্ৰহণ কৰি ১৯১৪ খ্ৰীষ্টাব্দত 'ইনাৰ লাইন'ৰ উত্তৰৰ পাৰ্বত্যখণ্ড ভুটানৰ পূব

সীমাৰপৰা সোৱণশিৰিলৈকে এই সমুদায়খণ্ডক *'উত্তৰপূৱ সীমান্ত ভূভাগ— পশ্চিমফাল'* *(Western Section : Northeast Frontier Tract)* নাম দি এক প্ৰশাসনীয় গোট কৰা হয়। খ্ৰী. ১৯১৪ৰ পৰা ১৯১৯, ১৯২০ আৰু ১৯৩১ চনৰ ভিতৰত ব্ৰিটিছ প্ৰশাসনৰ এই প্ৰশাসনীয় গোটলৈ দৰং জিলাৰ অন্তৰ্ভূক্ত প্ৰায় ৫০০ বৰ্গমাইল অন্তৰ্গত হয়। **ইয়াৰ ফলত বালিপৰাৰ উত্তৰত থকা প্ৰায় পূবা-পশ্চিমাকৈ এই সুদীৰ্ঘ সমতল অঞ্চলো এই ভূ-ভাগৰ অন্তৰ্ভুক্ত হয়।** গতিকে বৰ্ত্তমানে থকা চাৰিদুৱাৰ আদি অঞ্চল এই ভূভাগত থাকি যায়। খ্ৰী. ১৯১৯ত এই ভূভাগক **'বালিপৰা সীমান্ত ভূভাগ' ৰূপে** বিজ্ঞপ্তি জাৰি কৰা হয়। গতিকে সৰ্বসাধাৰণৰ মাজত প্ৰচলিত হৈ থকা এই **'বালিপৰা সীমান্ত ভূভাগে'ই** পূৰ্বতে গঠিত হোৱা 'উত্তৰপূৱ সীমান্ত ভূভাগ পশ্চিমাঞ্চল'। খ্ৰী. ১৯১২ত লক্ষীমপুৰ জিলাৰ সদিয়া অঞ্চলক লৈ উত্তৰ আৰু পূবখণ্ডত গঠিত হোৱা গোটটোৰ নাম আছিল **'উত্তৰপূব সীমান্ত ভূভাগ— মধ্য আৰু পূৰ্বাঞ্চল'**। ইয়াৰ পৰাই খ্ৰী. ১৯১৯ত সংশোধিত নটিফিকেচন মতে আৰু দুটা ভূভাগ কৰা হয় *'টিৰাপ সীমান্ত ভূভাগ'* আৰু *'মিচিমি জিলা সীমান্ত ভূভাগ'*। ইয়াৰ এটা প্ৰাসংগিক নোটিফিকেচন আছিল — ১৪২ ইবি/২০.৩.১৯১৯। আমাৰ আলোচনাই এই অঞ্চলক সামৰা নাই। আলোচনা সীমিত ৰখা হৈছে অবিভক্ত দৰং জিলাৰ বৃহত্তৰ চাৰিদুৱাৰ অঞ্চলৰ হস্তান্তৰিত এলেকাৰ *(Transferred Areas)* ভিতৰতহে।

১২. সি যিহওক, **'বালিপৰা সীমান্ত ভূভাগ'**লৈ অবিভক্ত দৰং জিলাৰ কৰিয়াপাৰ, পাচনৈ, চাৰিদুৱাৰ, নদুৱাৰ আৰু ছয়দুৱাৰ গ্ৰুপৰপৰা যে ৫০০ বৰ্গ মাইল এলেকা ১৯১৪ খ্ৰী.ত হস্তান্তৰিত হৈছিল, তাৰ সংবাদ পোৱা যায় ১৯৩০ খ্ৰী.ৰ ছয়দুৱাৰ গ্ৰুপৰ পুনৰ বন্দৱস্তী কালৰ বন্দৱস্তী প্ৰতিবেদনৰ তথ্যৰ পৰা ঃ An area of 500 sq. miles was transferred from the Darrang district to the Balipara Frontier Tract when it was constituted a separate administrative unit in 1914.[৩] **এই সংবাদটো গুৰুত্বপূৰ্ণ এই কাৰণেই যে এই খণ্ড মাটি অবিভক্ত দৰং জিলাৰ অধীনৰপৰাহে এই সীমান্ত ভূ-ভাগত সোমাইছিল আৰু পৃথক প্ৰশাসনীয় গোটৰ অন্তৰ্ভুক্ত হৈছিল।** প্ৰকৃততে ১৯১৪ খ্ৰী. পৰাই

**'বালিপৰা সীমান্ত ভূভাগ'** অসমৰ ভিতৰতে এক সুকীয়া জিলাৰূপে এক পৃথক প্ৰশাসনীয় গোট হৈছিল। উল্লেখনীয় যে ১৯২৮-৩২ খ্ৰী.ত দৰং জিলাৰ পুনৰ বন্দৱস্তী গ্ৰুপ এলেকাৰ ই বাহিৰত আছিল। তেতিয়া তেজপুৰ ৰাজহ চক্ৰৰ উত্তৰ সীমা আছিল **'বালিপৰা সীমান্ত ভূভাগ'।**

১৩. উল্লেখ কৰি অহা 'উত্তৰপূব সীমান্ত ভূভাগ— পশ্চিমাঞ্চল গঠন হোৱাৰ পাছত কেপ্টেইন নেভিল এই প্ৰশাসনীয় গোটৰ প্ৰথম ৰাজনৈতিক বিষয়া নিযুক্ত হৈছিল। চাৰিদুৱাৰতে তেওঁৰ কাৰ্য্যালয় পতা হৈছিল। এই পদবীতে তেওঁ খ্ৰী. ১৯২৮ চনলৈ কাৰ্য্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰিছিল। তেওঁৰ পাছত ৰাজনৈতিক বিষয়া হৈছিল আৰ. চি. আৰ কানিং। কানিং চাহাব খ্ৰী. ১৯৩০ চনত বদলি হৈছিল।

১৪. ভাৰত চৰকাৰৰ IR - তাং ১৭. ১. ১৮৭৩ৰ চিঠিৰ নিৰ্দেশ আৰু বঙ্গ চৰকাৰৰ ৩০.১. ১৮৭৩ ৰ প্ৰস্তাৱ মৰ্মে অসম সীমান্ত আৰু উত্তৰৰ পাৰ্বত্য জাতি-গোষ্ঠীৰ অঞ্চলৰ মাজত সীমাৰ ব্যাখ্যা কৰা হৈছিল। ইতিমধ্যে ভাৰতৰ জৰীপ বিভাগে খ্ৰী. ১৮৭২-৭৩-৭৪-৭৫ চনত জৰীপৰ কাম কৰি কামৰূপ জিলাৰ সীমাৰপৰা দৰং জিলালৈকে উত্তৰ সীমা নিৰ্দ্ধাৰণ কৰি দিছিল। জৰীপৰ ৯৮নং সীমা-খুটিৰ পৰা ১৬০ নং খুটিলৈকে খুটিসমূহ এই কালতে পোতা হৈছিল। তেতিয়াৰ দৰং জিলাৰ উপায়ুক্ত মেজৰ গ্ৰাহাম আৰু জৰীপ বিভাগৰ মেজৰ মেকডোনাল্ডৰ হাতত এই সীমা নিৰ্দ্ধাৰণৰ দায়িত্ব পৰিছিল। তেওঁলোকে সীমাৰ স্তম্ভ (Pillar) নিৰ্মাণ কৰি দিছিল। ভালুকপুঙৰ ১৩৬ নং খুটিটো অৱশ্যে খ্ৰী. ১৮৭৫ চনত কৰ্ণেল শ্বেৰাৰৰ দিনতহে পোতা হৈছিল।

১৫. খ্ৰী. ১৮৭৪ খ্ৰী.ৰপৰা ১৯০৫ খ্ৰী.লৈকে অসমৰ মুখ্য আয়ুক্তই অসম আৰু সীমান্ত বিভাগৰো মুখ্য শাসনকৰ্ত্তা আছিল। তাৰ পাছত প্ৰশাসনীয় ব্যৱস্থাতো পূৰ্ববঙ্গ আৰু অসমৰ লেফ্‌টিনাণ্ট গৱৰ্ণৰেই খ্ৰী. ১৯১২ চনলৈকে অসম আৰু এই অঞ্চলৰ সৰ্বময় শাসনকৰ্তা আছিল। ইয়াৰ পাছত খ্ৰী. ১৯২১ খ্ৰী.ৰ পাছৰপৰাহে পুনৰ অসম গৱৰ্ণৰৰ হাতলৈ যায়। এওঁলোকৰ তলতে প্ৰত্যক্ষভাৱে আছিল **'বালিপৰা সীমান্ত বিভাগ'ৰ** ৰাজনৈতিক বিষয়া।

খ্ৰী.১৯২১ চনৰ পাছত প্ৰকাশ হোৱা Assam District Gazet-

teers ৰ অংশ The Balipara Frontier Tract Gazettcer (Part II)ত এই Tract ৰ সীমা এনেকৈ দেখুৱাইছে ঃ

"*The Balipara Frontier Trac*t is bounded on the north by Bhutan, Tibet and the hills inhabited by the Mombas of Rupa and Shergaon, the Akas, Daflas, Apa Tanangs and Hill Miris; On the west it is bounded by the district of Kamrup and on the south and east by the districts of Darrang and Lakhimpur."

১৬. ৰাজনৈতিক বিষয়া কেপ্টেইন নেভিল বৰ পৰিশ্ৰমী আৰু বিচক্ষণ বিষয়া আছিল। খ্ৰী. ১৯১৪ৰ ভিতৰতে অঁকা ৰাজ্যলৈ এটি বৃহৎ অনুসন্ধানকাৰী দলৰ অভিযান আৰম্ভ হৈছিল। তাৰ নেতৃত্ব দিছিল কেপ্টেইন নেভিলে। তেওঁ অঁকাসকলৰ উৰ্দ্ধত থকা মিজিসকলৰ ওচৰলৈকো যাবলৈ স্থিৰ কৰিছিল। অভিযানৰ উদ্দেশ্য আছিল শুভেচ্ছামূলক আৰু বন্ধুত্বমূলক। এই অভিযানকে *(Aka Promenade Party) 'অঁকা প্ৰমেনেড'* বুলিছিল। তেওঁৰ মতে অঁকাসকল সভ্য আৰু জ্ঞানী আছিল। খ্ৰী. ১৯২৪-২৫ত তেওঁ পুনৰ অঁকা ৰাজ্য ভ্ৰমণ কৰিছিল। **চাৰিদুৱাৰৰপৰা তালৈ এটি ৰাস্তা নিৰ্মাণৰ কামো তেওঁ আৰম্ভ কৰিছিল।** কেপ্টেইন নেভিলৰ ভ্ৰমণ-বহীত তেওঁ তেওঁৰ ভ্ৰমণ সম্পৰ্কে বহুটোকা লিখি থৈ গৈছিল। তেনে এটি টোকা ৪.৫.১৯২৮ তাৰিখে লিখি তাত এই কথাখিনি সন্নিৱিষ্ট কৰিছিল।

"It is a pity I cannot finish the road. As I have many years experience of hill roads and have also walked a large corpse of mules over mountain-country for several years I would ask that if possible, I would be recalled and put on special duty next cold weather to finish the road."[8]

১৯৩৫ খ্ৰী.ৰ Government of India Act মতে বৃটিছ চৰকাৰে অসমৰ ভৌগোলিক সীমাৰ ভিতৰতে বালিপৰা সীমান্ত ভূভাগক ৰাখি ইয়াক *Excluded Areas*ৰ অংশ ভুক্ত কৰিছিল আৰু প্ৰত্যক্ষভাৱে গৱৰ্ণৰৰ শাসনাধীন কৰিছিল।

১৭. স্বাধীনতাৰ পাছত ১৯৫০ খ্ৰী.ৰ ২৬ জানুৱাৰীৰপৰা ভাৰতীয়

সংবিধানৰ প্ৰয়োগ হোৱাৰ লগে লগে এই বৃহত্তৰ অসমৰ পুনৰ গঠন কৰি ৰাজ্যৰ জনজাতীয় পাৰ্বত্য এলেকাসমূহক একোটা পৃথক গোট কৰা হয়। অসমৰ ভিতৰতে পাৰ্বত্যজিলা কেইখনক *Tribal Areas– Part A* আৰু উত্তৰপূব সীমান্ত ভূভাগটোক *Tribal Areas– Part B* বুলি ঘোষণা কৰা হয় আৰু ভাৰতীয় সংবিধানৰ ২৪৪ (২) অনুচ্ছেদ অনুসৰি ষষ্ঠ অনুসূচীৰ আধাৰত ইয়াৰ প্ৰশাসনীয় ব্যৱস্থা নিৰ্দ্ধাৰণ কৰা হয়।

এই অনুসৰি এলেকা নিৰ্দ্ধাৰণ কৰোঁতে সংবিধানৰ ষষ্ঠ অনুসূচীৰ ধাৰামতেই ৰাষ্ট্ৰপতিৰ অনুমোদনমৰ্মে অসমৰ ৰাজ্যপালে *No. TAD/R/35/50/107* তাং ২৩. ২. ১৯৫১ এই নোটিফিকেচন মতে বালিপৰা সীমান্ত ভূভাগত যিখিনি অঞ্চল সমতল ভূমি আছে (Plain areas), **সেই সমতল বা ভৈয়াম অঞ্চলখিনি (the said Plain areas) Tribal Areas– Part B ৰ অঞ্চল নহয় বুলি ঘোষণা কৰি দিয়ে। এই অনুসৰি পুনৰ এইখিনি অঞ্চল অসমৰ প্ৰশাসনলৈ হস্তান্তৰিত হয় আৰু ৰাজহ বিভাগৰ নং RSS. 135/51/4 তাং ২৫/৪/১৯৫১নোটিফিকেচন মতে ১/৫/১৯৫১ তাৰিখৰপৰা দৰং জিলাৰ উপায়ুক্তৰ শাসনাধীন হৈ দৰং জিলাৰ ভিতৰৰ এলেকা হয়। লগতে এই হস্তান্তৰিত অঞ্চল বা তথাকথিত এই সমতল ভূমিখণ্ডৰ উত্তৰ সীমাও ঘোষিত কৰি *বালিপৰা সীমান্ত ভূভাগৰ* পৰা পৃথক কৰি অনা হয়।**

ইয়াৰ পাছত অসম চৰকাৰৰ দুখন আইনৰ দ্বাৰা [The Scheduled Areas Assimilation of Laws Act, 1951] আৰু [The Assam Darrang and Lakhimpur Districts Act, 1951] এই অঞ্চলৰ আইনৰ ব্যৱস্থা যে ভৈয়ামৰ জিলাসমূহৰ আইনৰ সৈতে চামিল হ'ল, সেইটো বলৱৎ কৰা হয়। The Assam Darrang and Lakhimpur Districts (Assimilation of Laws on State Subjects) Act, 1951ৰ দ্বাৰা বালিপৰা সীমান্ত ভূভাগৰ, সদিয়া সীমান্ত ভূভাগৰ আৰু টিৰাপ সীমান্ত ভূভাগৰপৰা আইনৰ তপচিলত নিৰ্দেশ কৰা মতে সমতল অঞ্চলখিনিৰ শাসন আইন ক্ৰমে দৰং জিলা আৰু লক্ষীমপুৰ জিলাৰ সৈতে একীভূত

কৰা হয়। তেতিয়াৰপৰা এই সমতল অঞ্চলত ৰাজহ আৰু অন্যান্য সকলো অসমৰ আইন একেভাবে প্ৰয়োগ হ'বলৈ ধৰে।

'অসম ভূমি-ৰাজহ বিধি' (১৮৮৬) ইয়াত প্ৰয়োগ কৰি এই বিধিৰ ১(৩) ধাৰাৰ টোকা ৫(iii) মতে সেইটো উল্লেখ কৰা হৈছে এনেদৰে ঃ

*The tracts transferred (a) from the Balipara Frontier Tract to the district of Darrang as specified in the Notification No. Rss. 135/51/4 dated 25th April, 1951 and (b) from the Abor hills and Mishimi hills districts (Sadiya Frontier Tract) and the Tirap Frontier Tract to the district of Lakhimpur as specified in Notifications No Rss. 135/51/ 5 dated 25th April, 1951 with effect from 1st October 1951.* ভূমি-ৰাজহ বিষয়াসকলৰ বিভাগীয় পৰীক্ষা আৰু নথিৰ স্বাৰ্থত **'হস্তান্তৰিত অঞ্চল'** কাক বোলে বুলি প্ৰশ্ন উত্থাপন হ'লে ৰাজহ-বিধিত উল্লেখিত আৰু ৰাজ্যিক জনজাতীয় পৰিক্ৰমা বিভাগত সেইসময়তে এইদৰে ঘোষিত নামকৰণ কৰা মতে এই হস্তান্তৰিত অঞ্চলখিনিকে অৰ্থ কৰা হয়।

**নাম চাৰিদুৱাৰ ঃ**

১৮. বালিপৰা সীমান্ত ভূভাগৰ ৰাজনৈতিক বিষয়াৰ সদৰ কাৰ্য্যালয় চাৰিদুৱাৰত পাতিলেও **'চাৰিদুৱাৰ'ৰ** নাম আহোম যুগৰপৰাই প্ৰখ্যাত আছিল। দ্বাৰিকানাথ দাসে *'আৱাহন'* আলোচনীত লিখা মতে অঁকা পৰ্বতৰপৰা অঁকাসকলে যিকেইটা বাটেৰে ভৈয়ামলৈ নামিছিল, অঁকা পৰ্বতৰ নামনিৰ সেইখণ্ডই চাৰিদুৱাৰ আছিল। তেতিয়া অঁকাসকলে ভৈয়ামলৈ নমা বাট আছিল চাৰিটা ঃ **দিজুমুখ, ভালুকপুঙ, ডিপোটা-গাভৰু আৰু দৈমৰা (বেলশিৰি নৈ)**[৫]। অঁকা পৰ্বতৰপৰা ওলাই আহি দিজুনৈ ভৰলী নদীৰ যি ঠাইত পৰিছে, সেইখণ্ড দিজুমুখ। গাভৰু আৰু ডিপোটাৰ যি ঠাইত পানীমুখ আছিল, সেইখণ্ড ঠাই ডিপোটা-গাভৰুৰ দুৱাৰ মুখ। পাহাৰৰপৰা ঘূৰি আহি ভৈয়ামত বেলশিৰি নৈৰ কাষত যি ঠাইত দৈমৰা গাঁও আছিল তালৈকে আহিব পৰা এটা বাট আছিল। Assam District Gazetteers ৰ খণ্ড The Balipara Frontier Tract অংশটোত অহা-যোৱা বাট সম্পৰ্কে এনেধৰণে উল্লেখ কৰা আছে ঃ

*Other passes west of the Bhoreli are the Daimara-Rupa and Doimara-Shergaon routes, and the Charduar-Bhalukpung route into the Aka Hills. The passes from Daimora are easy and practical for pack animals. East of the Bhoreli there are many routes leading to the hills. They are difficult and fit for cooli transport.* **গতিকে সীমিত বা ঠেক অৰ্থত, বেলশিৰিৰপৰা ভৰলীলৈকে এইখিনি ভৈয়াম অঞ্চলেই প্ৰকৃতভাৱে চাৰিদুৱাৰ অঞ্চল আছিল আহোম যুগত।** আনভাৱে ক'বলৈ গ'লে, অবিভক্ত দৰংজিলাৰ মঙ্গলদৈ মহকুমাৰ 'কৰিয়াপাৰ দুৱাৰ'ৰ পূব সীমাৰপৰাই চাৰিদুৱাৰৰ এই দীঘলীয়া 'দুৱাৰ' অঞ্চলটো আৰম্ভ হৈছিল। ৱেদ চাহাবেও তেওঁৰ বুৰঞ্জীত লিখিছিল ঃ

"The district or province of Saridewar runs about 30 miles in length and twenty in breadth. The province derives its name from the four passes into the mountains at each of which the officers of Government collect the tribute of the contiguous nations, Bhutan, Oka and Dafla."

স্বাধীনতাৰ পাছত অবিভক্ত দৰং জিলাত 'বালিপৰা সীমান্ত ভূভাগৰ' সম্পূৰ্ণ ভৈয়ামঅঞ্চল চামিল হোৱাত যথাৰ্থভাবেই চাৰিদুৱাৰ নামেৰে এখন ৰাজহ মৌজা ৰাজ্য চৰকাৰৰ ৰাজহ বিভাগে গঠন কৰে আৰু **তাৰ পাছত কুৰি শতিকাৰ আশীৰ দশকত এই চাৰিদুৱাৰ অঞ্চলক লৈ তেজপুৰ চক্ৰৰপৰা ফাটি আনি চাৰিদুৱাৰ ৰাজহচক্ৰ পুনৰ গঠিত হয়। ৰাজনৈতিক বিষয়াৰ সদৰ কাৰ্য্যালয় থকা বৰ্ত্তমান এই ঐতিহাসিক চাৰিদুৱাৰ-স্থানতেই উক্ত ৰাজহচক্ৰৰ চক্ৰবিষয়াৰ কাৰ্য্যালয়ো স্থাপিত হয়।**

ইয়াৰ ফলত 'বালিপৰা সীমান্ত ভূভাগ'ৰ চাৰিদুৱাৰ অঞ্চলটো শোণিতপুৰ জিলাৰ সৈতে সম্পূৰ্ণভাৱে পুনৰ চামিলকৰণ সম্ভৱ হৈ উঠে।□

---

প্ৰসঙ্গ পাদটোকা ঃ

১. The Early History of Kamrup by Kanaklal Barua, 1933, Reprint, 2008, পৃ. ২৪১।

চাৰিদুৱাৰৰ হস্তান্তৰিত অঞ্চল আৰু অবিভক্ত দৰং জিলা ঃ

২. ১৯০৭-০৮ খ্ৰী.ৰ পুনৰ বন্দৱস্তী কালত প্ৰস্তুত কৰা দৰং জিলাৰ গ্ৰুপ প্ৰতিবেদনত বন্দৱস্তী প্ৰাধিকাৰীৰ পথৰুঘাট গ্ৰুপৰ প্ৰতিবেদন আৰু জিলাৰ প্ৰস্তুত মেপ।

৩. Assessment Report of the Chaiduar Group of Darrang district (1930) and Pachnoi Group of Darrang district (1931) by the then Settlement Officer, D. K. Mukherjee [Rev Deptt. Govt. of Assam]

[এই ৫০০ বৰ্গমাইল এলেকা অবিভক্ত দৰং জিলাৰ কৰিয়াপাৰ গ্ৰুপ, পাচনৈ গ্ৰুপ, নদুৱাৰ গ্ৰুপ, চাৰিদুৱাৰ গ্ৰুপ আৰু ছয়দুৱাৰ গ্ৰুপৰপৰা কৰ্তন কৰি বালিপৰা সীমান্ত ভূভাগলৈ হস্তান্তৰিত কৰি নিয়া হৈছিল।]

৪. চাৰিদুৱাৰস্থ ৰাজনৈতিক বিষয়াৰ ভ্ৰমণৰ টোকা-বহী ৰাজনৈতিক বিষয়াৰ কাৰ্য্যালয়ত পোৱা গৈছিল। [বৰ্তমানে তেজপুৰৰ উপায়ুক্ত কাৰ্য্যালয়ৰ ৰেকৰ্ডশাখাত হস্তান্তৰিত] আৰু 'বালিপৰা সীমান্ত ভূভাগৰ' ১৯৩৫-৪০ খ্ৰী.ৰ সাধাৰণ প্ৰশাসনীয় প্ৰতিবেদন।

৫ *'আৱাহন'*, ফাগুন, ১৮৫৮ শক, ৮ম বছৰ, ৩য় সংখ্যা। [চাৰিদুৱাৰৰ ৰাজনৈতিক বিষয়াৰ কাৰ্য্যালয়ৰ মুখ্য সহায়ক (ৰায় চাহাব) দ্বাৰিকানাথ দাসে অঁকাসকলৰ বিষয়ে *'আৱাহন'*ত ধাৰাবাহিকভাৱে লিখিছিল]।

৬. Dr. J.P. Wade's History, সম্পাদনা — বেণুধৰ শৰ্মা, পৃ. ১২।

**প্ৰসংগ গ্ৰন্থ ঃ**

১. উল্লেখ কৰা প্ৰাসংগিক নোটিফিকেচন আৰু বিধিসমূহ।

২. প্ৰসংগত উল্লেখ কৰি অহা গ্ৰন্থসমূহ।

৩. ১৯৮৭ খ্ৰী ৰ *চাৰিদুৱাৰ কেন্দ্ৰীয় ৰঙালি বিহুৰ স্মৰণিকাত* প্ৰকাশিত এই লেখকৰ প্ৰবন্ধ 'চাৰিদুৱাৰ'।

৪. ২০০১ খ্ৰী.ৰ তেজপুৰত সদৌ অসম উচ্চতৰ মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী সন্থাৰ 'স্মৃতিগ্ৰন্থ'ত এই লেখকৰ প্ৰকাশিত প্ৰবন্ধ 'অবিভক্ত দৰং জিলাৰ দুৱাৰসমূহ'।

৫. এই লেখকৰ গ্ৰন্থ 'তেজপুৰ নাম ইটো নগৰ বিশেষ' (২০০১)।

৬. ভাৰতীয় সংবিধান।

৭. The Assam Land and Revenue Manual. ed. J. N. Das

---

**ভাৰতীয় ইতিহাস সংকলন সমিতিৰ তেজপুৰ শাখাই প্ৰকাশ কৰা দিলীপ কুমাৰ শইকীয়া সম্পাদিত *'শোণিতপুৰ যুগে যুগে'* (২০০৮) গ্ৰন্থত সন্নিবিষ্ট।**

## সংযোজন

## (১)

ভাৰতীয় সংবিধানোক্ত *"ট্ৰাইবেল এৰিয়া পাৰ্ট"* 'বি'ৰ অন্তৰ্ভুক্ত *বালিপৰা সীমান্ত ভূভাগৰপৰা* হস্তান্তৰিত এই সমতল অঞ্চলখিনিক উক্ত পাৰ্ট 'বি'ৰ পৰা বিমুক্ত বুলি ঘোষণা কৰি কৰা চৰকাৰী বিজ্ঞপ্তি আৰু সেই সমতল ভূম্যাঞ্চলৰ চিহ্নিত সীমা।

No. TAD/R/35/50/109 – In exercise of the powers conferred by the proviso to sub-paragraph (3) of paragraph 20 of the Sixth Schedule of the Constitution of India and with previous approval of the President, the Governor of Assam is pleased to notify the following **areas in the plains to be the areas not included in the tribal areas specified in Part B of the table appended to the said paragraph 20,** namely :

(1) So much of the area included in the Balipara Frontier Tract, as is comprised with the line drawn from the eastern boundary of the district of Kamrup at pillar No. 98 on the Bor Nadi eastwards along the Inner Line of the Balipara Frontier Tract as defined in Assam Government Notification No. 6778-A.P., dated the 2nd November, 1934, till it reaches the boundary of the Lakhimpur district, thence southwards along the western boundary of the Lakhimpur district to the point where it meets the boundary of the Darrang district; thence westwards along the northern boundary of the Darrang district to a point where it meets the eastern boundary of the Kamrup district; thence northwards along this boundary to the starting point.

JAIRAMDAS DOULATRAM
GOVERNOR OF ASSAM

R.V. SUVRAHMANIAN
Secy. to the Govt. of Assam for Tribal
Areas (States)

চাৰিদুৱাৰৰ হস্তান্তৰিত অঞ্চল আৰু অবিভক্ত দৰং জিলা ঃ

(২)

ঃ হস্তান্তৰিত অঞ্চলত সমতলৰ জিলাসমূহৰ দৰেই ভূমি-খাজনা ধাৰ্য্যকৰণৰ চৰকাৰী নিৰ্দেশ ঃ

Copy of the letter no. RSR. 23/57/9 dt. 9.9.57 from the Under Secretary, Revenue to the Govt. of Assam, to the DLR, Assam.

**Sub : Assessment of land revenue in place of poll tax.**

With reference to Government letter No. RSR. 20/55/3. dated 3o[th] June, 1955 on the above subject I am directed to say that the transferred areas from the Balipara Frontier Tract, Abor and Mishial Hills districts and Tirap Frontier Tracts should be divided into two classes for the purpose of assessnment viz. Poll-Tax area and land revenue area according to nature of land and mode of cultivation. Hilly area mostly given to 'Jhum' cultivation should be assessed to Poll-Tax. But considerable legal stretches where settled cultivation is practised should be assessed to land revenue and so also the plains areas.

Government do not agree with the suggestion of Deputy Commissioner, lakhimpur to transfer land records works of these areas to the A.P.Os. A.P.Os. are temporary institutions and will ultimately have to be abolished. It is the aim of Goverment to bring the administration of these areas into line with that of the rest of the district. Land records works of the transferred areas should therefore be entrusted to S.D.Cs. If necessary additional S.D.Cs of the circles should be created for these areas and proposal to that effect submitted to Government.

(৩)

ঃ হস্তান্তৰিত অঞ্চলখিনিক জনজাতীয় আবেষ্টনী বুলি ঘোষণা ঃ

Copy of the Govt Notification No. TAD/Rev/ 73/50/43 dated 13.3.51. declaring the plain areas as Tribal belts.

No TAD/Rev/73/50/43 – In exercise of the power conferred by Section 161 of the Assam Land and Revenue Regulation 1886 (Regulation 1 of 1886) as amended Assam Land Revenue Regulation (Amendment) Act 1947 (Assam XV of 1947) the Governor of Assam is pleased to convert the areas in the plains of the Balipara Frontier Hills and Mishimi Hills District (Sadiya Frontier Tract) and of the Tirap Frontier Tract which have been declared by notification No. TAD/R/35/50/ 109 dated the 23rd Febreary 1951 **as areas not included in the Tribal areas specified in part B of the Table appended to the paragraph 20 of the sixth Schedule of Constitution of India the tribal belts**

Sd/ RV Subramanium

Secy to the Govt of Assam for Tribal Areas.

(৪)

ঃ হস্তান্তৰিত উক্ত সমতল অঞ্চলখিনিত অবিভক্ত দৰং জিলাৰ উপায়ুক্তৰ প্ৰশাসনীয় অধীনত অনা চৰকাৰী বিজ্ঞপ্তিৰ নকল ঃ

বিজ্ঞপ্তি নং টি এ ডি/ আৰ/৩৫/৫০/১৩৭ তাং ২৫.৪.১৯৫১

: The 25th April, 1951 :

No. TAD/R/35/50/137 – Whereas the areas in the plains of the Balipara Frontier Tract have been declared under Notification No. TAD/R/35/50/109 dated the 23rd February, 1951, as the areas not included in the tribal areas specified in

Part B of the table appended to paragraph 20 of the Sixth Schedule to the Constitution of India, hereinafter referred to as **'the said plain areas'.**

Now, therefore, in exercise of the powers conferred by sub-section (1) of Section 3 of the Assam Frontier (Adminstration of Justice) Regulation, 1945 (Regulation I of 1945) as adopted, the Governor of Assam is pleased to direct that the administration of the said plains areas shall vest in the Deputy Comissioner of the Darrang District and his Assistants, as Political officers and Assistant Political Officers respectively for the said plains areas, and the Political Officer and Assistant Political Officers, Balipara Frontier Tract shall cease to exercise powers and jurisdiction in and over the said plains areas with effect from the 1st May, 1951, hereinafter referred to as "the appointed day."

Provided that every suit, appeal, application for revision, proceedings and other business relating to both civil and criminal justice pending on the appointed day before the Court of the Political Officer, or his Assistant shall be transferred for disposal to the Court which would have been competent to entertain and dispose of such suit, appeal, application for revision, proceedings, or business, had this notification been in force on the date of institution or commencement of the same, and the latter court shall deal with and dispose of the same in accordance with law.

Sd/- B. C. Kapur,
Secy. to the Govt. of Assam,
Tribal Areas Department

অবিভক্ত দৰং জিলাৰ সৈতে বালিপাৰা সীমান্ত ভূ-ভাগ [১৯৩৪ খ্ৰী]




১৯৩৮ খ্ৰী.ৰ. বালিপাৰা সীমান্ত ভূভাগৰ মানচিত্ৰৰ ছবি (স্কেল=৩২″ = ১ মাইল)



# অবিভক্ত দৰং জিলাৰ ‘দুৱাৰ’সমূহ

## (প্ৰাক্ বৃটিছ যুগ)

ভৌগোলিক গাঁথনিৰ পৰা দেখা যায় যে, অতীজৰপৰা পূব হিমালয়ৰ পাদদেশৰ এই দীঘলীয়া সমতল অঞ্চলটোত লক্ষীমপুৰ— দৰং জিলাৰপৰা পশ্চিমলৈ বংগদেশলৈকে ভৈয়ামৰ লগত সংযুক্ত হৈ কেবাটাও ‘দুৱাৰ’ বা গিৰিপথ আছিল। পৰ্বতলৈ উঠা আৰু পৰ্বতৰ পৰা নমা এই বাটকে ‘দুৱাৰ’ (Door) বা *Passes* বোলা হৈছিল। পাছলৈ অৱশ্যে এই দুৱাৰে আগুৰা কোনো এক অঞ্চল-খণ্ডকেই ‘দুৱাৰ’ বোলা হৈছিল। চাৰ. ই. এ. গেইট আৰু আলেকজেণ্ডাৰ মেকেঞ্জিৰ মতে প্ৰকৃত ভূটান ৰাজ্যৰ সীমান্তত ওঠৰটা দুৱাৰ আছিল। তাৰ ভিতৰত বঙ্গ আৰু কোচবেহাৰ (তেতিয়াৰ গোৱালপাৰাকে ধৰি)ৰ মাজত ১১টা আৰু অসমত ৭টা আছিল। এই ৭টাৰ ভিতৰত গোৱালপাৰা আৰু কামৰূপৰ মাজত ৫টা— *বিজনি দুৱাৰ, চপা খামাৰ, চপাগুৰি, বাস্কা আৰু ঘৰকলা দুৱাৰ* আছিল। এইকেইটাক একেলগে **‘কামৰূপ দুৱাৰ’** বুলি কোৱা হৈছিল।

দৰং জিলাৰ মংগলদৈৰ উত্তৰ-পশ্চিমত দুটা দুৱাৰ আছিল, নাম **বুৰি গোমা** আৰু **কলিঙ্গদুৱাৰ**। মঙ্গলদৈৰ উত্তৰত আন এখন দুৱাৰৰ নাম **কৰিয়াপাৰ দুৱাৰ**। ইয়াৰ পূবত বৰ্তমান শোণিতপুৰ জিলাৰ অন্তৰ্ভুক্ত উত্তৰৰ বিস্তৃত ঠেক দীঘলীয়া অঞ্চল **‘চাৰিদুৱাৰ’**। **‘ছয়দুৱাৰ’** আৰু **‘নদুৱাৰ’** প্ৰকৃততে বৃহৎ চাৰিদুৱাৰৰ ভিতৰতে পৰিছিল। কিয়নো বৃহৎ চাৰিদুৱাৰৰ সীমা বুলি ধৰা হৈছিল পূবৰ সোৱণশিৰি নদীৰপৰা পশ্চিমৰ বেলশিৰি নদীলৈকে।

পদ্মেশ্বৰ ফুকনৰ ‘অসম বুৰঞ্জী’ত সীমান্তত ছয়খন দুৱাৰৰ কথা

উল্লেখিত হৈছে। কিন্তু দৰং (অবিভক্ত) জিলাত ছয়খনৰ অধিক দুৱাৰ আছিল। সম্ভৱতঃ 'ছয়দুৱাৰ'ৰ প্ৰসংগহে ইয়াত উল্লেখিত হৈছে। এই 'ছয়দুৱাৰ' বুলিলে বহলভাৱে বিশ্বনাথৰপৰা লক্ষীমপুৰৰ সীমালৈকে অঞ্চলটোৱে সাঙুৰি লৈছিল।

স্বৰ্গীয় দ্বাৰিকা নাথ দাসে *আৱাহন* আলোচনীত লেখামতে আঁকা পৰ্বতৰপৰা আঁকাসকলে যিকেইটা বাটেৰে ভৈয়ামলৈ নামিছিল, আঁকা পৰ্বতৰ নামনিৰ সেই খণ্ডই চাৰিদুৱাৰ।[১] আঁকা দেশৰ পৰা, তেওঁৰ মতে ভৈয়ামলৈ অহা প্ৰধান বাট আছিল চাৰিটা— *দিজু মুখ, ভালুকপুঙ, ডিপোটা-গাভৰু* আৰু *দে'মৰা* (বেলশিৰি নৈ)। আঁকা পৰ্বতৰপৰা ওলাই আহি দিজু নৈ ভৰলী নদীৰ যি ঠাইত পৰিছে, সেইখন দিজুমুখ.., গাভৰু আৰু ডিপোটাৰ যি ঠাইত পানীমুখ, সেইখন ডিপোটা-গাভৰুৰ দুৱাৰ মুখ আছিল। পাহাৰৰপৰা ঘূৰি আহি ভৈয়ামত বেলশিৰি নৈৰ কাষত যি ঠাইত দৈ-মৰা গাঁও আছিল, তালৈকে আহিব পৰা এটা বাট আছিল। শ্বেৰ্দুকপেন ভুটীয়াসকলৰ বাবে ভৈয়ামৰপৰা ৰূপা গাঁওলৈ যাব পৰা এইটোৱেই প্ৰধান বাট আছিল। গতিকে বেলশিৰিৰপৰা ভৰলীলৈকে এইখিনি ভৈয়াম অঞ্চলেই প্ৰকৃত **চাৰিদুৱাৰৰ অঞ্চল** আছিল। অথবা, আনভাৱে ক'বলৈ গ'লে, মঙ্গলদৈ মহকুমাৰ কৰিয়াপাৰ দুৱাৰৰ পূব সীমাৰপৰাই চাৰিদুৱাৰৰ এই বিস্তৃত দীঘলীয়া 'দুৱাৰ' অঞ্চলটো আৰম্ভ হৈছিল। ৰেদৰ বুৰঞ্জীত কোৱা হৈছে—

"The district or province of Saridewar runs above 30 miles in length and twenty in breadth. The province derives its name from the four passes into the mountains at each of which the officers of Government collect the tribute of the contiguous nations Bhutan, Oka and Dafla"-[2]

স্বৰ্গীয় কনকলাল বৰুৱাই চাৰিদুৱাৰ সম্পৰ্কে তেওঁৰ বুৰঞ্জীত লিখিছিল যে মুছলিম সেনাপতি মঃ বিন্ বক্তিয়াৰ খিলিজিয়ে অসম আক্ৰমণ কৰি সম্ভৱতঃ চাৰিদুৱাৰলৈকে আগবাঢ়ি আহিছিল, কিন্তু ১২০৬ খ্ৰী.ত অভিযান ব্যৰ্থ হোৱাত শীঘ্ৰে ওভতি গৈছিল। (*'কানাই বৰশী বোৱা শিলৰ শিলালিপি'* প্ৰসংগত দ্ৰষ্টব্য)।[৩]

আহোম আৰু কোচ ৰজাসকলৰ দিনত এই দুৱাৰ কেইখনক কেন্দ্ৰ কৰি সততে ভুটীয়া, অঁকা আৰু দফলাসকলৰ লগত তেওঁলোকৰ যুঁজ-বাগৰ হৈ আছিল। বঙ্গ আৰু কোচবেহাৰৰ মাজত থকা দুৱাৰকেইখন ভুটীয়াসকলৰ দখলত আছিল। কিন্তু তাৰ আগতে এই দুৱাৰকেইখনৰ ওপৰত কোচৰজা বিশ্বসিংহৰ যথেষ্ট প্ৰভাৱ আছিল। অসমৰ দুৱাৰ কেইখনো (কৰিয়াপাৰ দুৱাৰলৈকে) কোচ ৰজাৰ দখলত আছিল বুলিয়েই জনা যায়। দ্বিতীয় কোচৰজা নৰনাৰায়ণে আহোম ৰাজ্য ১৫৬২ খ্ৰীষ্টাব্দত আক্ৰমণ কৰাৰ আগতে ভুটীয়াসকলৰ লগত সদ্‌ভাব ৰক্ষা কৰিছিল আৰু ভৈৰৱকুণ্ডৰ ওচৰত **চণ্ডিকা বেহাৰ** নামে ঠাইত এটা পাৰ্বত্য দুৰ্গ আৰু এটা মন্দিৰ নিৰ্মাণ কৰিছিল। *'দৰং ৰাজবংশাৱলী'*ত আছে ঃ

*তৈৰপৰা ৰৈলা গই ভ্ৰমৰাকুণ্ডত।*
*ত্ৰিশূল দেৱীৰ ধনেশ্বৰীৰ মধ্যত।।৩৩০*
*পৰ্বতত গড় বান্ধিলন্ত যত্ন কৰি।*
*পৰম দুৰ্জয় গড় দেখি যাক ডৰি।।*
*ত্ৰিশূল দেৱীৰ পূৰ্ব পাৰে কৰি থান।*
*এক গোটা মঠ তাতে কৰিলা নিৰ্মাণ।।৩৩১*
*দেৱীৰ প্ৰতিমা থাপি কৰি নমস্কাৰ।*
*মঠৰ দিলন্ত নাম নল যে খামাৰ।।*

ৰজাই সাতোখন দুৱাৰৰ সকলো মানুহকে নিমন্ত্ৰণ কৰি পূজাৰ নিয়মাদি নিবন্ধন কৰিলে আৰু সীমা বান্ধি দিলে।

*সাতো দুৱাৰৰ ভোট কছাৰী আনিলা।*
*আদেশ কৰিয়া সত্য শপত খুৱাইলা।।*

ইয়াৰ পাছত সোণ, হাতী, কিংখাপ আদিৰে কৰ দিবলৈ নিৰ্দেশ দিছিল।

*ভোট কছাৰীয়ে তঞিও মদভাত খাবি।*
*মাটিৰ কাৰণে মোক সোণা ঘোঁড়া দিবি।।*

ইয়াৰপৰা এই দুৱাৰকেইখন যে কোচ ৰজাৰ দখলত আছিল তাৰ প্ৰমাণ পোৱা যায়। কিন্তু পাছত বিভক্ত হৈ কোচৰজা দুৰ্বল হোৱাত আৰু

দৰংঅঞ্চল আহোম ৰজাৰ হাতত যোৱাত কোচবিহাৰ আদি অঞ্চলত ভুটীয়া সকলৰ শক্তি বাঢ়ে আৰু অসমৰ বাহিৰত থকা দুৱাৰকেইখন ভোট ৰজাৰ হাতলৈ যায়।

কামৰূপ অংশখণ্ড মোগলৰ দখলত থকা বাবে আহোম ৰজাসকলে ভোটান ৰজাৰ লগত কামৰূপৰ দুৱাৰকেইখন সম্পৰ্কে কোনো ব্যৱস্থা বা চুক্তি কৰিব নোৱাৰিলে। ফলত সেই কেইখনো ভোটান ৰজাৰ অধীনত স্থায়ীভাৱে থাকিল। কিন্তু আহোম ৰজাক তাৰ বাবে কৰ দিব লগা হৈছিল।

দৰং দুৱাৰকেইখন আহোম ৰজা গৌৰীনাথ সিংহৰ দিনলৈকে আহোম-শাসনৰ তলতে থাকে। কিন্তু কলিঙ্গ দুৱাৰ আৰু বুৰিগুমা দুৱাৰ আহোম আৰু ভুটীয়াসকলে যুটীয়াভাবে দখল ৰাখি পাচ মাহ আহোমসকলে আৰু সাত মাহ ভুটীয়াসকলে নিজৰ অধীনত ৰাখিছিল।

অঁকা, দফলা আৰু ভুটীয়া এই তিনিওটা গোষ্ঠীয়েই সেই কালত দৰং জিলাত এই বাটবোৰেদি নামি আহি ভৈয়ামবাসীসকলৰ ওপৰত যথেষ্ট অত্যাচাৰ কৰি পঁচা সংগ্ৰহ কৰা আৰু খাদ্য-দ্ৰব্য সংগ্ৰহ কৰা এটা প্ৰধান কাম আছিল বুলি জনা যায়। তেওঁলোকেও অৱশ্যে বহুত বস্তু ভৈয়ামলৈ আনিছিল বেহাবেপাৰৰ বাবে। এই সম্পৰ্কে বিতং নথি-পত্ৰ আৰু সংবাদ আহোম ৰজা আৰু পাছত ব্ৰিটিছ ৰাজ্যচৰকাৰৰ হাতত আছিল। ভুটীয়া আৰু অঁকাসকলক দিব লগা খাদ্য-দ্ৰব্যৰ বিষয়ে যথেষ্ট প্ৰসংগৰ উল্লেখ আছে।

ক্ষুদ্ৰ জাতিগোষ্ঠী হ'লেও অঁকাসকল বৰ শক্তিশালী আছিল। তেওঁলোকৰ দুটা প্ৰধান খেল আছিল— **কপাচোৰ অঁকা** আৰু **হাজৰিখোৱা অঁকা**। হাজৰিখোৱা অঁকাসকলে প্ৰধানকৈ ভালুকপুং দুৱাৰেদি অহা-যোৱা কৰিছিল। কপাচোৰ অঁকাসকলে এই বাটেদি কেতিয়াবাহে আহিছিল। কপাচোৰসকলৰ বালিপৰা আৰু ভৰলীলৈকে অহা প্ৰধান বাট আছিল দিজুমুখ-দুৱাৰ। ডিপোটাগাভৰু-দুৱাৰ হাজৰি খোৱাসকলেও অৱশ্যে ব্যৱহাৰ কৰিছিল।

এই দুৱাৰকেইখন ব্যৱহাৰ কৰি অঁকা, দফলা বা ভুটীয়াসকলে ভৈয়ামলৈ নামি এইদৰে ভৈয়ামবাসীক উপদ্ৰৱ কৰা কাৰ্য্য সম্পৰ্কে

আহোম ৰজাসকল যে ওৱাকীবহাল নাছিল এনে নহয়। তেওঁলোকে কোচৰজাৰপৰা ভৰলীলৈকে আহোম ৰাজ্যৰ সীমা কৰি লোৱাৰ পাছত পোনপ্ৰথমবাৰৰ বাবে খোৰা-ৰজা চুকাম্ফাই (১৫৫২-১৬০৩ খ্ৰী.) দাঁতিয়লিয়াল গোহাঁই শলাল গোহাঁইৰ পদ সৃষ্টি কৰি তেজপুৰ মহকুমাৰ উত্তৰ অঞ্চল আৰু লক্ষীমপুৰ জিলাৰ একেবাৰে পশ্চিমাঞ্চল এই খণ্ডৰ প্ৰশাসনিক কাম-কাজ আৰু ইয়াৰ ৰক্ষণাবেক্ষণৰ বাবে এজন শাসনকৰ্তা এই পদত নিয়োগ কৰিছিল। শলাল গোহাঁইৰ মৰ্য্যাদা কলিয়াবৰৰ বৰবৰুৱাৰ বা বৰফুকনৰ সমানেই আছিল। তেওঁক সহায় কৰিবৰ বাবে 'দুৱৰীয়া বৰুৱা' আৰু 'কটকী' পদৰো সৃষ্টি হৈছিল। শলাল গোহাঁইৰ মূল কাৰ্য্যস্থান কলিয়াবৰত আছিল আৰু চাৰিদুৱাৰলৈকে তেওঁৰ এলেকা আছিল। কিন্তু তেওঁৰ তলতীয়া বিষয়াকেইজন দৰঙত আছিল। শলাল গোঁহাই ভ্ৰমণত আহি চতিয়া অঞ্চলত মাজে মাজে থাকিছিলহি। স্বৰ্গীয় হিতেশ্বৰ বৰবৰুৱাৰ **'আহোমৰ দিন'** বুৰঞ্জীত এই দাঁতিয়লীয়া বিষয় সম্পৰ্কে এনেদৰে লিখা আছে।

*"ঃসদিয়াখোৱা গোঁহাই, মৰঙিখোৱা গোঁহাই আৰু সলাল গোঁহাই, এই তিনিজনক 'দাঁতিয়লীয়া গোঁহাই' বোলে। এওঁলোক প্ৰাদেশিক শাসন কৰ্তা; সীমান্ত প্ৰদেশ শাসন কৰে। এওঁলোকক Frontier Governors কিম্বা Political Agentsৰ লগত ৰিজাব পাৰি। এওঁলোকৰ প্ৰত্যেকৰে লগত এহেজাৰকৈ মানুহ থাকে।...... ।"* [পৃ. ৫৩৪]।

সদিয়াখোৱা গোহাঁই আছিল সদিয়াঅঞ্চলৰ মিছিমি আদি পাৰ্বত্য জাতি-গোষ্ঠীৰদ্বাৰা হোৱা উপদ্ৰৱ আদিৰ নিবাৰণৰ বিষয়ে চিন্তা কৰিবলৈ প্ৰাদেশিক শাসনকৰ্তা। মৰঙিখোৱা গোঁহাই আছিল ধনশিৰী নৈৰ পশ্চিমত থকা মৰঙি নামে ঠাইত নগা, কছাৰী, মিকিৰ (অৰ্থাৎ কাৰ্বি) আদিৰ বিৰুদ্ধে সীমান্তৰ ৰাজপ্ৰতিনিধি।

সলাল গোঁহাই আছিল দৰঙৰ ৰাজপ্ৰতিনিধি। *"মৰঙি খোৱা গোঁহাইৰ ৰাজ্যৰপৰা বৰফুকনৰ ৰাজ্যৰ সীমালৈকে এইডোখৰ দেশ এওঁৰ শাসনাধীন। এওঁৰ সেনাবোৰ কলিয়াবৰ আৰু ন-দুৱাৰত আছিল। ভুটীয়া, মিৰি, দফলা আদি পৰ্বতীয়া জাতিৰ অত্যাচাৰৰপৰা চৌদুৱাৰ, নদুৱাৰ*

*আৰু ছয়দুৱাৰ ৰক্ষা কৰাৰ ভাৰ এওঁৰ গাত আছিল। এই বিষয়খন সদিয়া খোৱা আৰু মৰঙি খোৱা গোঁহাইতকৈ পাছে অৰ্থাৎ স্বৰ্গদেৱ খোৱা-ৰজাৰ দিনত সৃজন কৰা হয়।"* [প্ৰাগুক্ত গ্ৰন্থ ঃ পৃ. ৫৩৫]

পৰৱৰ্তী আহোম ৰজা প্ৰতাপসিংহই [১৬০৩-৪১ খ্ৰী.] এই সীমান্তৰ জাতিগোষ্ঠীৰ লগত সদ্‌ভাব ৰাখিবৰ বাবে আৰু এওঁলোকৰ জোৰ-জুলুমৰপৰা দৰঙৰ প্ৰজাই সকাহ পাবৰ বাবে পঁচা সংগ্ৰহ কৰাৰ অধিকাৰ চাৰিদুৱাৰৰ ভুটীয়া, আঁকা, দফলা আৰু মিৰিসকলক দান কৰে। এওঁলোকৰ বাবে কিছুমান পাইক নিৰ্দিষ্ট কৰি দিছিল, যিসকলে তেওঁলোকৰ নিৰ্দিষ্ট বাৰ্ষিক বৰঙণিখিনি আহোম ৰজাক দিয়াৰ পৰিৱৰ্তে এওঁলোকক দিব লাগিছিল। আঁকাসকলৰ ভিতৰত হাজৰিখোৱা আঁকাসকলে এই পঁচা তুলিবৰ অধিকাৰ পাইছিল। **সম্ভৱতঃ হাজাৰ গোটৰ পাইকসকলক আঁকাসকলে পঁচা তুলিবৰ বাবে পৃথকে ৰাখিছিল। সেইবাবেই এই আঁকা খেলটোৱে উক্ত নাম পাইছিল।**

কপাচোৰ আঁকাসকলক খাজনা বা পঁচা তুলিবলৈ দিয়া হোৱা নাছিল। তথাপি তেওঁলোকে দুৱাৰবাসী প্ৰজাসকলৰপৰা পঁচাৰ নাম কৰি ৰাতি চুৰ কৰি হ'লেও বস্তু আদায় কৰিছিল। *তেওঁলোকে কপাহ খেতি থকা পথাৰত ৰাতি পুৰণি ধৰণৰ আন্ধাৰ চাকি লৈ চুৰি কৰাৰ বাবে লুকাই থাকিছিল। সম্ভৱতঃ এইবাবে তেওঁলোকক নাম দিয়া হৈছিল কপাহ চোৰ আঁকা।*[৪] *তাৰপৰাই লাহে লাহে তেওঁলোকৰ নাম হ'ল— কপাচোৰ আঁকা।*

আলেকজেণ্ডাৰ মেকেঞ্জীৰ The North-East Frontier of Indiaত লিপিবদ্ধ হোৱা ১৮২৫ খ্ৰী.ৰ নথিলেখ্যৰপৰা জনা যায় যে হাজৰিখোৱাসকলে নিৰ্দিষ্ট খেলৰ প্ৰতি ঘৰৰপৰা *One portion of a female dress, one bundle of cotton thread, and one cotton handkerchief* পাইছিল।[৫] ইয়াৰ উপৰি তেওঁলোকে খেতিয়কসকলৰ পৰা নিৰ্দিষ্ট হাৰতকৈও পথাৰৰপৰা অধিক শস্য বা দ্ৰব্য লৈছিল।

দৰং জিলাৰ সীমান্তত পশ্চিমা দফলাসকলৰ লগত ৰজা প্ৰতাপ সিংহৰ ১৬১৪ খ্ৰীষ্টাব্দত ৰণ লগাৰ কথা *'দেওধাই বুৰঞ্জী'* আৰু অন্যান্য

আহোম বুৰঞ্জীত পোৱা যায়। দৰঙৰ উত্তৰ-পূব ফালে তেতিয়াৰ দফলা পৰ্বতত দফলাসকলে বসবাস কৰাৰ কথা আগতে কৈ অহা হৈছে। প্ৰতাপ সিংহ ৰজাই লাকো বৰপাত্ৰ গোঁহাই আৰু দুজন বিষয়াক এওঁলোকৰ বিৰুদ্ধে প্ৰেৰণ কৰিছিল। কিন্তু দফলাসকলৰ লগত সম্পূৰ্ণভাৱে জয়ী হ'ব পৰা নাছিল। বৰপাত্ৰ গোহাঁই আৰু গোহাঁই বৰুৱাই পৰাজয় বৰণ কৰি উভতি আহিছিল। **সম্ভৱতঃ ইয়াৰ পাছুতে ৰজাই গোঁহাইকমল আলিতে 'দফলাগড়' নামৰ গড়টো নিৰ্মাণ কৰে আৰু দফলাসকলৈ পঁচা-প্ৰথা প্ৰচলন কৰে।** [ঘাঁহিগাঁৱৰ উত্তৰত দফলাগড় বাগিছাৰ উত্তৰত এতিয়াও এই গড়ৰ চিহ্ন আছে।]

*"ঃ আৰু ডফলা গড় বন্ধাই গৰুমুৰিয়া পাতি, মিৰি, দফলালৈ পঁচা লগাই, আবৰ ও মিৰি দফলাৰ দুৱাৰ ভেদকৈ মাটি, বিল, বহতা কটকি দি, বছৰি পাল সেৱা নিবন্ধ কৰিলে, পালসেৱাত দিব লগা দ্ৰব্য জকা, মেঠন মজাঠি।ঃ*[৬]

দফলাসকললৈ দুৱাৰ অঞ্চলৰ প্ৰজাৰপৰা যিসকলক পাইক নিৰ্দিষ্ট কৰি দিয়া হৈছিল, তেওঁলোকক *দফলা বহতীয়া* বুলি কোৱা হৈছিল। দফলা বহতীয়াসকলে দফলাসকলক খেতিও কৰি দিব লগা হৈছিল। সেইকাৰণে আহোম ৰজাক দিব লগা জনমূৰি কৰ ৯.০০ টকাৰ পৰিৱৰ্তে তেওঁলোকে তিনি টকাহে দিব লাগিছিল। বাকীখিনি মাফ দিয়া হৈছিল।

মেকেঞ্জীৰ মতে দুৱাৰবাসীসকলৰ প্ৰতি দহঘৰৰ মাজৰপৰা দফলাসকলক বছৰি *one double cloth, one single cloth, one handkerchief, one dao, ten head of horned kettle and four seers of salt'* দিব লাগিছিল।[৭]

ৰজা প্ৰতাপসিংহৰ পাছতো ব্ৰিটিছ আগমনলৈকে দফলাসকলৰ লগত আহোম ৰজা সকলৰ সঘনাই যুঁজ-বাগৰ হৈ আছিল। লক্ষীমপুৰ জিলাৰ উৰ্দ্ধত থকা তাগিন দফলাসকল পশ্চিমা দফলাসকলতকৈ বেছি উগ্ৰ আছিল। তেওঁলোকে খ্ৰী. ১৬৪৬-৪৮ ৰ ভিতৰত ৰজা চ্যুতিনফাৰ দিনত, খ্ৰী. ১৬৬৩-৬৯ৰ ভিতৰত ৰজা চক্ৰধ্বজ সিংহৰ দিনত মিৰিসকলৰ লগত লগ হৈ আৰু খ্ৰী. ১৬৭২ত ৰজা উদয়াদিত্যৰ দিনত কেইবাবাৰো যুঁজ-বাগৰ কৰি আছিল

আহোম সকলৰ বিৰুদ্ধে। দূৰদৰ্শী ৰজা ৰুদ্ৰসিংহই (১৬৯৬-১৭১৪খ্ৰী.) ওচৰ চুবুৰীয়া ৰজাসকলৰ লগত সু-সম্পৰ্ক স্থাপনৰ নীতি গ্ৰহণ কৰি এই দফলাসকলকো প্ৰথমতে যুদ্ধেৰে, পাছত মিত্ৰতাৰ মাজেৰে বশ্যতা স্বীকাৰ কৰাইছিল। অকল সেয়ে নহয়, বহিঃ ৰাজ্য দখল কৰি বৰ অসম গঢ়াৰ উদ্দেশ্যে এইগৰাকী মহান ৰজাই যি জাতীয় সৈন্য বাহিনী গঠন কৰিছিল, **তাত ৪৮০ পশ্চিমা দফলা আৰু ২০০ তাগিন দফলাই সৈন্যহিচাপে যোগদান দিছিল বুলি জনা যায়।**[৮] কিন্তু গুৱাহাটী শিবিৰত আকস্মিকভাবে ৰজা ৰুদ্ৰসিংহৰ মৃত্যু হোৱাত এই কল্পনাই বাস্তৱ ৰূপ নাপালে।

ৰুদ্ৰসিংহৰ পাছত শিৱসিংহ (খ্ৰী.১৭১৪-৪৪), ৰাজেশ্বৰ সিংহ (খ্ৰী. ১৭৫১-৬৯) আৰু লক্ষ্মী সিংহ (খ্ৰী. ১৭৬৯-৮০) আদি ৰজাৰ দিনত পুনৰ এইসকল দফলাৰ সীমান্তবাসীৰ ওপৰত উপদ্ৰৱ হৈছিল। এওঁলোকৰ বিৰুদ্ধে অভিযানো চলিছিল। **এবাৰ পশ্চিমা দফলাসকলে নদুৱাৰৰ ঘিলাধাৰীলৈকে আক্ৰমণ কৰাত ৰাজেশ্বৰ সিংহই দফলা দুৱাৰ কেঁইখনকে গড় মাৰি একেবাৰে বন্ধ কৰি দিছিল।**[৯]

পাছত বশ্যতা স্বীকাৰ কৰাত ৰজাই আগৰদৰে তেওঁলোকক পঁচা তোলাৰ অধিকাৰ দি উপদ্ৰৱ নকৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধ কৰাইছিল।

গৌৰীনাথ সিংহ (খ্ৰী. ১৭৮০-৯৫) আৰু কমলেশ্বৰ সিংহৰ (খ্ৰী. ১৭৯৫-১৮১১) দিনৰ ৰাজশক্তিৰ দুৰ্বলতা আৰু বিশৃঙ্খলাৰ সুযোগ গ্ৰহণ কৰি ছয়দুৱৰীয়া আৰু নদুৱৰীয়া দফলাসকলে সেই সময়ৰ বিদ্ৰোহী মোৱামৰীয়া বাহিনীৰ লগত যোগ দি পুনৰ বিদ্ৰোহ কৰি দুৱাৰবাসী ভৈয়াম অঞ্চলত প্ৰচণ্ড উপদ্ৰৱৰ সৃষ্টি কৰিছিল। গৌৰীনাথ সিংহ ৰজাই নিজে অভিযান চলায়ো সফল কাম নোহোৱাত আগতকৈ অধিক পঁচা তুলিবলৈ অধিকাৰ দিবলগীয়া হৈছিল। উৎপীড়ণৰ তীব্ৰতা অত্যধিক হোৱাত বহুতো প্ৰজাই পুৰন্দৰ সিংহৰ ৰাজত্বৰ সময়ত এই সীমান্তৰ গাঁওৰপৰা ভাঙি যাবলগীয়া হৈছিল।

"The exactions fell very heavily on the habitants of the mahals and specially during the period of Raja Purandar Singh's reign it resulted into the entire desertion of almost all the villages on the frontiers :"[১০]

*Glimpses of the Early History of Arunachal* – **L.N. Chakraborty.**

[উল্লেখ কৰিবলগীয়া যে ভালুকপুঙৰ দক্ষিণত সংৰক্ষিত বনাঞ্চলৰ ভিতৰত ঢাৰিকাটি, পোতাশালী আদি বন-গাঁওৰ ওচৰৰ বননিৰ মাজত এতিয়াও কিছুমান তামোল আদি গছ-গছনিৰে সৈতে বস্তীৰ চিন দেখা পোৱা যায়। সেইবোৰ এৰাবাৰী যেন লাগে। ১৯৭৫-৭৬ খ্রী.ত আমি নিজে দেখিছিলো। সোধাত মানুহে কৈছিল যে মানৰ দিনত এই অসমীয়া পৰিয়ালবোৰ ইয়াৰ পৰা উঠি গৈছে। **সম্ভৱতঃ মান-আক্ৰমণৰ সমসাময়িক এই দফলাসকলৰ উপদ্ৰৱেহে এইবোৰ গাঁও সম্পূৰ্ণভাৱে ভাঙি দিছিল।** —লেখক]

মঙ্গলদৈৰ উত্তৰত যি কৰিয়াপাৰ দুৱাৰ আছিল, এই দুৱাৰৰ নিয়ন্ত্ৰণ কোচ ৰজা নৰনাৰায়ণৰ সময়লৈকে তেওঁলোকৰ দখলত থকাৰ কথা উল্লেখ কৰি অহা হৈছে। তাৰ পাছত কোচৰজা দুৰ্বল হোৱাত আৰু আহোম ৰজাৰ কোচ ৰজাৰ লগত সংঘৰ্ষ আৰু পাছত মিত্ৰতা হোৱাৰ সময়ত এই দুৱাৰৰ নিয়ন্ত্ৰণো আহোম ৰজালৈ বাৰ্ষিক কৰ দিয়াৰ বিনিময়ত আৰু বুৰিগোমা দুৱাৰৰ দৰে বছৰৰ এটা সময়ত তিব্বতৰ ভুটীয়াসকলৰ হাতলৈ গৈছিল। ওদালগুৰিৰপৰা ভৈৰৱকুণ্ডলৈ যোৱা ৰাস্তাৰ মুখত যি দুৱাৰমুখ আছিল এই দুৱাৰমুখেদি তেওঁলোক পাঁচা তুলিবলৈ নামি আহিছিল। কৰিয়াপাৰ দুৱাৰৰ ওপৰৰ ভুটীয়াসকলৰ ৰজাৰ নাম আছিল **সাত ৰজা**। তেওঁ টোৱাং ৰজাৰ অধীনত আছিল।

সোতৰ শতিকাৰ শেষৰ ফালে ৰজা গদাধৰ সিংহৰ (খ্ৰীঃ ১৬৮১-১৬৯৬) দিনত কৰিয়াপাৰ দুৱাৰৰ ওপৰৰ ভুটিয়াসকলৰ লগত অৰ্থাৎ সাত ৰজাৰ লগত আহোমৰ সংঘৰ্ষ হৈছিল। এই সংঘৰ্ষ হৈছিল এই দুৱাৰৰ কছাৰি মহলিয়া (অৰ্থাৎ যিসকলে তামোল-পাণৰ ব্যৱসায় কৰিছিল, তেওঁলোক) সকলৰপৰা আহোমৰ নিয়ন্ত্ৰণত থকা চাৰিমাহৰ ভিতৰত আহোমসকলে কৰ আদায় কৰা বাবে। খ্ৰী. ১৬৮৮, ১৬৯০ আৰু খ্ৰী. ১৬৯১ ত একাধিকবাৰ এই বিষয়ত কাজিয়া হৈছিল। ৰজা গদাধৰ সিংহই

শেষত দৰং ৰজাক এই বিষয়ে জগৰীয়া কৰাত, তেওঁৰ লগত লগ হৈ দৰং ৰজাৰ দ্বাৰা কেইবাটাও দুৰ্গ তৈয়াৰ কৰাই ভুটীয়াসকলক বশ কৰাইছিল। ইয়াৰ পাছত আৰু তেওঁলোকৰ মাজত বিশেষ সংঘৰ্ষ হোৱা নাছিল আৰু উভয় পক্ষই কৰ-কাটল চুক্তিমতে আদায় কৰাত অলপো অসুবিধা পোৱা নাছিল।

আগতে এইটোও উল্লেখ কৰি অহা হৈছে যে **বেলশিৰি-দৈমৰা** দুৱাৰেদি সাধাৰণতে শ্বেৰদুক্‌পেন ভুটীয়াসকল ভৈয়ামলৈ নামিছিল আৰু বছৰে বছৰে পঁচা সংগ্ৰহ কৰিছিল। এওঁলোক কৰিয়াপাৰ দুৱাৰৰ পূবফালে থকা চাৰিদুৱাৰৰ উৰ্দ্ধত ৰূপা আৰু শ্বেৰগাঁও নামে দুয়ো গাঁওতে বাস কৰিছিল। এওঁলোককে **চাৰিদুৱাৰ-ভুটীয়া**ও বোলা হৈছিল। টোৱাং বা ভোট্যন ৰজাৰপৰা স্বাধীন বুলি কৈছিল। চাৰিদুৱাৰ-ভুটীয়া আৰু অঁকা সকলৰ মাজতো সততে যুদ্ধ-বিগ্ৰহ লাগি আছিল। সেইবাবে ব্ৰিটিছ-শাসনৰ সময়ত ১৮৭২-৭৩ খ্ৰীষ্টাব্দত চাৰিদুৱাৰ-ভুটীয়াসকলৰ বাবে ৰৌতা আৰু গাভৰু নদীৰ ওপৰৰ সীমান্ত অঞ্চলটো তেওঁলোকৰ সীমাৰ ভিতৰত ধৰি দিছিল।

চাৰিদুৱাৰ ভুটীয়াসকলৰ ক্ষেত্ৰতো আহোম ৰজা প্ৰতাপসিংহয়েই পঁচা-পদ্ধতিৰ প্ৰচলন কৰিছিল। কেৱল ইয়াৰ পৰিৱৰ্তে তেওঁলোকে আহোম ৰজাক সাধাৰণভাৱে এটা বাৰ্ষিক উপঢৌকন (Tribute) বা কৰ দিব লাগিছিল।

"With the Bhutias of Charduar the Ahom Government had adopted a different policy. King Pratap Singha, who had introduced the *'posa'*-system in regard to the Akas, Daflas, and the Miris who lived in this frontier region, most probably introduced the *posa*-system in regard to these Bhutias also, apparently with a view to keep uniformity of the relations of all the tribes on this frontier with the Ahom Government. The independence of the Bhutias of Charduar from the Bhutanese Gov-

ernment of Punakha (The Bhutias of Charduar claimed to be independent of Towang raja, a tributory of Lhassa) must have facilitated the Ahom Government to accord different sorts of treatment to these Bhutias." (*The Ahom-Tribal Relations :* Dr Lakhsmi Devi– পৃষ্ঠা. ১৯৯)।[১১]

ড° লক্ষ্মী দেৱীয়ে প্ৰাগুক্ত গৱেষণা-গ্ৰন্থত চাৰিদুৱাৰৰ ভুটীয়াসকলৰ ক্ষেত্ৰত ৰজা প্ৰতাপসিংহই পঁচা-পদ্ধতি উলিওৱা বুলি উল্লেখ কৰি *সম্ভৱত ঃ* শব্দটো প্ৰয়োগ কৰিছে এই কাৰণে যে বৰ্তমানৰ প্ৰাপ্ত কোনো এখন বুৰঞ্জীতে এই ভুটীয়াসকলৰ ক্ষেত্ৰত ৰজা প্ৰতাপ সিংহই পঁচা-পদ্ধতি প্ৰচলন কৰাৰ উল্লেখ নাই। ড° লক্ষ্মীদেৱীয়ে দুটা গুৰুত্বপূৰ্ণ কাৰণত ৰজা প্ৰতাপসিংহই এই কামৰ ভাৰ লৈছিল বুলি ক'ব খোজে।

(১) প্ৰতাপ সিংহৰ ৰাজত্ব কালতে (১৬০৩-৪১ খ্ৰী.) ভৰলী নদীৰ পশ্চিমৰপৰা বৰনদীলৈকে আহোমৰ দখলত আছে। তেওঁৱেই আঁকা, দফলা আৰু মিৰিসকলৰ ক্ষেত্ৰত পঁচা-পদ্ধতি প্ৰয়োগ কৰিছিল। গতিকে নিজৰ ৰাজ্যৰ সংস্পৰ্শত থকা ভুটীয়াসকলৰ ক্ষেত্ৰতো তেওঁ একে নীতি গ্ৰহণ কৰাৰ সম্ভাৱনা।

(২) কোচবংশী মহেন্দ্ৰনাৰায়ণৰ পাছতে চন্দ্ৰনাৰায়ণ ১৬৪৩ খ্ৰী.ত দৰঙৰ ৰজা হয়। ৰজা হৈয়েই তেওঁ চাৰিদুৱাৰৰ সেইসকল মুখ্য বা প্ৰধানক নিজৰ নিজৰ দৰবাৰলৈ মাতি নিছিল। যিসকলে ভুটীয়া, আঁকা আৰু দফলাসকলৰপৰা কৰ সংগ্ৰহ কৰিছিল, স্বৰ্গদেৱে তেওঁলোককেই এই কৰৰ যাৱতীয় ভাৰ দিয়া বুলি সেইসকলক তেওঁ কৈছিল (*Wade's Account of Assam*, পৃ. ২২৫)।

এই কথাই ইঙ্গিত দিয়ে যে ৰজা প্ৰতাপসিংহই ভুটীয়াসকলৰ ক্ষেত্ৰতো পঁচাৰ ব্যৱস্থা কৰিছিল আৰু পঁচা ভোগ কৰা কাৰণে আহোম ৰজাক তেওঁলোকে বাৰ্ষিক কৰ দিব লাগিছিল।

**পঁচা ঃ** পঁচা কেনেকুৱা কৰ বা খাজনা আছিল এই সম্পৰ্কে

একাধিক ব্রিটিছ বিষয়াই লিখক হিচাপে এনেকৈ লিখিছে—

"It is a mistake to suppose that *posa*, which as we have seen, was paid to most of the hill tribes bordering on the plains, was an uncertain, ill-defined exaction, depending in amount upon the capacity of the different hordes who might descend to levy it. It was really a well-ascetained revenue payment, on account of which a corresponding remission was made in the State demand upon the ryot satisfying it. It may have had its origin in encroachment or it may have been based on customary and primeval rights asserted by the hillmen; but it was a distinct feature in the revenue system of the country when the British annexed Assam."[১২]

আকৌ চৰকাৰৰ নথিত এনেদৰে লিখা হৈছে ঃ

"*Posa* is also defined as allowances paid to certain hill tribes inhabiting the hills on the northern frontier of Assam bordering Darrang and Lakhimpur, on account of commuted 'blackmail', or in consideration of the abandonment by them of their claims with regards to certain *duars*."[১৩]

লক্ষীমপুৰ জিলাৰ উপায়ুক্ত H. J. Peeth য়ে লিখিছিল—

: In the Assam Raja's days the wild tribes bordering on Darrang and which is now known as North Lakhimpur, namely, the Daflas and the Hill-Miris used to descend annually to the plains and levy blackmail from the border villages. The blackmail was levied in kinds, and it appears that the quantitis demanded from each village or hamlet were fixed and wellknown to both parties; the whole amount was raised collectively by a village-subscrition, or *'Posa'*. However this term came to be

applied to all payments made to hill tribes by the Government, whether they were in communication of the blackmail above described or merely police-payments under treaty obligations.'[১৪]

*'Ahom-Tribal Relations'* গ্ৰন্থত ড° লক্ষ্মীদেৱীয়ে *পঁচা* সম্পৰ্কে ভালদৰে উদ্ধৃতি দিছে ঃ

"The word *'Posa'* literally means a collection or subscription for a common purpose...... In its special sense of payment to a hill tribe, it strictly denotes the subscription which the village raised in order to meet the customary demands of their visitors from the hills, in other words, blackmail."[১৫]

'পঁচা' শব্দৰ অভিধানিক অৰ্থও এনেকুৱা ঃ *'অনেকে গোট খাই কোনো কাৰ্য্যৰ নিমিত্তে আপোন ইচ্ছাৰে দিয়া ধন; ৰাজহুৱা কামৰ নিমিত্তে প্ৰতিজনে দিয়া ধন বা বস্তু , চান্দা, বৰঙণি ; a voluntary contribution, a subscription, a collection, anything paid in aid.'*[১৬]

**দুৱাৰৰ সাৰ্বভৌমত্ব ঃ** গতিকে অসমৰ দুৱাৰবাসী প্ৰজাই এইসকল পাৰ্বত্য জাতিক আহোম-কোচৰজাৰ সময়ত এনেদৰে বছৰত এবাৰকৈ ধন বা বস্তুৰে বৰঙণি দিয়া প্ৰথা চলিছিল। এই জাতিসকল ভ্ৰমণকাৰী বা আলহীস্বৰূপহে আছিল। এই পঁচাৰ বাবে তেওঁলোকৰ ভৈয়ামবাসীসকলৰ মাটিত কোনো দখলৰ অধিকাৰ সাব্যস্ত হোৱা নাছিল। আন এটা কথা উল্লেখনীয় যে এই পঁচা আদায় কৰা অথবা ভৈয়ামলৈ নামি আহি এইসকল জাতিগোষ্ঠীয়ে কৰা উপদ্ৰৱ আদিৰ মাজেদি ধন-বস্তু লৈ যোৱা পদ্ধতিৰ মূলতঃ কাৰণ আছিল অৰ্থনৈতিক, ৰাজনৈতিক নহয়। খাদ্যবস্তুৰ যথেষ্ট অভাৱ— আৰু কৃষিকৰ্ম কৰাৰ বাবে জনশক্তিৰ অভাৱ— এইবোৰেই আছিল ভৈয়ামলৈ নামি আহি এওঁলোকে, শত্ৰুভাৱে অথবা মিত্ৰভাৱে হওক, ভৈয়ামবাসীৰ লগত আদান-প্ৰদান কৰাৰ কাৰণ। ভৈয়ামৰ শস্য বা দ্ৰব্য নহ'লে অথবা তাৰ যোগেদি এটা যোগসূত্ৰ নাথাকিলে তেওঁলোকে বৰ্তিব নোৱাৰে। দূৰদৰ্শী ৰজা প্ৰতাপসিংহই

উপলব্ধি কৰিছিল যে সীমান্তত শান্তি-শৃংখলা আৰু প্ৰজাসকলৰ সৰ্বদা আক্ৰমণ আৰু যুদ্ধৰ প্ৰস্তুতিৰ মাজত জীৱন কটাবলৈ দিয়া উচিত নহয়। পাৰ্বত্য জাতিৰ উগ্ৰতাক এক পদ্ধতিৰ মাজত অৱদমিত কৰি ৰাখিব পাৰিলে ভাল। গতিকেই পঁচা পদ্ধতিৰ প্ৰচলন কৰি আদান-প্ৰদানৰ এক নিৰ্দিষ্ট-গতিপথ কৰি দিছিল। পঁচা দিয়া লোকসকলক অথবা পাৰ্বত্য জাতিৰ লগত দিয়া পাইকসকলক আহোম ৰজাই আংশিক খাজনা মাফ দিছিল। আনহাতে, পঁচা লোৱা জাতিগোষ্ঠীয়েও বাৰ্ষিকভাৱে এটা সাধাৰণ উপঢৌকন বা কৰ (Tribute) আহোম ৰজাক দিব লাগিছিল। **ইয়াৰ দ্বাৰা স্পষ্টভাৱে বুজা যায় যে সীমান্তৰ সাৰ্বভৌমত্ব বা অসমৰ ৰজাৰ আনুষ্ঠানিক কৰ্তৃত্ব পূৰ্ণভাৱে সাব্যস্ত হৈ আছিল।**

- কোঁচৰজা বিশ্বসিংহ-নৰনাৰায়ণৰ সময়ত কোঁচ-বাহিনীত ভুটীয়া সৈন্যও আছিল। আহোম ৰজা ৰুদ্ৰসিংহই 'বৰ অসম' গঢ়িবলৈ প্ৰস্তুত কৰা জাতীয় সৈন্য-বাহিনীত দফলাসকলে যোগ দিছিল।

এইদৰে প্ৰায় ষোল্ল শতিকাৰ শেষৰপৰা ব্ৰিটিছ আগমনলৈকে পাৰ্বত্য জাতি আৰু সীমান্তৰ অসমবাসীৰ মাজত উপদ্ৰৱ, কৰ-আদায় অথবা দ্ৰব্যৰ আদান-প্ৰদানৰ মাজেদি বেহাবেপাৰ— এইধৰণৰ যিকোনো মাধ্যমৰ যোগেদি এটা বাধাহীন মিশ্ৰণ বা অহা-যোৱা চলিছিল।

তদুপৰি, আহোমসকলৰ ৰাজশক্তিৰ অঁকা-দফলা অথবা অন্যান্য পাৰ্বত্যজাতিক সামৰিকভাৱে জয় কৰিবলৈ ক্ষমতা নোহোৱাৰ বাবেই যে উত্তৰ সীমান্তত এনেদৰে দকা-হকা অথবা উপদ্ৰৱ-অত্যাচাৰ কৰাৰ সুবিধা হৈছিল— এই কথা ভাবিবলৈ টান। প্ৰমাণস্বৰূপে, ৰাজশক্তিৰে ৰাজেশ্বৰ সিংহই গড় মাৰি এবাৰ পশ্চিমা দফলাসকলৰ দুৱাৰ বন্ধ কৰি দিছিল বুলি ওপৰত উল্লেখ কৰি অহা হৈছে। তেতিয়া তেওঁলোক খুব বিপদত পৰিছিল। অৰ্থনৈতিকভাৱে অনগ্ৰসৰ এই পাৰ্বত্যজাতিসমূহৰ ভৌগোলিক স্থিতিৰ অসুবিধাৰ কথা উপলব্ধি কৰিয়ে আহোম ৰাজশক্তিয়ে উত্তৰ-পূব-সীমান্তৰ পাৰ্বত্যজাতিসকলৰ লগত যুদ্ধ-বিবাদত কৈ মিত্ৰতা আৰু সন্ধিৰ নীতিৰেহে চলাৰ পক্ষপাতী আছিল অথবা পোষকতা কৰিছিল।

সেইবাবেই এই পঁচা-পদ্ধতিৰ প্ৰচলন এক সুদূৰপ্ৰসাৰী পৰিণতিসমৃদ্ধ ৰাজকীয় ব্যৱস্থা আছিল। আহোমসকলৰ লগত এওঁলোকৰ সঘন যুদ্ধ-বিবাদৰ কথা উল্লেখ কৰি ড° সূৰ্য্য কুমাৰ ভূঞাই এই ক্ষেত্ৰত দিয়া সুচিন্তিত মন্তব্য প্ৰণিধানযোগ্য ঃ

"The Ahom kings never desired to occupy the hill territories and bring the people under their full control, for they knew it perfectly well that if they do that, then the hills' people would recede to the more interior areas of the hills and in that case they would derive no other material gains except the abandoned hills that were too disadvantageous for the plains people to inhabit. That was why the Ahom kings adopted strict and sterner measures against their attack and plunder, but at the same time they did not fail to supply the hills' people with their daily necessary articles."[১৭]

উত্তৰপূব-ভাৰতৰ পাৰ্বত্য জাতিসমূহৰ বিষয়ে হোৱা এক আলোচনা-চক্ৰৰ গৱেষণা-গ্ৰন্থত এনেদৰে মন্তব্য কৰা হৈছে—

: "In early days the ancient rulers of Assam had a loose political control over NEFA, the northern mountaineous border area of Assam. The tribal chiefs had been authorised by the pre-Ahom rulers to levy certain dues on the foot-hill villages in their proximity, the return for which the former paid tribute to the latter,....

The Ahoms after a few losses in terms of army, weapons and prestige realised that it was unwise to be aggressive and then they restricted themselves to the policy of reconciliation. Almost all of the menacing tribes was assigned a certain number of 'paiks' or tax-paying households, and given the right

of realisng a certain amount of cereals, cloth, salt, iron etc. called 'posa' and manual labour from the restricted areas. **Except the Tibetan groups, the rest of the tribal groups of NEFA accepted the sovereignty of the Raja of Assam." :**[১৮] □

---

প্রসংগ পাদ-টোকা ঃ

১. চাৰিদুৱাৰৰ ৰাজনৈতিক বিষয়াৰ কাৰ্য্যালয়ৰ তেতিয়াৰ মুখ্য সহায়ক দ্বাৰিকানাথ দাসে (ৰায়চাহেব) অঁকাসকলৰ বিষয়ে ধাৰাবাহিকভাবে কেইবাটাও সংখ্যাৰ *'আৱাহন'*ত লিখিছিল [প্রসংগ-সংখ্যা ঃ ফাগুন, ১৮৫৮ শক, ৮ম বছৰ, ৩য় সংখ্যা]।

২. Dr. J. P. Wade's History (পৃ. ১২) ঃ বেণুধৰ শৰ্মা সম্পাদিত।

৩. The Early History of Kamrupa ( পৃ. ২১৫) ঃ Kanak Lal Barua (1933)

৪. Ahom-Tribal Relations (1968) : Dr. Lakhsmi Devi

৫. The North-East Frontier of India : Alexander Mackenzi (পৃ. ২২) [Reprint, 1995]

৬. অসম বুৰঞ্জী-সাৰ ঃ কাশীনাথ তামুলী ফুকন (সম্পাদক ড° প্রতাপ চন্দ্র চৌধুৰী)

৭. The North-East Frontier of India ( পৃ. ২৭) : Alexander Mackenzi (Reprint, 1995)

৮. Ahom -Tribal Relations : (পৃ. ১৭৯), Dr. Lakhsmi Devi

৯. ঐ. (পৃ. ১৮০)

১০. Glimpses of the Early History of Arunachal : (পৃ. ১৭) L. N. Chakrborty

১১. Ahom-Tribal Relations (পৃ. ১৯৯) : Dr. Lakhsmi Devi

১২. The North-East Frontier of India : Alexander Mackenzi.
[Reprint, 1995, by Mittal Publications (New Delhi, পৃ. ২১)]

১৩. File No. Progressive Political A, March, 1900, Nos 22, 23 Pt.

১৪. Letter No. 641 G dated 5.8.1882

১৫. Physical and Political Geography of the Province of Assam, Assam Secretariet Press, 1896 ৰ পৰা ড° লক্ষ্মীদেৱী প্ৰণীত গ্ৰন্থত উদ্ধৃত (পৃ. ১৫৮)।

১৬. হেমকোষ অভিধান ঃ হেমচন্দ্ৰ বৰুৱা।

১৭. The Anglo-Assamese relations : Dr. Suryya Kumar Bhuyan

১৮. *NEFA : Its History of Administration and the Problems of Integration :* Speeches and Papers of National Seminar on Hill-people of North-Eastern India, from 3–6 to December 1966. I. I. A. S. Simla (Page 167).

# অবিভক্ত দৰং জিলাৰ 'দুৱাৰ' সমূহ
## [ব্ৰিটিছ যুগ]

মোৱামৰীয়া বিদ্ৰোহ আৰু বঙ্গদেশৰ উৎপীড়নকাৰী বৰকান্দাজসকলক অসমত দমন কৰিবলৈ অসমৰ দুৰ্বল আহোম ৰজা গৌৰীনাথ সিংহই (খ্ৰী.১৭৮০-৯৫) অপৰাগ হৈ ইষ্ট-ইণ্ডিয়া কোম্পানীক সহায় খোজাত গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণওৱালিছে কেপ্টেইন ৱেলছৰ নেতৃত্বত ছয়টা সৈন্যদল পঠায়। ৱেল্‌ছে এই বিদ্ৰোহ দমন কৰি ৰজা গৌৰীনাথ সিংহৰ লগত ১৭৯৩ খ্ৰী.ৰ ২০ ফ্ৰেব্ৰুৱাৰীত এখন চুক্তি সম্পাদন কৰিছিল। ইতিমধ্যে ভাৰত চৰকাৰৰ ৰাজনৈতিক নীতি পৰিৱৰ্তন হোৱাত নৱনিযুক্ত গৱৰ্ণৰ-জেনেৰেল চাৰ জন শ্যোৰেই অন্য ৰাজ্যত হস্তক্ষেপ নকৰা নীতি অৱলম্বন কৰাৰ ফলত কেপ্টেইন ৱেলছ উভতি যাব লগা হৈছিল। উল্লিখিত চুক্তিৰ পুস্তিকাখন ভাৰত চৰকাৰৰ নথিলেখ্য বিভাগত অপ্ৰকাশিত অৱস্থাত আছে (Pol. con. 24. Feb/1794, No 16)।[১]

এই চুক্তিত স্বৰ্গদেৱে ইষ্টইণ্ডিয়া কোম্পানীয়ে পঠোৱা সৈন্যৰ বাবে অসম ৰজাই বহন কৰিবলগীয়া খৰছৰ টকাৰ বিৱৰণ আছে। এই পুস্তিকাৰ পৰা জনা যায় যে ১৭৯৪ খ্ৰী.ত কলিয়াবৰৰপৰা কান্দাহাৰ চকীলৈকে নামনি অসমৰ বৰফুকনে পাবলগীয়া ৰাজহৰ পৰিমাণ আছিল মুঠ ২০০৭০০ টকা, আৰু তাৰ ভিতৰত কোম্পানীক দিবলগীয়া আছিল ১,৫০,০০০ টকা। মুঠ ৰাজহৰ ভিতৰত অন্যান্য স্থানৰ উপৰি নদুৱাৰৰপৰা উঠিবলগীয়া ১৫০০০.০০ টকা, চাৰিদুৱাৰৰ পৰা ৬০০০.০০ টকা আৰু সাতৰজাৰ পৰা ১০০০.০০ টকা।[২]

জজ্ মিঃ এ. জে. মোফাট্ মিলছৰ ওচৰত মণিৰাম দত্ত বৰুৱা দেৱানৰ জৰিয়তে ঘনকান্ত সিংহ যুৱৰাজ আৰু অন্যান্যসকলে দাখিল কৰা

স্মাৰক পত্ৰত সেই সময়ত আহোম ৰজাই বিভিন্ন উৎসৰপৰা যিমান ৰাজহ পাইছিল, তাৰ পৰিমাণৰ লগত ওপৰত উল্লিখিত ৰাজহৰ পৰিমাণৰ মিল দেখা যায়। এইমতেও সেই সময়ত মুঠ ৰাজহৰ পৰিমাণৰ ভিতৰত আহোম ৰজাই ছয়দুৱাৰৰ পৰা ৬৬০০.০০ টকা আৰু অন্যান্য দুৱাৰৰ পৰা ৯০০০.০০ টকা পোৱা হৈছিল বুলি উল্লেখ আছে।[৩]

১৭৯৪ খ্ৰী.ৰ ৬ ফেব্ৰুৱাৰী তাৰিখে কেপ্টেইন ৱেল্‌ছে ভাৰতৰ গৱৰ্ণৰ-জেনেৰেলৰ নিৰ্দেশ অনুসাৰে অসমৰ ওপৰত এটি বিস্তৃত বিৱৰণ প্ৰেৰণ কৰিছিল, যাক কোৱা হয় *Welsh's Report on Assam, 1794.* তাতো তেওঁ উল্লেখ কৰিছে যে দফলা, আঁকা, ভুটীয়া আৰু অন্যান্যসকলে অসমৰ ৰজাক কৰ দিছিল।

Suddia, Miree, Duffala Orika, Botan, Naga, Koparee, Jointa, and the Garrows paid tribute to the Monarch of Assam.[৪]

১৮২৬ খ্ৰী.ৰ ২৪ ফেব্ৰুৱাৰীৰ ইয়ান্দাবু সন্ধিমতে অসম ৰাজ্য ব্ৰিটিছে দখল কৰি লয় আৰু ১৮৩৯ খ্ৰী.ত এই দখল সম্পূৰ্ণ হয়। অসম অধিকাৰ কৰাৰ পাছত গৱৰ্ণৰ-জেনেৰেলৰ উত্তৰ-পূৱ-সীমান্তৰ প্ৰতিনিধি হিছাপে (Agent to the Governor-General, North-East Frontier) ডেভিদ স্কট চাহাবে ভাৰত চৰকাৰলৈ বহুতো প্ৰতিবেদন পঠাইছিল। তাৰ ভিতৰত কেপ্টেইন ৱেলছৰ ওপৰত উল্লিখিত প্ৰতিবেদনৰ বিষয়ে এটি টোকা প্ৰস্তুত কৰি পঠাইছিল— Notes by Mr. D. Scott on Welsh's Report on Assam, 1794-1828. এই টোকাৰ ২৩ দফাত স্কটে লিখিছিল ঃ

"The Duplas, Bhoteeyas, and Ankas pay a nominal tribute, and in return levy blackmail to a very oppressive and continually increasing extent in the districts north of the river."[৫]

ব্ৰিটিছসকলে অসম অধিকাৰ কৰাৰ পাছতো দৰং আৰু লক্ষীমপুৰ জিলাৰ উত্তৰৰ এই পাৰ্বত্য-জাতিসকলে পঁচা আৰু অন্যান্য সামগ্ৰী নামনি অঞ্চলৰপৰা আদায় কৰিবলৈ এৰা নাছিল। বিশেষকৈ ৰজা গৌৰীনাথ

আৰু চন্দ্ৰকান্ত সিংহৰ দিনৰ অসমৰ ৰাজনৈতিক বিশৃংখলাৰ পূৰ্ণ সুযোগ এওঁলোকে গ্ৰহণ কৰিছিল।

**টকাৰে পঁচা ঃ অঁকা সংঘৰ্ষ ঃ** ডেভিদ স্কটৰ প্ৰশাসনে এই বিষয়ে চিন্তা কৰিছিল। তেতিয়ালৈকে তেওঁলোকৰ পাৰ্বত্য জাতি সম্পৰ্কে কোনো সাধাৰণ জ্ঞান হোৱা নাছিল; অঞ্চলটোও ভালকৈ পৰিচিত হোৱা নাছিল। গতিকে তাৎকালিকভাৱে এওঁলোকৰ বিৰুদ্ধে কোনো সামৰিক অভিযান নচলাবলৈ আৰু পাহাৰৰ দাঁতি অঞ্চলত ভোগ কৰি থকা সা-সুবিধাবোৰৰপৰা সাম্প্ৰতিকভাৱে বঞ্চিত নকৰিবলৈ নীতি গ্ৰহণ কৰিছিল। কিন্তু এওঁলোকক পঁচাৰ বাবে বয়বস্তু আৰু সামগ্ৰীৰ পৰিৱৰ্তে টকাৰ মূল্যত লোৱাবলৈ আৰু উৎপীড়নমূলক অভ্যাস ত্যাগ কৰোৱাৰ বাবে ব্যৱস্থা গ্ৰহণৰ চিন্তা কৰিছিল।

মি. ডব্লিউ ৰবিনছনে (বিদ্যালয়ৰ পৰিদৰ্শক) এই বিষয়ত এনেদৰে লিখিছিল ঃ

: On the assumption of the Raja's territories by the British Government, active measures were taken for checking the predatory habits of the Daphlas; the chiefs who held the prescriptive right to the tribute were glad to enter into an agreement to receive an annual sum from the British Government in lieu of all their demands. This came to be paid from 1836-38."[৬]

বয়বস্তুৰপৰা টকালৈ পঁচাক পৰিৱৰ্ত্তন কৰোঁতে ব্ৰিটিছসকলে অৱশ্যে আহুকাল নোপোৱা নহয়। সাধাৰণতে দফলাসকলে পঁচা আদায় কৰোঁতে তেওঁলোকৰ বিভিন্ন খেলৰ ভিতৰত কোনখন গাঁওৰপৰা কোন খেলে পঁচা আদায় কৰিব সেইটো তেওঁলোকৰ মাজত নিৰ্দিষ্ট কৰা আছিল। কোনো খেলৰ নিৰ্দিষ্ট পাইক অইন ঠাইলৈ গ'লেও সেই খেলকেই তেওঁৰ কৰ বা বস্তু দিব লাগিছিল। দফলাসকল এইবোৰ আদায় কৰাত বৰ নিৰ্দয় আছিল বুলি পূৰ্বৰ উদ্ধৃতিত উল্লিখিত হৈছে। কপাচোৰ অঁকাসকলৰ নায়ক ত্যাগী ৰজায়ো ভৈয়ামবাসীৰ ওপৰত বৰ অত্যাচাৰ

চলাইছিল। হাজাৰিখোৱা সকলেও এই কামত সহায় কৰিছিল। পৰ্বততে তেওঁৰ ঘৰুৱা কন্দলৰ বাবে ১৮২৯ খ্ৰী.ত তেওঁ পৰ্বতৰপৰা ভৈয়ামলৈ নামি আহি চাৰিদুৱাৰত এইদৰে কাজিয়া কৰি থাকোঁতে তেওঁক বন্দী কৰা হৈছিল আৰু গুৱাহাটীৰ কাৰাগাৰত তেওঁক বন্দী কৰি ৰখা হৈছিল। কাৰাগাৰত তেওঁৰ ব্যৱহাৰ ভাল হয় আৰু হিন্দুধৰ্ম গ্ৰহণ কৰে। চাৰি বছৰ পাছত ১৮৩২ খ্ৰী.ত তেওঁক মুক্তি দিয়া হৈছিল। কিন্তু ঘূৰি আহি তেওঁ পুনৰ পূৰ্বৰ ৰূপ লয় আৰু প্ৰতিশোধকল্পে ১৮৩৫ খ্ৰী.ৰ ৩ ফেব্ৰুৱাৰী তাৰিখে চাৰিদুৱাৰৰ তত্বাৱধানত থকা বালিপৰাৰ এটি ক্ষুদ্ৰ সৈনিকৰ চকীত গোপনে আৰু আকস্মিকভাৱে আক্ৰমণ চলাই চকীত থকা সকলো কেইজনকে কাটি পেলায়। ইয়াৰ ফলত তেওঁ আৰু তেওঁৰ খেলক ব্ৰিটিছে বেআইনী ঘোষণা কৰি ত্যাগী ৰজাক ভৈয়ামত প্ৰৱেশ কৰা নিষিদ্ধ কৰি দিয়ে। প্ৰায় ৭ বছৰ পলাই থাকি ১৮৪১ খ্ৰী.ত তেওঁ পুনৰ ভৈয়ামৰপৰা কিছুমান অসমীয়া খেতিয়কক ধৰি লৈ যায়। ভাৰত চৰকাৰে পুনৰ তেওঁৰ বিৰুদ্ধে অভিযান চলাবলৈ নিৰ্দেশ দিয়ে আৰু এই কাৰণে এই সময়তে তেওঁ চৰকাৰৰ ওচৰত আত্মসমৰ্পণ কৰে। ১৮৪২ খ্ৰী.ত ব্ৰিটিছৰ আনুগত্য প্ৰকাশ কৰাৰ বাবে তেওঁক ক্ষমা কৰি ২০ টকাৰ এটা পেন্সন মঞ্জুৰী কৰি ভৈয়ামতে তেওঁক স্থায়ীভাৱে থাকিবলৈ চুক্তি কৰি দিয়ে। ১৮৪৪ খ্ৰী.ৰপৰা নগদ টকাৰে তেওঁলোকক পঁচা তোলাৰ সিদ্ধান্ত কৰি দিয়া হয়। উল্লিখিত চুক্তিপত্ৰখন তলত সন্নিৱিষ্ট কৰা হ'ল ড° এন. এন আচাৰ্য্যৰ Assam and Neighbouring States (1983) গ্ৰন্থত সন্নিবিষ্ট মতে।[৭]

(ক)

**An Agreement entered into by the Taghi Raja of the Aka Parbat, 26th Maug 1250 B.E. (1842)**

Although I entered into an Agreement on the 28th January 1842 A.D. that should in no way injure the ryots in my dealings with them, and have received from the British Government, since 1842 a Pension of 20 Rupees, and treated in

all the villages in Char Dwar, it being now considered that my treading in this way is oppressive to the ryots, and therefore required to be discontinued, I bind myself to confine my trade to the established market places at Lahabarree and Baleepara, and to adhere to the followig terms :

**1st**. Myself, with my tribe, will confine ourselves in our trade exclusively to the markets in Lahabarree, Baleepara, and Tezpor. We will not, as heretofore, deal with the ryots in their private houses.

**2nd.** I will be careful that none of my tribe commit any act of oppression in the British Territories.

**3rd.** We will apply to the British Courts for redress in our grievances, and never take the law in our own hands.

**4th.** From the date of this Agreement I bind myself to abide by the foregoing terms, on condition that the following pensions are regularly paid.

To Seemkolee Aka Raja ....... 32 Rupees.
To Soomo Raja ........ 32 Rupees.
To Nesoo Raja ........ 26 Rupees.
Total.120 Rupees.

**5th.** In the event of my infringing any of the foregoing terms, I subject myself to the loss of my Pension of 20 Rupees, and shall also forfeit the privilege of visiting the Plains.

(True Translation)
FRANS. JENKINS,
Agent, Governor General

ইয়াৰ পাছত হাজৰিখোৱা অঁকা ৰজা আৰু কপাচোৰ অঁকা ৰজাৰ লগতো ব্ৰিটিছ চৰকাৰৰ এনেদৰে চুক্তি হয়!

[খ]

**An Agreement entered into by Changj Hazari Khawa Aka Raja, Chang Sumly Hazari Khawa, Kabooloo Hazari Khawa Aka Raja, and Nijum Kapasorah Aka Raja, on the 29th Maug 1250 B.E. 1842.**

We hearby swear, according to our customs, by taking in our hands the skin of a tiger, that of a bear, and elephant's dung, and by killing a fowl, that we will never be guilty of any violence of oppression towards any of the ryots of the British Government, and that we will faithfully abide by the following terms :

**1st.** Whenever any of us come down into Char Dwar, we will report our arrival to the Patgarrre, and fairly barter our goods, being guilty of no theft or fraud in any way with any of the ryots. It shall also be our particular care that none of our people shall be guilty of any crimes in the territories of the Honourable Company.

**2nd.** We also engage never to join any parties that are or may hereafter be enemies to the British Government, but pledge ourselves to oppose them in every way in our power. We will also report any intelligence we may get of any conspiracy against the British Government and act up to any order we may receive from their authorities. Should it ever be proved that we have forfeited our privilege of coming into the British Territories.

**3rd.** In coming into the Plains we will always appear unarmed, and confine ourseleves exclusively to the hauts or market places established at Lahabaree, Baleepara, Oorung or Tezpor, and not as heretofore, traffic with the ryots at their private dwellings; neither will we allow our people to do so.

**4th.** All civil debts with the ryots shall be recovered

through the Courts, as we acknowledge ourselves subservient to the British laws in their country.

**5th.** I Kapasorah Aka Raja, agree to take in lieu of the Black Mail of Char Dwar a yearly Pension of 60 Rupees and I, Hazari Khawa Aka Raja, a Pension, in like manner of 120 Rupees; This will be considered to deprive us of any connection with Char Dwar, and of expecting anything from the ryots, We pledge ourselves to abide strictly by the above terms, or forfeit our Pension.

(True Translation)
FRANS JENKINS,
Agent, Governor General

১৮৫৩ খ্ৰী.ত জজ্ মোফাট মিলছ্ অসমলৈ আহোঁতে মণিৰাম দেৱান আৰু ঘনকান্ত সিংহ যুৱৰাজ আদিয়ে যি আৱেদন পত্ৰ দাখিল কৰিছিল, তাত ব্ৰিটিছ্ শাসনে পৰ্বতীয়া জাতিসকলে পূৰ্বতে আহোম ৰজাৰপৰা প্ৰাপ্ত সা-সুবিধা ৰহিত কৰি এনেধৰণে চুক্তি আদি কৰাৰ বিৰুদ্ধেও অসন্তোষ প্ৰকাশ কৰিছিল। *[মণিৰাম দেৱান ঃ* বেণুধৰ শৰ্মা, পৃ. ১৭৫]

এই চুক্তি কৰাৰ পাছতো তেওঁলোকে ১৮৫৯ খ্ৰী.ত পঁচা বৃদ্ধি কৰাৰ কাৰণে আপত্তি কৰিছিল আৰু ধাৰ্য্য টকা বৃদ্ধি কৰি নিদিলে নলও বুলিছিল। কিন্তু ব্ৰিটিছ্ চৰকাৰে তেতিয়া পঁচা নিষিদ্ধ কৰি বেহা-বেপাৰৰ বাবে দুৱাৰকেইখন বন্ধ কৰি দিছিল। তেতিয়া অঁকা ৰজাই এইটো সহ্য কৰিব নোৱাৰি ব্ৰিটিছৰ লগত সন্ধি কৰিছিল।[৮]

ব্ৰিটিছৰ অঁকাসকলৰ লগত হোৱা এই সংঘৰ্ষৰ বিষয়ে ১৮৫৭ খ্ৰী.ৰ এপ্ৰিল মাহৰ *'অৰুণোদই'* সংবাদ পত্ৰত Expected attack on Tezpur বুলি এইদৰে এটি বিৱৰণ প্ৰকাশ হৈছিল। ৰবৰ-এঠাৰ বিক্ৰী-ব্যৱসায়ৰ সম্পৰ্কেও ইয়াৰপৰা সংবাদ পোৱা যায়।

*ঃ "কম্পানিএ আচাম দেস লোআৰ পুৰ্ব্বেই ভুতিয়া পৰ্ব্বতত থকা*

অঁকা নামে এজাতি লোকে চাইদুআৰৰ অধিকাৰ হৈ, তাৰ পৰা কৰ লৈচিল। আৰু সেই কৰকে ৰায়তৰ পৰা বেগাই নেপালে, কেতিয়াবা কেতিয়াবা ঘৰৰ বস্তু লুৰি নিএ, আৰু লোকবিলাককো অনেক প্ৰকাৰ দুখ দিএ; আৰু বলেৰে ধৰি নি ৰজাই বন্দিও কৰে। পাচে জেতিয়া কম্পানিএ আচাম দেস ললে, তেতিয়া সেই দুআৰত থকা লোকবিলাকে অঁকা লোকৰ পৰা মুকলি হৈ, কেৱল কম্পানিলৈ কৰ দি থাকিবৰ নিমিতে জনালে। তাতে কম্পানিএ অঁকা লোকলৈ ৭০০ টকা দিবৰ নিমিতে নিৰ্বন্ধ কৰি, দুআৰখন আপোনাৰ অধিন কৰিলে। পাচে অঁকাই পৰ্বতত আন লোকে সৈতে জুধ কৰি, সিহঁতক ভৈয়ামলৈ খেদি আনি, কম্পানিৰ দেসৰ ভিতৰত ধৰি বধ কৰিলে। ইয়াকে দেখি কম্পানিয়ে অঁকা ৰজাক ধৰি নি, গুআহাটীৰ বন্দিসালত থলে। তাতে তেওঁ অনেক দিন থাকি, কোনো ৰূপে তাৰপৰা পলাই আপোন দেসলৈ গল। আৰু আপোনাৰ লোকবোৰ গোটাই বালিপাৰলৈ আহি, তাত থকা কোঁঠত সোমাই, সকলো চিপাহি আৰু লৰা-তিৰোতা আদি কৰি কাটি মাৰি পৰ্ব্বতলৈ পলাই গ'ল, তাতে কম্পানিৰ লোকে তেওঁবিলাকক বিচাৰি নেপালে। পাচে অলপ দিনৰ মূৰত অঁকা ৰজাই আপোন দোস গাত লৈ মিত্ৰ হ'বলৈ প্ৰাৰ্থনা কৰাত কম্পানিএ সেই অপৰাধ খেমা কৰিলে। কিন্তু জি দুৱাৰৰ বাবে তেওঁ কম্পানিৰ পৰা ৭০০ টকা পালে, সেই দুআৰত জাৰনিৰ মাজত অনেক বৰগচ আছে। আৰু তিনি চাৰি বচৰৰ পূৰ্ব্বে গুআহাটিত থকা শ্ৰীজুত মাৰ্টিন চাহাবে সেই জাৰনিক আপোনাৰ নামে পটা কৰি ললে; তাতে বচৰি বচৰি সেই বৰগচৰ এঁঠা আনি, তাকে পাগি, বিলাত দেসত বেচি অনেক লাভ পালে। ইয়াকে দেখি ৰজাই লোভ কৰি, আকও দুআৰ লবৰ মনেৰে কম্পানিত এনে প্ৰাৰ্থনা কৰিলে, বোলে, এই দুআৰ মোক ওলোটাই দিওক, নাইবা তাৰ সলনি ১৭,০০০ টকা ৰূপকে দিওক। পাচে সেই প্ৰাৰ্থনাত কম্পানিএ মান্তি নহল দেখি, তেজপুৰ জিলা আক্ৰমন কৰি, লুৰি পুৰি তাত থকা চাহাব লোকক মাৰিম বুলি কৈচে। এই হেতুকে সিহঁতক তাৰ পৰা খেদাবলৈ মাৰ্চ মাহৰ ২৭ তাৰিখে শ্ৰীজুত

*মেজৰ ৰিচাৰ্দ্চন চাহাবে লগত চিপাহি ৬০ জন লৈ ভাপ জাহাজত উঠি গুআহাটিৰ পৰা তেজপুৰলৈ আহিল; আৰু সিবিলাকে তেজপুৰ পালত অঁকা লোক জিলাৰপৰা বালিপাৰলৈ গৈ, তাতে চাউনি পাতি থাকি তাৰ পাচত পৰ্ব্বতলৈ উভতি গল।" ৯*

ব্ৰিটিছে অসম লোৱাৰ সময়ত লক্ষীমপুৰ জিলাৰ পশ্চিম সীমা বিশ্বনাথলৈকে আছিল আৰু ১৮৩৯ খ্ৰী.লৈকে এই অংশ পুৰন্দৰ সিংহ ৰজাৰ তলত তেওঁলোকে ৰাখিছিল। গতিকে তাৰ উত্তৰে থকা দফলা সকলৰ লগতো পূৰ্বৰ সম্বন্ধই চলি আছিল।

: "Little change was made in the old system as regards Lakhimpur, a district considered of small importance from that time till 1833. When it was made over to Raja Purandar Singh, the same system was continued by him, and was in full force when Lakhimpur was brought back under British rule in 1838.[১০]

১৮৩৯-৪০ খ্ৰী.ত পোন প্ৰথমবাৰৰ বাবে লক্ষীমপুৰ জিলাৰ কালেক্টৰ আৰু ৰাজনৈতিক প্ৰতিনিধি মেজৰ ভেটচ্‌ৰ নিৰ্দেশিত সদৰ আমিন ব্ৰীজনাথ ভাণ্ডাৰি বৰুৱাৰদ্বাৰা টকাৰ মূল্যৰে পঁচা নিৰ্দ্ধাৰণ কৰাৰ ব্যৱস্থা হয়। এই সময়ত ছয়দুৱাৰ মহলটো লক্ষীমপুৰৰ ভিতৰত আছিল। গতিকে ইয়াৰ বাবেও পঁচাৰ টকা নিৰ্দ্ধাৰিত হৈছিল। চাৰিদুৱাৰৰ বাবে দৰং জিলাতো এইদৰে নিৰ্দ্ধাৰণ হৈছিল।

১৮৮৫ খ্ৰী.ৰ এখন নথিৰপৰা পঁচাৰ মূল্য তলত লেখা ধৰণে পোৱা হয়। ১৮৪১ খ্ৰী.তে ব্ৰীজনাথ ভৰালী বৰুৱাই যি মূল্য ছয়দুৱাৰ আদিত নিৰ্দ্ধাৰণ কৰিছিল তাত পঁচা লাভ কৰা জনৰ আৰু যাৰপৰা পাইছিল তাৰ তালিকা ব্যক্তিগত নামে নামে কৰা বুলি জনা যায়। কিন্তু ইয়াৰ পাছত ১৮৫২ খ্ৰী.ত এখন সংশোধিত তালিকা কৰা হৈছিল। ১৮৭০ খ্ৰী.ত ছয়দুৱাৰ মহলটো দৰং জিলাত অন্তৰ্ভুক্ত কৰা হৈছিল আৰু তেতিয়া ছয়দুৱাৰৰ দফলাসকলৰ বাবে নিৰ্দিষ্ট টকাতো তেজপুৰৰ পৰা দিয়া হৈছিল।[১১] ১৮৮৫ খ্ৰী.ৰ তালিকাখন এনে আছিল।

| Name of the Tribe | Amount | Authoity |
|---|---|---|
| ( Darrang District) | Rs. A. P. | Letter No 701, dated |
| Thibetan Bhutias ( Bhutia Sath Rajas) | 5000 0 0 | 20th April, 1844 from the Govt. of India vide Major Jenkin's letter No. 13,dated 20th Feb. 1844, paragraph 3 (Appendix B.) |
| Charduar Bhutia Sath Rajas | 2526 70 | Letter No 723, dated the 19th March, 1852 from the Govt of India [Appendix E]. |
| Thebengia Bhutia Rajas] | 145 13 6 | Letter No 701, dated 2oth April, 1844, from the Govt. of India (Appendix C) [paragraph 9 of Major Jenkin's letter of *20th February,* 1844 (Appendix B)]. |
| Akas, Kapachor | 520 0 0 | Rupees 360 sanctioned in letter quoted above (vide paragraph 10 of Major Jenkin's letter) (Appendix B.) Rs 160 sanctioned in letter No. 1208, dated the 13th May, 1848 (Appendix F). **Total Rs 520/-** |

| | | |
|---|---|---|
| Aka, Hazarikhowa | 180 0 0 | Letter No 701, dated the 20th April, 1844, from Govt. of India (Appendix C), [Major Jenkins' letter, paragraph 10 (Appendix B). |

এইদৰে দুয়ো খেলৰ অঁকাসকলৰ বাবে ৭০০ টকা পঁচা ধাৰ্য্য কৰা হৈছিল।

| | | |
|---|---|---|
| Daflas, Charduar and Nowduar | 2494 0 1 | Do<br>Paragraph 12 of Major Jenkins' letter (Appendix B). |
| Daflas, Choiduar | 983 6 11 | Letter No. 624, dated 21st March, 1854 (Appendix H) |

১৮৮০ খ্ৰী.ত এখন চিঠিৰে অসম চৰকাৰে ভুটীয়া, অঁকা আৰু দফলাসকলক তেজপুৰ আৰু মঙ্গলদৈ কোষাগাৰৰপৰা আৰু আবৰ সকলক লক্ষীমপুৰ আৰু উত্তৰ লক্ষীমপুৰৰ কোষাগাৰৰপৰা টকা লবলৈ নিৰ্দেশ দিছিল।[১১]

**বালিপৰাত অঁকাসকলৰ নিষ্কৰ মাটি ঃ ভৰলী পূজা আৰু ওৰাং কিৰাং ঃ**

টাগী ৰজাৰ পাছত কপাহচোৰ অঁকাসকলৰ মাজত প্ৰধান আছিল টাগীৰ পুত্ৰ মেধি। তেওঁ কছাৰী আৰু ডেউৰীসকলৰ পূজা-পাৰ্বণৰ সহায়ৰ বাবে আৰু ভৰলী-পূজাৰ বাবে নিষ্কৰ দেৱালয় মাটি *(Temple land)* ব্ৰিটিছ্ চৰকাৰৰপৰা বিচাৰিছিল। চৰকাৰে এই মৰ্মে তেওঁলোকৰ পৰা সজ আচৰণ আশা কৰি দৰং জিলাৰ বালিপৰা মৌজাৰ মোলান গাঁও কছাৰীত তেওঁলোকক ১৪৪ বিঘা লাখেৰাজ মাটি দান দিছিল।[১২] সেইদৰে

মিছামাৰী মৌজাৰ বান্দৰমাৰী গাঁওতো হাজৰিখোৱা আঁকাসকলৰ প্ৰধানক ১৪৪ বিঘা মাটিৰ নিষ্কৰ গ্ৰাণ্ট দান দিছিল।[১৩]

দুয়োটা গ্ৰাণ্টৰ মাটিয়ে অসমীয়া ৰায়তসকলেহে খাই আছিল আৰু আঁকাসকলে কেতিয়াও নিজে দখল কৰা নাছিল। ৰায়তসকলে এই মাটিৰ খাজনা মৌজাদাৰৰ জৰিয়তে চাৰিদুৱাৰত ৰাজনৈতিক বিষয়াক দিছিল আৰু ৰাজনৈতিক বিষয়াই দুয়োটা আঁকা খেলৰ প্ৰধানকে দি দিছিল। কিছু বছৰ আগতে এই টকা কপাহচোৰ আঁকাসকলৰ শ্ৰীগোপীনাথ আঁকাই আৰু হাজাৰিখোৱাসকলৰ প্ৰধান শ্ৰীমন দুচোচুই পাইছিল। ইতিমধ্যে তেওঁলোকৰ উভয় গ্ৰাণ্টেই চৰকাৰী আইনমতে অধিগ্ৰহণ হোৱা বাবে তাৰ ক্ষতিপূৰণৰ টকা তেওঁলোকে লৈ গৈছিল। [চাৰিদুৱাৰৰ সহকাৰী ৰাজনৈতিক বিষয়াৰ নথিৰপৰা জনা যায় যে শ্ৰীগোপীনাথ আঁকাই ৪/৬/১৯৭৫ তাৰিখে ৩৪৯.৭৫ টকা ৫ বছৰৰ খাজনাৰ বাবে লৈ গৈছিল। অঞ্চলটোৰ এই অধিগৃহীত  গ্ৰাণ্টৰ মাটিৰ ক্ষতিপূৰণৰ টকা আছিল ৪৩১৫০.০০ টকা মাটিৰ গৰাকীৰ বাবে আৰু ৯জন ৰায়তৰ বাবে আছিল ২১৫৭৫.০০ টকা।

এই মাটি অসমীয়া কছাৰী, ডেউৰী আৰু পূজাৰীসকলে খাই আছিল। তেওঁলোকৰ পোহপালৰ বাবেই প্ৰকৃততে এইমাটি দিয়া হৈছিল। সেইবাবে এই ডেউৰী পূজাৰীসকলে আঁকাসকলৰ কল্যাণৰ বাবে পূজা কৰিব লাগিছিল। আঁকাসকল ভৈয়ামলৈ নামি আহি ইয়াত থাকোঁতে যাতে তেওঁলোকৰ কোনো বসন্ত বা জহনী আদি বেমাৰ নহয় তাৰ বাবে বায়ু , বন (হাবি) আৰু পানীৰ কালিকা দূৰ কৰি তাত থকা ভূত আদি উল্লিখিত পূজাৰীয়ে খেদায়। এই পূজাকে **ওৰাংকিৰাঙৰ পূজা** বোলে।

পূজাৰ বাবে ৩টা ছাগলী, এযোৰ হাঁহ, ৫ বা ৬ জোৰ পাৰচৰাই, ২০টা কুকুৰা আদি লাগে। সেই অনুসাৰে চাউলৰ মদ, ভাত খাবলৈ চাউল আৰু তামোল-পানৰো প্ৰয়োজন হয়। কছাৰী ডেউৰীসকলে এইবোৰ বস্তু যোগাৰ কৰি দেও মাতি পূজাত বলি দিয়ে। আঁকাসকলে পূজাত দিয়া তামোল-পান আৰু মদ খায়। পূজাৰ বাকী প্ৰসাদ, বলিৰ মঙহ, চাউল আদি ডেউৰী আৰু অন্যান্যসকলে খায়।

তদুপৰি অঁকাসকল ভৈয়ামলৈ আহিলে এই নিম্নৰ ভূমিত থকা ৰায়তসকলে পূজাৰ খৰছৰ উপৰি ৯ কলহ মদ, ৯ টোপোলা চাউল, কেইটামান কুকুৰা আৰু এটা গাহৰি খাবলৈ দিয়া প্ৰথা আছিল। পাছলৈ অৱশ্যে এই প্ৰথা উঠি গৈছিল আৰু ভৰলীৰ পূজাও লাহে লাহে লোপ পাই আহিছিল। ইয়াৰ সলনি পাছত অঁকাসকলে এই ভূমিৰ ৰায়তসকলৰপৰা খাজনাহে ল'বলৈ ধৰিলে।[১৪]

**দফলা সংঘৰ্ষ** ঃ ১৮৩৫ খ্ৰী.ৰ টাগী ৰজাৰ বালিপৰাত সাময়িক সফল আক্ৰমণে চাৰিদুৱাৰৰ দফলাসকলকো একে কামৰ বাবে উৎসাহ যোগাইছিল। দফলাসকলেও এই ঠাই আক্ৰমণ কৰি কেইবাজনো প্ৰজাক ধৰি নিয়ে। ব্ৰিটিছে ক্ষুদ্ৰ সৈন্যদল এটি পাহাৰলৈ পঠিয়াই তেওঁলোকক উদ্ধাৰ কৰি বাধা প্ৰদান কৰা দফলাসকলক বন্দী কৰি আনিছিল। দৰং জিলাৰ মুখ্য সহায়কাৰী (Collector) কেপ্টেইন মেথিৰ ওচৰত শেষত চাৰিদুৱাৰৰ উত্তৰৰ দফলা ১৩ টা খেলৰ ৮ টা খেলেই বশ্যতা স্বীকাৰ কৰি মৌজাদাৰ বা ৰাজহ বিষয়াৰপৰা টকাৰে পঁচা ল'বলৈ সন্মত হৈছিল আৰু প্ৰত্যক্ষভাৱে ৰাইজৰপৰা সংগ্ৰহ নকৰিবলৈ আৰু অত্যাচাৰ কৰা নহ'ব বুলি কৈছিল। এই সন্মিতিৰ ফলতেই ১৮৫২ খ্ৰী.ত টকাৰে পঁচাৰ মূল্য দফলাসকলক নিৰ্দ্ধাৰণ কৰি দিয়া হয়।[১৫]

১৮৭০-৭২ খ্ৰী.ত হিল-দফলাসকলে পুনৰ আক্ৰমণ চলাইছিল। ব্ৰিটিছে এওঁলোকক প্ৰথমতে অৱৰোধ কৰি দমন কৰিবলৈ চাইছিল যদিও পাছত এটা সৈন্য দল পাহাৰলৈ পঠিয়াইহে এওঁলোকক পৰাজয় কৰিছিল। এওঁলোকে বাধা প্ৰদান নকৰি শীঘ্ৰেই আত্মসমৰ্পণ কৰিছিল আৰু তেতিয়াৰেপৰা বহুদিনলৈ দফলসকল শান্তিপূৰ্ণ হৈ আছিল। এই সময়ছোৱাৰ ভিতৰতে কিছু দফলালোকে ভৈয়ামত আহি বসবাস কৰিবলৈ লৈছিল আৰু ভৈয়ামবাসীৰ দৰে তেওঁলোকৰ ওপৰতো ৰাজহ ধাৰ্য্য কৰা হৈছিল।[১৬]

১৮৭০-৭২ খ্ৰী.ৰ দফলা-আক্ৰমণৰ বিষয়ে জ্যোতিপ্ৰসাদৰ ককাদেউতাক স্বনামধন্য **হৰিবিলাস আগৰৱালাৰ আত্মজীৱনীত** এনেধৰণে পোৱা যায় ঃ

ঃ সম্বত— ১৯২৭, ১৮৭০ সাল।

*"...... ওয়ালকট সাহেব ডেপুটি কমিশ্যনৰ আছিল। মৰিয়াতৰা ডফলাই লেংটুগামৰ চাং লুট কৰি মানুহ ধৰি নিয়া দোষত মৰিয়াতৰাক ধৰি আনিবলৈ শিতকালত আমাৰ বাংৰিহাতিত ওয়ালকট সাহেব, পুলিসৰ ট্ৰটৰ সাহেব, ১২ জন পুলিসৰ সিপাহি ও ভদাই কটকি সহ ডফলা পৰ্ব্বতলৈ গহপুৰৰ বাটেদি গৈ অকৃতকাৰ্য্য হৈ ঘুৰি আহিলো, ট্ৰটৰ সাহেবৰ কৰঙ্গনত বিহকাঁড় লাগিল, মোৰ বাও চকুৰ কাষেদি কাঁড় গল চকু কথমপিহে ৰক্ষা পৰিল। পলিটিকেল আফিসৰ এসিষ্টেণ্ট নিযুক্ত কৰিবলৈ মোৰ নামে ৰিৰ্প'ট কৰিছিল। ইংৰেজী নজনাদোষত মঞ্জুৰ নহ'ল।"*[১৭]

কপাহচোৰ অঁকা সম্পৰ্কে এই বছৰৰ ঘটনা লিখিছিল এনেদৰে ঃ

*"বৰগোলাৰ অংশিদাৰ হৈ ভগিয়াকৈ ৰবৰৰ মহাল লোয়া হৈছিল। লাভ উমৈহতীয়া একলাখ টকা হৈছিল। বালিপাৰালৈ গৈ কপাহচোৰা মিদি অঁকা ৰাজাৰ ৰবৰ মহাল ১৪০ টকা বাৰ্ষিক খাজানাত তিনি বছৰৰ বন্দবস্ত কৰি ৰেজিষ্টৰি কৰাই লোয়া হ'ল, মিদি ৰজাই সৈতে প্ৰথম এই চিনাকি।"*[১৮] এই মিদি ৰজাই উল্লেখ কৰি অহা মেধি ৰজা।

স্বৰ্গীয় আগৰৱালাৰ ইং ১৮৭১ চনৰ পঞ্জীমতে

"সম্বত ১৯২৮, ইং ১৮৭১ সাল।

*"..... বৰগোলাৰ ভগিয়াত ৰবৰ মহাল লোয়া হৈছিল, উমৈহতিয়াত দুই লাখ টাকা লাভ হৈছিল। গহপুৰৰ উত্তৰে ডুবীয়া নদীৰ কিনাৰত মোছাই শিকাৰি আমাৰ ৰবৰৰ ঠিকাদাৰক ডফলাই কটা ৰিৰ্পোট মতে মৌজাদাৰে বেপাৰ কৰিব নোৱাৰা হপকিন্সন সাহেব কমিশনৰ পৰা হুকাম অহাত গ্ৰেহেম সাহেব ডেপুটি কমিশনৰে মোক পৰণা দিলে।"*[১৯]

১৮৭৩ খ্ৰী.ৰ পঞ্জীত এনেদৰে উল্লেখ আছে—

*"....... ডফলা যুদ্ধ হোয়াত গ্ৰেহেম সাহেব কৰ্ত্তা আছিল, কিটিং সাহেব চিফ কমিশনৰ নিযুক্ত হৈ আহি গমিৰিত নামিছিল।"*[২০]

এইদৰে অঁকা আৰু ডফলাসকলৰ লগত সঘনাই সংঘৰ্ষ হোৱাত আৰু পৰ্বতৰ জাতি-গোষ্ঠীসকলে মুক্তভাৱে ভৈয়ামলৈ নামি অহাত যথেষ্ট বাধা আৰু অসুবিধাৰ সন্মুখীন হোৱা বুলি ব্ৰিটিছসকলে অনুভৱ কৰিলে।

Complications arose as a result of free entry allowed to the tribes into the plains. The British subjects and the frontier officers were not secure...... There was a pressure on the Government of Bengal and Government of India to take military action, but a policy of patience was advocated. Some administrative reforms were effected in the next few years."[২১]

গতিকে এই অঞ্চলৰ প্ৰশাসনিক ব্যৱস্থা বিধিগতভাবে তাতে প্ৰৱৰ্ত্তন কৰাৰ বাবে ভাৰত চৰকাৰে ১৮৭০ খ্ৰী.ৰ 'ভাৰত চৰকাৰ আইন' (Government of India Act, 1870) ৰ অধীনত ১৮৭৩ খ্ৰী.ত **'বঙ্গপূৰ্ব সীমান্ত বিধি' (Bengal Eastern Frontier Regulation, 1873)** প্ৰণয়ন কৰে। এই আইনৰ অধীনতে ব্ৰিটিছ চৰকাৰে ভৈয়াম আৰু পাহাৰৰ মানুহৰ মাজত চলাচল আৰু আদান-প্ৰদানৰ ক্ষেত্ৰত কিছু পৰিমাণে বাধা আৰোপ কৰি দুয়ো অঞ্চলৰ মাজত এক **'ভিতৰুৱা সীমা ৰেখা'** (Inner line) নিৰ্দ্ধাৰণ কৰিবলৈ চৰকাৰক ক্ষমতা দিয়ে।

জিলাৰ সমাহৰ্তাৰ চিলমোহৰ দিয়া অনুমতি পত্ৰ নোহোৱাকৈ কোনো মানুহে এই সীমাৰেখা অতিক্ৰম কৰিব নোৱাৰিব বুলি এই আইনতে বিধিৱদ্ধ কৰি দিয়া হয়। [পৰিশিষ্ট]। ভাৰত চৰকাৰৰ সংমোদন নোহোৱাকৈ সীমাৰেখাৰ বাহিৰত সেই এলেকাৰ কোনো অবাসিন্দাই মাটি আদি লাভ কৰাটোও বেআইনী বুলি কোৱা হয়। ভাৰত চৰকাৰৰ IR তাং ১৭/১/১৮৭৩ নং চিঠি আৰু বঙ্গ চৰকাৰৰ ৩০/১/১৮৭৩ৰ Resolution **মতে অসম সীমান্ত আৰু উত্তৰৰ পাৰ্বত্য জাতিগোষ্ঠীৰ মাজত সীমা ব্যাখ্যা কৰা হয়। ইতিমধ্যে ভাৰতৰ জৰীপ বিভাগে ইং ১৮৭২-৭৩-৭৪-৭৫ খ্ৰী.ত জৰীপৰ কাম কৰি কামৰূপ জিলাৰ সীমাৰপৰা দৰং জিলালৈকে উত্তৰসীমা নিৰ্দ্ধাৰণ কৰি দিছিল। ৯৮নং সীমা খুটিৰপৰা ১৬০ নং খুটিলৈকে এই সময়তে সীমাৰ খুটিবোৰ পোতা হৈছিল। দৰং জিলাৰ ক্ষেত্ৰত তেতিয়াৰ উপায়ুক্ত মেজৰ গ্ৰাহাম আৰু জৰীপ বিভাগৰ মেজৰ মেকডোনাল্ডৰ হাতত সীমা নিৰ্দ্ধাৰণৰ কাম পৰিছিল আৰু তেওঁলোকে সীমাৰ (Pillar) স্তম্ভ নিৰ্মাণ কৰি দিছিল। ভালুকপুঙৰ ১৩৬ নং খুটিটো ১৮৭৫ খ্ৰী.ত কৰ্ণেল শ্বেৰাৰৰ দিনতহে পোতা হৈছিল।**

'বঙ্গ পূৰ্ব সীমান্ত বিধি'ৰ ২নং ধাৰাৰ প্ৰদত্ত ক্ষমতামতে দৰং জিলাৰ বাবে এটি সীমাৰেখা নং ৬৩১ পি তাং ৮/৩/১৮৭৬ বিজ্ঞপ্তি মতে ঘোষিত হৈছিল। এই সীমাৰেখা অৱশ্যে মাজে মাজে পৰিৱৰ্তিত হৈ আছিল। একেবাৰে শেষৰ সীমাৰেখাটো ঘোষিত হৈছিল নং ৬৭৭৮ এ. পি. তাং ২/১১/১৯৩৪ মতে প্ৰকাশিত হোৱা নোটিফিকেচন মতে।

সীমা সম্পৰ্কে অঁকাসকলৰ মেধি ৰজাই আপত্তি কৰিছিল যদিও পাছত উপায়ুক্তৰ লগত হোৱা আলোচনা মৰ্মে তেওঁ ১৮৭৪-৭৫ খ্ৰী.ৰ সীমা নিৰ্দ্ধাৰণত সন্মতি দিছিল। কৰ্ণেল শ্বেৰাৰে ৯/১১/১৮৭৫ তাৰিখে মেধি ৰজাই সম্পূৰ্ণভাৱে চৰকাৰৰ নিৰ্দেশ মানি লোৱা বুলি প্ৰতিবেদন দিছিল। হাজাৰিখোৱাসকলে কোনো আপত্তি তোলা নাছিল। **এই সন্মতি আৰু সজ আচৰণৰ বাবেই ওপৰত উল্লেখ কৰি অহা নিষ্কৰ ভূমিৰ গ্ৰাণ্ট দুটা এই দুয়োটা খেলৰ বাবে ব্ৰিটিছ চৰকাৰে প্ৰদান কৰিছিল।**

এইদৰে কিছু পৰিমাণে পাৰ্বত্য-জাতিগোষ্ঠীৰ লগত ব্ৰিটিছে তেওঁলোকৰ নিয়ন্ত্ৰণ দৃঢ় কৰাৰ পাছত ১৮৮০ খ্ৰী.ত ভাৰত চৰকাৰে 'অসম সীমান্ত ভূভাগ বিধি' The Assam Frontier Tract Regulation, 1880) নামে এখন আইন গ্ৰহণ কৰে। ইয়াৰ আগলৈকে এই সীমান্ত এলেকাটো Deregulationizing Act (XXII of 1869) ৰ অধীনত আছিল। ১৮৭৪ খ্ৰী.ত ইয়াক (Scheduled Districts Act (XIV of 1874) আইনৰ দ্বাৰা বাতিল কৰা হয়। এই আইনৰদ্বাৰা চৰকাৰে প্ৰশাসনৰ বাবে সীমান্ত এলেকাত কি কি আইন প্ৰয়োগ কৰিব আৰু কি নিয়ম আদি প্ৰণয়ন কৰা হ'ব, এই বিষয়ত ক্ষমতা লৈছিল।

অসম এলেকাত প্ৰযোজ্য হোৱা সাধাৰণ প্ৰশাসন আৰু বিচাৰ-ব্যৱস্থাৰ প্ৰশাসনৰপৰা এই পাৰ্বত্য সীমান্ত এলেকাক বাহিৰত ৰাখিবলৈ ১৮৮০ খ্ৰী.ৰ 'অসম সীমান্ত ভূভাগ বিধি'খন প্ৰণয়ন কৰা হৈছিল। এই এলেকাত কি কি আইন প্ৰচলিত হৈ নাথাকিব সেই নিৰ্দেশ দিয়াৰ অধিকাৰ এই আইনৰদ্বাৰা ৰাজ্য চৰকাৰক দিয়া হয়। তাৰ ফলত ভৈয়ামৰ অইন অঞ্চলত প্ৰচলিত হৈ থকা দেৱানী আৰু ফৌজদাৰী আইনসমূহ, Court Fee Stamp *আইন, সম্পত্তি হস্তান্তৰ আইন, পঞ্জীয়ন আইন* আদি

ইয়াত বলৱৎ নোহোৱা হ'ল। তাৰ পৰিবৰ্তে এই কামবোৰ সম্পন্ন হোৱাৰ বাবে এই অঞ্চলৰ থলুৱা সমাজৰ ব্যৱস্থাৰ প্ৰতি লক্ষ্য ৰাখি গ্ৰাম পৰিষদৰ হাতত সাধাৰণ ঘটনাবোৰৰ বিচাৰ-ব্যৱস্থা কৰাৰ ক্ষমতা দি ১৮৭৪ খ্ৰী.ৰ Scheduled Districts Actৰ ৬ ধাৰাৰ অধীনত কিছু সহজ নিয়ম কৰি দিয়া হ'ল। ১৮৮০ খ্ৰী.ৰ উক্ত আইনখন সম্পৰ্কে লিখা হৈছে—

: The purpose of this Regulation was to exclude the frontier areas from the jurisdiction of the general executive and judicial administration applicable to Assam. Instead a system in conformity with the Rules framed under the Scheduled Districts Act was enforced in the area. :[২২]

অৱশ্যে ৰাজ্যিক পৰ্য্যায়ত আয়ুক্ত সকলো বিচাৰৰ আপীলৰ কৰ্ত্তা হিছাপে আৰু জিলা-পৰ্য্যায়ত উপায়ুক্তই জিলা চেচন জজ আৰু জিলা দণ্ডাধীশ হিছাপে বিচাৰৰ কৰ্ত্তা তথা অধিকাৰী হৈ থাকিল।

**ব্ৰিটিছৰ প্ৰথম আঁকা অভিযান (Aka Expedition)[খ্ৰী. ১৮৮৩-৮৪]**

১৮৮৪ খ্ৰী.ত কলিকতা-প্ৰদৰ্শনী অনুষ্ঠিত হৈছিল। ইয়াৰ বাবে অসমৰ পৰাও কৃষি-সঁজুলি, উৎপাদিত সামগ্ৰী, সাজ-পোছাক, আ-অলংকাৰ, অস্ত্ৰ-শস্ত্ৰৰ নিদৰ্শন আদি বিচৰা হৈছিল। **গুজৱ উঠিছিল যে ইয়াৰ বাবে হেনো অসমৰ পাহাৰৰ জাতিগোষ্ঠীৰ মানুহকো 'মডেল' হিচাপে প্ৰদৰ্শিত কৰিবলৈ নিয়া হ'ব।**

সামগ্ৰীসমূহৰ সংগ্ৰহৰ বাবে বালিপৰাৰ মৌজাদাৰ স্বৰ্গীয় লক্ষীধৰ শইকীয়াক আঁকা পৰ্বতলৈ প্ৰেৰণ কৰা হয়। লক্ষীধৰ মৌজাদাৰে আঁকাসকলৰ পুৰুষ-মহিলাকো লৈ যাব বুলি উৰা-বাতৰি প্ৰচাৰ হোৱাত তেওঁৰ ওপৰত আঁকাসকলৰ বৰ খং উঠে। সেয়ে তেওঁক তেওঁৰ অনুগামীজনৰ সৈতে তাতে আঁকাসকলে বন্দী কৰি থয়। মৌজাদাৰৰ লগত যোৱা অন্য সংগীসকলক তেওঁলোকে এৰি দিয়ে।

ঠিক এই সময়তে মেধি ৰজাৰ ভায়েক চণ্ডীয়ে প্ৰায় ২৮০ জন আঁকালোক লৈ চাৰিদুৱাৰৰ পোতাশালীলৈ আহি বনাঞ্চলৰ চকি আক্ৰমণ কৰি তাৰ বনবিষয়া আৰু সহকাৰীজনকো ধৰি লৈ যায়।

[পোতাশালী গাঁও বালিপৰা বনাঞ্চলৰ ভিতৰত। বালিপৰা,

চাৰিদুৱাৰ আৰু নদুৱাৰ সংৰক্ষিত বনাঞ্চলৰ ঘোষিত মূল নোটিফিকেচন আছিল ১৭.১০.১৮৭৮ তাৰিখৰ ৫ নং।]

ইতিমধ্যে, মৌজাদাৰ লক্ষীধৰৰ বন্দী অৱস্থাতে মৃত্যু হয়। এই পৰিপ্ৰেক্ষিতত অঁকাসকলক পূৰ্ণভাবে নিয়ন্ত্ৰণত অনাৰ বাবে ব্ৰিটিছ চৰকাৰে এটা শাস্তিমূলক অভিযান (Punitive expedition) নকৰাকৈ থাকিব নোৱাৰিলে। তেতিয়াৰ অসমৰ চিফ্ কমিচনাৰ মিঃ চি. এ. ইলিয়ট (খ্ৰী.১৮৭৮-৮১)ৰ চুপাৰিশ অনুসাৰে ভাৰত চৰকাৰে এই অভিযান চলাবলৈ অনুমতি দিয়ে। তেতিয়া জেনেৰেল ছেলহিলৰ নেতৃত্বত এটা সৈন্যদলে গৈ ১৮৮৩ খ্ৰী.ৰ শীতকালত অঁকাপৰ্বতত অঁকাসকলক অৱৰোধ কৰে। এই সময়ত চাৰিদুৱাৰত ৰাজনৈতিক বিষয়া নিযুক্ত হৈছিল কেপ্টেইন মেক্সৱেল। তেওঁ কৰ্ণেল Sale Hill ক সহায় কৰিছিল। ছেলহিলে প্ৰথমে টেঙ্গা নদীলৈকে অগ্ৰসৰ হৈ তাৰ পাছত ক্ৰমে গৈ কোভাতাট্চন গাঁও অৱৰোধ কৰে। অঁকাসকল সন্মুখীন হ'ব নোৱাৰি পলাই যায় আৰু তেতিয়া বনবিষয়া দুজনক আৰু মৌজাদাৰৰ ভৃত্যজনক উদ্ধাৰ কৰা হয়। ১৮৮৪ খ্ৰী.ৰ ২১-২৩ জানুৱাৰীৰ ভিতৰত জেনেৰেল ছেলহিল ওভতি আহে যদিও ১৮৮৬ খ্ৰী.লৈ চিফ্ কমিচনাৰ মি. ইলিয়টে অঁকাসকলক অৱৰোধ কৰি ৰাখে আৰু এই সময়ৰ ভিতৰত পঁচা দিয়া বন্ধ কৰে। বাধ্য হৈ মেধি আৰু চণ্ডীকে ধৰি অন্যান্য নায়কসকল ভৈয়ামলৈ আহি দৰং জিলাৰ উপায়ুক্তক লগ ধৰি বশ্যতা স্বীকাৰ কৰে আৰু সৎ আচৰণৰ সৰ্ত্ত ৰাখি বশ্যতাৰ লিখিত চুক্তিপত্ৰত চহী কৰে। চুক্তিমতে অবৰোধ উঠাই দিয়াৰ কিন্তু পৰৱৰ্ত্তী দুবছৰলৈ পঁচা বন্ধ কৰি ৰখাৰ সিদ্ধান্ত হয়।

১৮৮৯-৯০ খ্ৰী.ত কপাচোৰ অঁকা তেজপুৰলৈ আহি বন্ধ হৈ থকা পঁচা গ্ৰহণ কৰিছিল।[২৩]

পূৰ্বতে, স্বৰ্গীয় জ্যোতিপ্ৰসাদৰ ককা স্বৰ্গীয় হৰিবিলাস আগৰৱালাই এইসময়ত নিজে অঁকাসকলৰ লগত ৰবৰ বাণিজ্যৰ সৈতে জৰিত হৈ থকা কথা উল্লেখ কৰি অহা হৈছে। তেখেতে নিজে আত্মজীৱনীত এই অঁকা অভিযান সম্পৰ্কে এনেকৈ লিখিছিল ঃ

ঃ "সম্বত ১৯৪০, ইং ১৮৮৩ সাল।

..... *শিতকালত অঁকা যুদ্ধ হ'ল। কলিকাতাৰ মেলাৰ নিমিত্তে অঁকা দেশৰ বস্তু আনিবলৈ লক্ষিধৰ মৌজাদাৰক ডেপুটি কমিশনৰ সাহেবে পঠোয়াত পূৰ্ব্বৰ আখেজ থকা বাবে অঁকা ৰজাই লক্ষিধৰক ধৰি বন্দি কৰিয়েই ৰণুৱা পঠাই বালিপাৰাৰ ফ'ৰেষ্ট ডিপাৰ্টমেণ্টৰ বাঙ্গালাৰ পৰা ৰেঞ্জৰ ও কেৰাণী ২জন বাঙ্গালি বাবুক ধৰাই নিয়ালে। চিফ কমিশনৰ এলিয়ট সাহেব নিজে বালিপাৰাত থাকি যুদ্ধ নকৰাকৈ বন্দিকৈ থোৱা মানুহকেইজনক আনিবৰ কাৰণে মোক মধ্যস্থ মানি সীমালৈ পঠোয়াত মই টকৌ হোলাত সিঁহতৰ পঠোৱা ১২জন অঁকা কটকিৰ মুখে গুই নেজিয়া পৰ্বতৰ পূৰ্বৰ সীমা ঠেলি ভালুক পাংলৈ মাটি লৈ ফ'ৰেষ্ট ডিপাৰ্টমেণ্ট বহুয়া বাবে এক লাখ টাকা লাগে বুলি দাওয়া কৰা শুনি চিফ কমিশনাৰক জনোৱাত অমান্তি হৈ মেক্সওয়েল সাহেবৰ অধিনে অঁকা পৰ্বতলৈ ফৌজ পঠাই বন্দিয়াৰ বাবু দুটাক খালাস কৰি অনালে, অঁকাহত পলাল। ঘৰ বাৰি জুই দি পুৰি গুছি আহিল। এই গোলমালত লাগি থাকোঁতেই মই কলিকতাৰ মেলা চাবলৈ যাবলৈ নোৱাৰিলো। কলৰ কাম খটি কৰি প্ৰায় তিনিমাহ মেনেজাৰ ডেভিডসনে সৈতে আবদ্ধ আছিলো, অনেক লোকসান হ'ল।*[২৪]

অঁকা যুদ্ধৰ পাছতেই কৰ্ণেল উদ্‌থৰ্পৰ নেতৃত্বত প্ৰায় গোটেই ৰাজ্যতে জৰীপৰ কাম আৰম্ভ হয়। এই অঞ্চলৰো মেপ প্ৰস্তুত কৰা হয়।

**ভুটীয়া সংঘৰ্ষ ঃ [চাৰিদুৱাৰ ভুটীয়া]**

প্ৰসংগান্তৰত উল্লেখ কৰি অহা হৈছে যে চাৰিদুৱাৰৰ ওপৰত আৰু কৰিয়াপাৰ দুৱাৰৰ পূবফালে শ্বেৰদুকপেনসকলৰ দুখন গাঁও ৰূপৰাই গাঁও আৰু শ্বেৰগাঁও। কৰিয়াপাৰ দুৱাৰৰ ভুটীয়াসকলৰ দৰে ৰূপৰাই আৰু শ্বেৰ গএগ ভুটীয়া সকলৰো প্ৰধানজনৰ নাম আছিল 'সাতৰজা'। মুখ্যজনৰ উপাধি আছিল 'দৰ্জিৰজা'। অঁকা, ডফলাসকলৰ দৰে এওঁলোকেও ভৈয়ামবাসীৰপৰা বাৰ্ষিক কৰ বা পঁচা লৈছিল। ১৮২৬ খ্ৰী.ৰ ফেব্ৰুৱাৰী মাহত কেপ্টেইন মেথিয়ে তেওঁলোকৰ লগত এটা বুজাবুজি কৰিছিল, যাৰ ফলত দৰং জিলাৰ কৰ্তৃপক্ষই ভৈয়ামৰ ৰাইজৰপৰা প্ৰত্যক্ষভাৱে খাজনা

তুলিবলৈ অধিকাৰ পাইছিল আৰু তাৰ ফলত ক্ষতিপূৰণ হিচাপে ভুটীয়াসকলে ২৫২৬ টকা সাত অনা লাভ কৰিছিল।

[Letter No. 723 dated the 19th March, 1852 from the Government of India (Appendix E)]

১৮৯৯ খ্ৰী.ত এই ভুটীয়াসকলে মধুসেখ নামৰ এজন ব্ৰিটিছ প্ৰজাক বধ কৰাত এই টকা দিয়া কাৰ্য্য বন্ধ কৰিছিল। শেষত দৰ্জি ৰজাই নিৰ্দোষী বুলি ক্ষমা-প্ৰাৰ্থনা খোজাত আৰু ভাল ব্যৱহাৰৰ কথা দিয়াত ১৭৪০ টকা হিচাপে কৰ্ত্তন কৰা হাৰত টকা দিবলৈ সিদ্ধান্ত হয়।[২৫]

১৮৭২-৭৩ খ্ৰী.ত জিলাৰ সীমা নিৰ্দ্ধাৰণ কৰাৰ সময়তে চাৰিদুৱাৰ ভুটীয়াসকলৰ বাবে পূবে গাভৰু আৰু পশ্চিমে ৰৌতা নদীৰ মাজত সীমা চিহ্নিত কৰি দিয়া হৈছিল। ভুটীয়াসকলে ইয়াৰ ভৈয়াম অঞ্চলত অতিৰিক্ত মাটি দাবী কৰিছিল যদিও ব্ৰিটিছ জৰীপকাৰসকল সন্মত হোৱা নাছিল আৰু ১৮৭৬ খ্ৰী.ত দৰং জিলাৰ উপায়ুক্তৰ সৈতে তেওঁলোকৰ নায়কৰ হোৱা আলোচনাত সীমাৰ এই সিদ্ধান্ততে সন্মত আৰু সন্তুষ্ট হৈছিল।[২৬] সদ্‌ভাব আৰু সন্ধিৰ নীতি অনুসৰণ কৰি ব্ৰিটিছসকলে স্বৰগাঁয়া আৰু ৰূপগাঁয়াৰ চাংখাণ্ডু ৰজাক ভুটীয়া সাতৰজা হিচাপে ৩৬৭/১৫ লেছাৰ এটা নিষ্কৰ পেন্সন গ্ৰাণ্ট ২৮/৬/৫৫ তাৰিখৰপৰা মঞ্জুৰ কৰিছিল। ঢেকিয়াজুলি মৌজাৰ চপাই ৰৌমাৰী গাঁওত এই ভূমি অৱস্থিত আছিল। আগতে এই গাঁও বৰছলা মৌজাৰ ভিতৰত আছিল।[২৭]

প্ৰতিবছৰে শীতকালত চাৰিদুৱাৰ ভুটীয়াসকলে দৌমৰালৈ নামি আহি বেপাৰ কৰিছিল আৰু তাতে পঁচাও গ্ৰহণ কৰিছিলহি।

শ্বেৰদুকপেনসকলৰ উত্তৰ-পূৱত থেবেঙ্গিয়া ভুটীয়াসকলে বাস কৰিছিল। বিকম (Bichom Valley) উপত্যকাৰ পূবফালে বাস কৰা তেওঁলোকেই একমাত্ৰ শেষ ভুটীয়া। 'সাতৰজা'ৰে সৈতে লগ লাগি তেওঁলোকেও ভৈয়ামৰ মানুহৰপৰা পঁচা আদায় কৰিছিলহি। কিন্তু পাছত সাতৰজাৰ সৈতে তেওঁলোকৰ কাজিয়া লাগিছিল। ফলত কেইবাবছৰো ধৰি তেওঁলোকে **কৰিয়াপাৰ দুৱাৰেৰে** ঘূৰি আহিহে চাৰিদুৱাৰ আদিত প্ৰৱেশ কৰি বেহাবেপাৰ কৰিব লাগিছিল।

তেওঁলোকৰ উপদ্ৰৱ আদিৰ বাবে ১৮৩৯-৪৪খ্ৰী.ত ভৈয়ামৰ সংস্পৰ্শৰপৰা তেওঁলোকক বাহিৰত ৰাখিছিল, কিন্তু আনুষ্ঠানিক চুক্তি কৰি তেওঁলোকে পুনৰ আক্ৰমণ বা উপদ্ৰৱ কৰা নহয় বুলি স্বীকাৰ কৰাত থেবেঙ্গীয়া ভূটীয়া ৰজাক ব্ৰিটিছ্ চৰকাৰে ১৪৫ টকা তেৰ অনা বাৰ্ষিক পেন্সন ধাৰ্য্য কৰে।

[Letter No 701, dated the 20th April, 1844 from Government of India (appendix C) (Paragraph 9 of Major Jenkin's letter of 20th February 1844 (appendix B)]

**কৰিয়াপাৰ দুৱাৰ ঃ** সেইদৰে ভুটীয়াসকলৰ দখলত থকা কৰিয়াপাৰ দুৱাৰৰ ভৈৰৱকুণ্ডৰ দুৱাৰ মুখেদি তিব্বতৰ অন্তৰ্ভুক্ত টৌৱাং পৰ্ব্বতৰ ভূটীয়াসকল নামি আহিছিল। ওদালগুৰিত টৌৱাঙৰ স্থানীয় প্ৰশাসনক বা গেলেঙসকলক পঁচা দিবলৈ ব্ৰিটিছ্ চৰকাৰে বছৰি জানুৱাৰী -ফেব্ৰুৱাৰী মাহত দৰবাৰ পাতিছিল। ১৮৪৪ খ্ৰী.ত এই দুৱাৰো ব্ৰিটিছে দখল কৰি লয়।

The Bhutias of Kariapara are under the direct Government of a body of Chiefs known as *'Sath Rajas'* who call themselves subordinate of the Towang Raja. Between 1830-40, these Bhutanese gave as much trouble as their neighbours on the west, and in consequence of the outrages committed by them, the Dwar was resumed by the authorities of Durrung. In the cold season of 1843-44, the *Sath Rajas,* in company with the representatives of the Tawang Durbar, had an inteview with Captain Gordon, Assistant to the Governor General's Agent, and formally relinquished all claims of the lands of Kariapara Dwar in consideration of an annual payment of Rs. 5000; this sum very nearly representing the amount which they used to realise from the tract by direct collection during eight months of the year for which they held it.[২৮]

| Name of the Tribe | Amount | Authority |
|---|---|---|
| Thibetan Bhutias (called by Captain Gardon Kampo *Bhutia Sath Rajas)* | Rs. 5000.00 | Letter no 70,1 dated the 20th April, 1844, from the Govt. India (appendix C) Vide Major Jenkin's letter no. 13, dated 20th Feb, 1844, Paragraph 3 (Appendix B) |

**কলিঙ্গ আৰু বুৰিগোমা দুৱাৰ ঃ**

দৰং জিলাৰ পশ্চিমসীমা আৰু বৰনদীৰ পূবফালে কলিঙ্গদুৱাৰ আৰু বুৰিগোমা দুৱাৰ দুখনৰ দখল যুটীয়াভাৱে ভোটৰজা আৰু অসম ৰজাৰ মাজত থকাৰ কথা কৈ অহা হৈছে। শীতকালটো ধৰি ৮মাহ কাল ভোট ৰজা আৰু বাকীমাহ ৪মাহ অসম ৰজাৰ দখলত থকাৰ কথাও কোৱা হৈছে। কামৰূপ আৰু গোৱালপাৰাৰ ৫খন দুৱাৰ যদিও ভোট ৰজাৰ দখলত আছিল, দৰঙৰ দুৱাৰকেইখন সম্পূৰ্ণভাৱে ভোটৰ দখলত নাছিল। কোচ-আহোম— ভোটানসকলৰ বিভিন্ন সম্বন্ধ আৰু বিভিন্ন কাৰণৰ বাবেহে দৰঙৰ এই দুৱাৰ দুখন আৰু দক্ষিণত গোঁহাই কমল আলিলৈকে সীমা ধৰি ভোটৰজাৰ দখল হৈছিল।[২৯] তথাপি বাৰ্ষিক ৩০৪৯.০০ টকা অসম ৰজাক দিয়াৰ বিনিময়ত ১৮০২ খ্ৰী.লৈকে তেওঁলোকে দখল কৰি আছিল। ব্ৰিটিছসকলে অসম লোৱাৰ পাছত এই টকা আদায় দিয়াত অনিয়ম হৈছিল, বিশেষকৈ ১৮২৬-৪১ খ্ৰী.ৰ ভিতৰত। তদুপৰি উল্লিখিত দুৱাৰ দুখনত ভুটীয়াসকলৰ বৰ উপদ্ৰৱ হৈছিল। ইয়াৰ বাবে ব্ৰিটিছ চৰকাৰে সশস্ত্ৰ সংঘৰ্ষত লিপ্ত হৈ থাকিব লাগিছিল। সেইবাবে ব্ৰিটিছে ১৮৪১ খ্ৰী.ত ভুটীয়া ৰজাক বাৰ্ষিক ১০,০০০.০০ টকা ক্ষতিপূৰণ দি সমগ্ৰ দুৱাৰঅঞ্চল পুনৰ নিজৰ হাতলৈ আনে। ভোটযুদ্ধৰ পাছত ১৮৬৪ খ্ৰী.ত এই টকা দিয়া প্ৰথা বন্ধ কৰি চুড়ান্তভাৱে দুৱাৰকেইখন অসম ৰাজ্যৰ লগত লগ লগায়।

১৮৫৩ খ্ৰী.ৰ ২৮ জানুৱাৰী তাৰিখে কৰিয়াপাৰত ব্ৰিটিছ্ চৰকাৰৰ পক্ষ আৰু ভোটান ৰজাসকলৰ মাজত এখন চুক্তি সম্পন্ন হয় উভয়পক্ষৰ মাজত ভাল সম্বন্ধ স্থাপনৰ বাবে। দেৱ ৰজাৰ প্ৰতিনিধি হিচাপে চাংদাণ্ড ৰজা, নমাং লেডেন ৰজা, আৰু দাওনুৰো ৰজাই এজন গেলেঙৰ অসৎ ব্যৱহাৰৰ প্ৰতিকাৰ কৰ্ষে আৰু ৰাইজৰ লগত ভাল ব্যৱহাৰৰ আশ্বাস দি এখন চুক্তিপত্ৰত চহী কৰে। এই চুক্তিপত্ৰত তেওঁলোকে ভাৰত চৰকাৰে ৫০০০ টকা ভোটান চৰকাৰক দি থকাৰ কথা প্ৰসংগক্ৰমে উত্থাপিত হৈছে। এই চুক্তিপত্ৰ তলত লিপিবদ্ধ কৰা হ'ল ঃ

**Anglo-Bhutanese Treaty, 28th January 1853**

Treaty signed by Captains Reid and Campbell, and Changdandoo Namang Leden, and Dao Nubhoo Bhutka Rajas, on the 28th January 1853, at Kurreahparah, Zillah Durrung.

We, Changdandoo Raja, Nammang Leden Raja, Dao Nurhoo Raja, being deputed by the Daba Rajas to carry letters of friendship to the Agent, Governor General, North-East Frontier, desiring that the former friendly relations which existed between the Government of India and our Lassa Government (lately disturbed by the misbehaviour of one of our Gellings) should be again resumed, and being ourselves desirous above all things that peace should exist between our Government and that of India, do (now that we are assured the Government of India do not intend to invade our country) hereby solemnly declare that all military force in excess of what required to maintain order in our own country shall be immediately withdrawn, and the soldiers sent to their houses : and should the peace be ever broken by us, we shall consider that all claim to the Rs. 5.000, hitherto yearly paid to our Government by the Government of India, shall be forfeited, and that our trade with the people of the plains shall be put a stop to.

And all this we of our own good will agree to and swear to in the presence of Captains Reid and Campbell, signing the

agreement as copied out in Bhutia language from the Bengali copy made by Tuckha Mahomed Darogah.

And, moreover, with regard to the followers and others of the Gelling who have come down to the plains for protection, we promise not to molest them, but hope, with the good help of the Agent, Governor General to make friends with them and persuade them to return to their own country.[৩০]

ভোটান যুদ্ধৰ শেষত ১৮৬৩ খ্ৰী.ত ব্ৰিটিছ আৰু ভোটান চৰকাৰৰ মাজত আৰু এখন সন্ধিপত্ৰ হয়। ইয়াৰ নাম Anglo-Bhutan Treaty, 1863। এই সন্ধিৰ আগতেই 'অসম দুৱাৰ' কেইখনৰ বাবে দিবলগীয়া বাৰ্ষিক ১০,০০০.০০ টকা ক্ষতিপূৰণ ব্ৰিটিছ চৰকাৰে বন্ধ কৰি দুৱাৰকেইখন অসমৰ লগত চামিল কৰাৰ কথা আগৰ পৃষ্ঠাত উল্লেখ কৰা হৈছে। নিম্নোক্ত সন্ধিপত্ৰত ইয়াৰ উল্লেখ হৈছে। লগতে বঙ্গৰ দুৱাৰকেইখনো চূড়ান্তভাৱে ব্ৰিটিছৰ দখললৈ অহাৰ কথা আৰু তাৰবাবে ক্ষতিপূৰণ হিচাপে বাৰ্ষিক ২৫০০০.০০ টকা ভোটানৰ কেন্দ্ৰীয় চৰকাৰক দিবলৈ সিদ্ধান্ত হোৱাৰ কথা উল্লিখিত হৈছে। এই ২৫০০০.০০ টকাৰ ভিতৰতে 'অসম দুৱাৰ'ৰ বাবে ১০,০০০.০০ টকাও সোমাই থকা বুলি বিবেচনা কৰা হৈছে। এই সন্ধিপত্ৰৰ কথা নিম্নোক্ত ধৰণৰ আছিল ঃ

**Anglo-Bhutan Treaty, 1863**

The Honourable A. Eden, Secretary to the Bengal Government, was, in August 1863, appointed to conduct a special embassy to Bhutan to explain to that Government the reasons which had led to the annexation of Fallacotta, to demand the surrender of all captives taken from British Territory and to negotiate some stable arrangements for the better conduct in future of the relations between the two States. The mission proved a failure. The envoy, in compliance with the instructions of the Foreign Office, penetrated through many difficulties to Poonakha and the Bhutia Court, only to meet with insult and annoyance and purchase the safe return of his escort by signing under protest a preposterous treaty, which it became the first

duty of his Government, to disavow.

War with Bhutan followed, and the allowance paid on account of the Assam Dwars and Ambari Fallacotta was of course stopped. After a campaign, which if not uniformly satisfactory was in the end entirely successful, the Bhutias were compelled to make humble submission. As a lasting lesson to them, they were thereupon finally and absolutely deprived of all the lands they had held below the hills-the Bengal Dwars being formally annexed by the British Government. It was, however, arranged that as some compesation for the loss of this valuable territory, a sum of Rs. 25,000 should be annually paid to officers deputed by the Central Government of Bhutan, and in this grant the older grant of Rs. 10.000 on account of the Assam Dwars may be considered to have merged."[৩১]

উল্লিখিত এই আলোচনা স্বয়ংসম্পূৰ্ণ নহয়। প্ৰকৃততে উত্তৰ-পূৰ্ব সমগ্ৰ সীমান্ত ভূ-ভাগৰ পাৰ্বত্য জনগোষ্ঠীসমূহৰ বিষয়ে যথাৰ্থ ইতিহাসো নহয়। সীমান্ত ভূ-ভাগৰপৰা অৰুণাচল প্ৰদেশ ৰাজ্য-গঠনলৈকে এই সুদীৰ্ঘ পৰিক্ৰমাৰ ধাৰাবাহিক সামগ্ৰিক ইতিহাসৰ প্ৰক্ৰিয়া আৰু এই আদিম জনগোষ্ঠীসমূহৰ বিকাশৰ ইতিহাস এক জটিল বিষয়। তদুপৰি, এই জনগোষ্ঠীসমূহৰ সৈতে অসমৰ ভৈয়ামবাসীৰ সামাজিক আৰু ৰাজনৈতিক সম্পৰ্কৰ ছবি বৃটিছ প্ৰশাসনীয় ইতিহাসকাৰসকলে তেওঁলোকৰ প্ৰশাসনীয় সুবিধাৰ সুযোগ লৈ যি ধৰণে অঙ্কিত কৰি গ'ল, তাত বাহিৰে দেশীয় ঐতিহাসিক সমল অত্যন্ত সীমিত। বিদেশী প্ৰশাসকৰ ধ্যান-ধাৰণাৰে আৰু বৃটিছ সাম্ৰাজ্যবাদৰ মানসিকতাৰে তেওঁলোকে এইসকল জাতিৰ জীৱন-যাত্ৰাত মাথোন দেখিছিল বৰ্বৰতা, নৃশংসতা, অসভ্যতা। ভৈয়ামবাসীৰ অসমীয়ালোকৰ সৈতে ভিন্নতা আৰু বিভেদৰ, যুদ্ধ আৰু নিৰ্য্যাতনৰ এখন চিত্ৰহে এই ইতিহাসত ৰচনা কৰি গৈছে।

বিদেশী প্ৰশাসকসকলে কোচৰজাৰ দিনৰ উদাৰতা, আহোম ৰজাসকলৰ যেনে, প্ৰতাপসিংহ, ৰুদ্ৰসিংহ, ৰাজেশ্বৰ সিংহৰ কালৰ এইসকল পাৰ্বত্যজাতিৰ সৈতে হোৱা মিত্ৰতা আৰু বন্ধুত্ব আদিৰ কথা বিচাৰ নকৰি,

দ্ৰব্য-বিনিময়, আদান-প্ৰদান আদিৰ ব্যৱহাৰিক দিশ বিচাৰ নকৰি, **পঁচা আৰু পয়ছাৰ** মাজেৰে মাথোন তেওঁলোকক দমাই ৰাখি, ভৈয়ামৰ সৈতে অহা-যোৱাৰ ক্ষেত্ৰত **'ভিতৰুৱা সীমাৰেখা'** প্ৰবৰ্তন কৰি কেৱল **'বিভাজন আৰু প্ৰশাসন'** নীতিহে গ্ৰহণ কৰিলে। **ভৈয়াম আৰু পৰ্বতৰ স্থায়ী যোগসূত্ৰদাল একেবাৰে নিঃশ্চিহ্ন কৰি দিলে।** এল. এন. চক্ৰৱৰ্তীয়ে তেওঁৰ *History of Arunachal* গ্ৰন্থখনত এইদৰে লিখিবলৈ বাধ্য হ'ল ঃ

'It is possibly not known to many that the people residing in the Hilly areas now known as *Arunachal* had very close relations with the plains of Assam.' [পৃ. ১৩৫]।

কিন্তু তাৰ পাছতে আকৌ এইগৰাকী লেখকেই ভৈয়ামৰ লোকৰ বিৰুদ্ধে পাৰ্বত্যবাসীয়ে বিশেষকৈ ভুটিয়া, অঁকা, মিছি, দফলা আদিয়ে, সময়ে সময়ে অতিক্ৰম কৰা যিখন তালিকা আৰু তথ্য দিছে (১৮২৮ খ্ৰী.ৰপৰা ১৯৩৮ খ্ৰীষ্টাব্দ মানলৈ), সেইখনৰ উৎস বুটিছ প্ৰশাসনীয় বিষয়া-লেখকসকলে লিখি থৈ যোৱা বিৱৰণ বা গ্ৰন্থৰ তথ্যবোৰহে। এই আক্ৰমণবোৰত ঘাইকৈ বৃটিছ বিষয়া আৰু তেওঁলোকক সহায় কৰা ব্যক্তিসকলহে লক্ষ্য হৈ পৰিছিল।

আমি ভাবো যে অৰুণাচলৰ জনগোষ্ঠীসমূহৰ সৈতে ভৈয়ামৰ সম্পৰ্কটো প্ৰাগ্ঐতিহাসিক যুগৰপৰাই আজিৰ সাম্প্ৰতিক ইতিহাসৰ কাললৈকে এক বস্তুনিষ্ঠ নিৰপেক্ষ দৃষ্টিভঙ্গীৰে প্ৰাপ্ত তথ্যসমূহৰ পুনৰ মূল্যায়ন হ'ব লাগে।❑

---

**প্ৰসংগ পাদটীকা ঃ**

১. Assam and Neighbouring States : Historical Documents Dr. N. N. Acharya (পৃ. ১২.)

২. **প্ৰাগুক্ত গ্ৰন্থ** (পৃ. ১২)

৩. **প্ৰাগুক্ত গ্ৰন্থ** (পৃ. ১৪)

৪. ঐ (পৃ, ২০)

৫. প্ৰাগুক্ত গ্ৰন্থ (পৃ. ৬২)।

৬. Notes on the Daphlas and the peculiarity of their language, G. A. S. B. No. 2, 185। PP. 126-27. W Robinson.

৭. (ক) Assam and Neighbouring States [1983] : Dr. N. N. Acharyya গ্ৰন্থত সন্নিৱিষ্ট মতে।
(খ) প্ৰাগুক্ত গ্ৰন্থত সন্নিৱিষ্ট হোৱা মতে

৮. History of Arunachal : LN Chakrabarty :(পৃষ্ঠা ১০)।

৯. 'নবাৰুণৰ পোহৰত তেজপুৰ' প্ৰবন্ধ ঃ ড° মহেশ্বৰ নেওগ ঃ *শোণিতজ্যোতি* (তেজপুৰ সাহিত্য সভা অধিৱেশনৰ স্মৃতিগ্ৰন্থ, ১৯৬৮) আৰু *অৰুণোদই* [নিৰ্বাচিত সংকলন, সম্পাদনা অৰুপজ্যোতি শইকীয়া, নগাঁও, ২০০২, পৃ. ৪১১-৪১২]

১০. Glimpses of the Early History of Arunachal : L.N. Chakabarty পৃ. ১২৬।
File No. I81 J, 1882, P. 7 Glimpses of the Early History of Arunachal]ৰ পৰা উদ্ধৃত।

১১. File No 187 J P.2. [Glimpses of the Early History of Arunachal] গ্ৰন্থৰ পৰা, পৃ. ১৩১-১৩৪।

১২. Govt. of India Foreign Department letter no. 1981 P dated 29. 8. 1873 and the Chief Commnissioner's letter no 2890 dt. 31. 8.1876

১৩. ঐ

১৪. আঁকা প্ৰবন্ধ ঃ *আৱাহন,* ৭ম বছৰ ঃ দ্বাৰিকানাথ দাস

**ভৰলী আৰু ওৱাংকিৱাঙৰ পূজা ঃ**

**প্ৰাগুক্ত প্ৰবন্ধত এই সম্পৰ্কে এটি প্ৰবাদ-কাহিনী স্বৰ্গীয় দাসদেৱে উল্লেখ কৰিছে। কাহিনীটো হৈছে, আকাশত ১৬০০ অপ্সৰা আছিল। এজনা আহোম ৰজাই আকাশলৈ গৈ তাৰে এগৰাকী অপ্সৰাৰ লগত সংগম কৰাৰ ফলত এটা ল'ৰা হ'ল। তাৰ নাম ওৱাং কিৱাং। ওৱাং কিৱাঙক স্বৰ্গৰ ৰজাই স্বৰ্গত স্থান নিদিলে— মানুহৰ সন্তান বুলি। গতিকে নামি আহি সি**

ভোমোৰাগুৰি পৰ্বতৰ ওপৰত থাকিলহি। ভোমোৰাগুৰি পৰ্বতৰ নামনিত ভৰলী নদী ব্ৰহ্মপুত্ৰত পৰিছে। এই ভৰলীয়েই উপৰিউক্ত অপ্সৰা গৰাকী আছিল। ওৰাংকিৰাঙে খণ্ডত পৃথিৱীৰ সকলো মানুহকে ধ্বংস কৰিব বুলি ভাবি মাক ভৰলীও ভৈয়ামলৈ নামি আহি ভোমোৰাগুৰি পৰ্বতৰ ওচৰতে থাকিলহি। সেয়েহে এই পূজা ভৰলী আৰু ওৰাংকিৰাঙৰ সন্মানাৰ্থে দিয়া হয়, যাতে তেওঁলোকে মনুষ্যসকলক বিশেষকৈ অঁকাসকলক ৰক্ষা কৰে।

১৫. North East Frontier of Bengal : A Mackenzie (পৃ. ২৭-২৮)

১৬. Glimpses of the Early History of Arunachal : L.N. Chakroborty.

১৭. হৰিবিলাস ডাঙৰীয়াৰ আত্মজীৱনী (১৯৬৭) পৃ. ৩০-৩১।

১৮. ঐ

১৯. হৰিবিলাস আগৰৱালা ডাঙৰীয়াৰ আত্মজীৱনী (পৃ. ৩১)

২০. ঐ. (পৃ.৩২)

২১. NEFA : Its History of Administration and Problems of Integration by Biswajih seen. I.A.S. .... [from the book : A Common perspective For North-East India Page 168

২২. অঁকা প্ৰবন্ধ, 'আৱাহন', স্বৰ্গীয় দ্বাৰিকানাথ দাস

২৩. (History of Arunachal : L. N. Chakraborty) (পৃ. ১২)

২৪. *হৰিবিলাস আগৰৱালাৰ আত্মজীৱনী* (পৃ. ৩৯)। স্বৰ্গীয় আগৰৱালা অঁকাসকলৰ লগত বেপাৰৰ কাৰণে জৰিত থাকি তেওঁলোকৰ লগত বন্ধুত্বপূৰ্ণ সম্বন্ধ থকা বাবে ব্ৰিটিছ চৰকাৰৰ হৈ মধ্যস্থতা কৰিব লগা হৈছিল। এই সংক্ৰান্তত তেওঁ নিজে কৈছে ঃ

ঃ অঁকাহঁত ব্ৰহ্মপুত্ৰৰ উজানৰ পৰ্ব্বতীয়া জাতি, নামি ভটিয়াই আহি প্ৰতাপপুৰত আছিল, প্ৰতাপপুৰিয়া ৰজাৰ বংশ বোলে। তাৰ পৰা আহি ভালেমান দিন ভালুক পাংত আছিল। তাৰপৰা গৈ এতিয়া টেঙা নদীৰ কানত আছেগৈ। সিহঁত দুখেল, কপাহচোৰা আৰু হাজৰি খোয়া। কপাহচোৰা অতিশয় তেজি ও ৰণুৱা। ভোটিয়াৰ পৰাও পচা তুলি আনে। ৰবৰৰ কাৰবাৰ সূত্ৰে মোৰ সৈতে চিনাকি ও বন্ধুভাব আছিল, বিশ্বাসো কৰিছিল।

২৫. Glimpse of the Early History of Arunachal (পৃ.৬)

২৬. প্ৰাগুক্ত গ্ৰন্থ (পৃ. ৬)।

২৭. Assessment Report of the Pachnoi Group, 1932 of the Settlement Records of the Dhekiajuli Circle

২৮. History of the Relations of the Government with the Hill Tribes of the North-East Frontier of Bengal : Alexander Mackenzic [Reprint,1995: Mittal Publications]

২৯. এই সম্পৰ্কে বিস্তৃত আলোচনা Ahom-Tribal Relations গ্ৰন্থৰ Ahom-Bhutia relations অধ্যায়ৰ ১৯৭-২০৫ পৃষ্ঠা চাওক।

৩০. Assam And Neighbouring States : Historical Documents, New Delhi, 1983 (পৃ. ১৩৫)।

৩১. ঐ (পৃ. ১৩৬-১৩৭)।

## ঃ সংযোজন ঃ

(১)

**'উত্তৰ-পূব সীমান্ত ভূভাগ ঃ পশ্চিমাংশ' গঠন কৰি তাত 'অসম সীমান্ত এলেকা বিধি' প্ৰয়োগ কৰা বিজ্ঞপ্তি ঃ**

---

## NOTIFICATION NO. 979 E.B. DATED THE 25TH SEPTEMBER, 1914 :

In exercise of the powers conferred by Section 1 of the Assam Frontier Tracts Regulation, 1880 (II of 1880), the Governor General in Council is pleased to direct that the said Regulation shall extend to the tract comprising the hills inhabited or frequented by Bhutias, Akas, Daflas, Miris, and Abors and separated from the Darrang and Lakhimpur districts by the specified below :

From the Subansiri river westwards along the Inner Line to the Dikrang river; thence down the Dikrang to a demarcated point; thence along a demarcated line past the Borpathar stockade to a demarcated point on the Dubia Nadi; thence along the Kauri Ali embankment to the Gogra road; thence along the Gogra road to the north-east corner of the Singlijan Grant; thence along the Inner Line and west boundary of grant to the south-west corner of the grant; thence along a straight line to the junction of the Bihmari and Buroi rivers; thence along a straight line to the nort-east corner of Rangagarh tea garden; thence along the northern boundary of the grant to its north-west corner; thence along a straight line to the junction of Dikal and Borgang rivers; thence along a straight line to the north-east corner of Grant No. 536; thence along the northern boundary of the grant to its north-west corner; thence along a straight line to the Ghiladhari river; thence along the southern boundary of the Nauduar Forest Roserve to the Borelli river; then along the southern boundary of thr Charduar Forest Reserve and a demarcated line running through a portion of the cadastral village of Buragaon to the Forest guards' quarter at Lokra; thence along the southern boundary of the reserve to its south-west corner; thence along a straight line to the north-east corner of the Kunderbil garden, thence along a straight line to pillar No. 108 on the Inner Line; thence along the Inner Line to its junction with the eastern boundary of the Khalingduar Reserved Forest; thence along the eastern boundary of the Reserve to its South-east corner on the Bhola river; thence along the southern boundary of the

Reserve and a line running parallel with the Inner Line between pillars 101 and 99 to a point in the boundary between the Darrang and Kamrup districts one and a half-mile south of boundary pillar No. 98.

The tract described above shall be styled as the **"Western Section, North-East Frontier Tract."**

(See Assam Gazette of 14th October 1914, Part II pages 2006-7).

(২)

বালিপৰা সীমান্ত ভূভাগত প্ৰয়োগ কৰা 'ইনাৰ লাইন'ৰ সীমা দেখুৱা— চৰকাৰী বিজ্ঞপ্তি (নং ৬৭৭৮ এপি তাং ২.১১.১৯৩৪)

2nd November, 1934.

No. 6778 A.P. - In exercise of the powers conferred by section 2 of the Bengal Frontier Regulation, 1873 (V of 1873), and in supersession of all the previous orders on the subject the Governor In Council, with the previous sanction of the Governor General in Council, is pleased to prescribe the line described below as the **'Inner Line' in the Balipara Frontier Tract. :**

"From the eastern boundary of the district of Kamrup, that is from pillar No. 98 on the Bornadi, the line shall follow in an easterly direction of the southern boundary of Bhutan (including the countries of the Kariapara and Charduar Bhutias) and of the Aka and Dafla Hills as defined by the Revenue Survey in the years 1872-73-74-75 and demarcated by pillars Nos. 98 to 160 inclusive. From pillar 160 the line shall run in a south-easterly direction to the point where the

Balam river cuts the northern boundary of the Singlijan waste land grant No. 18. Thence the line shall follow the eastern boundary of the Singlijan grant No. 18 to the point where the boundary cuts the Dafla Gar. Thence the line shall follow Dafla Gar to a point on the Mara Sisa Nadi. From this point along the Rajgarh Ali to the Dorpang (DIRPANG) Nadi, thence by the shortest line north to the hills and skirting the foot of the hills to a point midstream of the Dikrang river in latitude $27^0$-5'-43", longitude $93^0$- 50-10; thence along the Lakhimpur district boundary to the west bank of the Subansiri River as shown on Survey of India Sheet No. $83\frac{E}{16}$ scale 1"= 1 mile published in 1921 and on sheets 83E and 1, scale 1" = 4 miles published in 1930 and 1928 respectively.

# বেলশৰৰ পুৰণি তথ্য বিচাৰি

১. বেলশৰ নলবাৰী জিলাৰ এটি প্ৰাচীন ঐতিহ্যমণ্ডিত অঞ্চল। নলবাৰীৰ পশ্চিম প্ৰান্ত। বিল্বেশ্বৰ দেৱালয়ৰ স্থিতিয়ে এই অঞ্চলক দিছে এটি সুকীয়া মৰ্য্যাদা। বিল্বেশ্বৰৰ পৰাই উদ্ভৱ হৈছে বেলশৰৰ নামটো। এই মন্দিৰৰ পুনৰ নিৰ্মাণ বা সংস্কাৰৰ শিলালিপি আহোম ৰজা লক্ষ্মীসিংহৰ দিনৰ (১৭৬৯-১৭৮০)। এই শিলালিপিৰ পাঠ লোক-সংস্কৃতিৰ অন্বেষক প্ৰখ্যাত দণ্ডীৰাম দত্তই বিজয়ভূষণ ঘোষ চৌধুৰী প্ৰাচ্যতত্ত্ব-সাগৰৰ সহায়ত আংশিকভাৱে কৰিছিল বুলি ড° মহেশ্বৰ নেওগসম্পাদিত *'প্ৰাচ্য শাসনাৱলী'* (অসম প্ৰকাশন পৰিষদ, ১৯৭৪)ত উল্লেখ হৈছে। অৱশ্যে ড° নেওগে এই পাঠ-অধ্যয়নত অশুদ্ধতা আৰু বিভ্ৰাট থকা বুলিও মন্তব্য কৰিছে। এই পাঠ *'চেতনা'* (৬ষ্ঠ/৭ম সংখ্যা ফাগুন, ১৮৪৬ শক)ত আৰু দণ্ডীৰাম দত্তই লেখা *"শ্ৰীশ্ৰীবিল্বেশ্বৰৰ ইতিবৃত্ত"* (১৯৫৯) পুথিতো সন্নিৱিষ্ট কৰা হৈছিল।

ফলি খোদিত কৰা তাৰিখ আছিল ১৬৮৯ বা ১৬৯৯ শক (*গ্ৰহ-নিধি-ৰস-চন্দ্ৰ গণিত শাকে*)। ইংৰাজী চনমতে হয় ১৭৬৭ বা ১৭৬৮। লাহন বংশোদ্ভৱ বৃহৎ বৰফুকনৰ দ্বাৰাই এই জীৰ্ণ মন্দিৰ সুসংস্কৃত কৰি এই লিপি খোদিত কৰা হৈছিল। ড° নেওগে ১৬৯৯ শকৰ ঐতিহাসিকতা বেছি শুদ্ধ বুলি ভাবে।

২। কোঁচৰজা পৰীক্ষিত নাৰায়ণৰপৰা মোগল শাসনকৰ্তাই কামৰূপ দখল কৰাৰ পাছত শেখ ইব্ৰাহিম কড়োৰী নামৰ এজন আমিনৰ দ্বাৰা দখলত থকা কামৰূপ-গোৱালপাৰা অঞ্চলত বন্দৱস্তী কৰাৰ কাৰণে প্ৰশাসনীয় তপা-পৰগণাত বিভক্ত কৰি বন্দৱস্তী কৰাৰ কথা ড° সূৰ্য্য কুমাৰ ভূঞা সম্পাদিত *'কামৰূপ বুৰঞ্জী'*ত বিস্তৃতভাৱে বৰ্ণনা কৰা আছে। *'প্ৰাচ্যশাসনাৱলী'*তো এই বিষয়ে উল্লেখ কৰা হৈছে। সেইমতে তেতিয়া

পৰীক্ষিতৰ অধীনৰ এই দেশখনক চাৰিভাগত প্ৰশাসনীয় বিভাগ কৰিছিলঃ

(১) চৰকাৰ কামৰূপ

(২) চৰকাৰ ঢেকেৰি

(৩) চৰকাৰ দক্ষিণকূল

(৪) চৰকাৰ বঙালভূম

প্ৰত্যেক 'চৰকাৰ'ৰ তলত পৰগণা-বিভাজন কৰা হ'ল। মোগল ৰাজহ-শাসনৰ বিভাজন সাধাৰণতে বঙ্গদেশত সুবা, পৰগণা (বা মহল), তপা, তালুক, মৌজা বা গাঁও— এইদৰে ক্ৰমিকভাৱে ক্ষুদ্ৰ বিভাগবোৰ কৰা হৈছিল। এইমতে কামৰূপ 'চৰকাৰ'ৰ তলত ভালেমান পৰগণা সৃষ্টি কৰা হৈছিল। ইয়াৰ ভিতৰত 'দেহৰ' নামৰ এটা পৰগণা আছিল। বনভাগ, বৰভাগ, পৰগণাৰ সৈতে ওচৰা-ওচৰিকৈ এই দেহৰ পৰগণাৰ স্থিতি অনুমান কৰিব পাৰি।

*দেহৰ* পৰগণাৰেই এটা তালুক আছিল বিশ্বেশ্বৰ। এই তালুকৰ উল্লেখ হৈছে *'প্ৰাচ্যশাসনাৱলী'*ত সন্নিৱিষ্ট এখন তামৰ ফলিত। ফলিখনৰ নাম দিয়া হৈছে *'বজালী, নাম বৰভাগ, বৰনগৰ আদি পৰগণাৰ হৰিদেৱী পন্থৰ মেধিৰ ভূমিদান আৰু পাইকৰ নিবন্ধনৰ তামৰ ফলি* (নং ৮৭), ১৭০৯শক।' [Inscription of Land and Servitor Grant to the Medhi of the Haridevi Sect in Bajali etc– parganas, 1709 Saka] ইয়াত লিখা আছে ঃ "............ *দেহৰ পৰগণাৰ বিশ্বেশ্বৰ তালুকৰ ভোলানাথ ব্ৰাং ভাই লখি নিমাতাতুৰ ১ গিৰি।"* ইত্যাদি

*দেহৰ* পৰগণাৰ আন দুই-এটা তালুকৰ নাম *দধি, নামখলা* ইত্যাদি। সানৈকুছি গ্ৰামো দেহৰ পৰগণাৰ এখন গাঁও আছিল (ফলিং নং ৮৫)। *দেহৰ* পৰগণাৰ ওচৰতে সম্ভৱ *নাম বৰভাগ* পৰগণাও আছিল। সেই পৰগণাৰ এখন গাঁও আছিল ক্ষুদ্ৰ মাখিবাহা।

'দেহোৰ' বা 'দেহৰ' নামটো সম্পৰ্কে ড° সূৰ্য্য কুমাৰ ভূঞা সম্পাদিত 'কামৰূপ বুৰঞ্জী'ত এনেদৰে নামৰ অৰ্থ দিয়া আছে—

*"দেৱালয় আছিল মানে দেহোৰ হল"*

[পৃ. ৩৩; *কামৰূপৰ বুৰঞ্জী,* ৩য় সংস্কৰণ, ১৯৮৭]

ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে এই বিল্বেশ্বৰ দেৱালয়ৰ অৱস্থিতিক কেন্দ্ৰ কৰিয়েই 'দেহৰ' নামৰ পৰগণাৰ নামকৰণ হৈছিল আৰু তাৰ ভিতৰত বিল্বেশ্বৰ নামে এই তালুক গঠন কৰা হৈছিল।

২. **'জিতপত্ৰ'ত 'বেলসৰ'(বেলশৰ)** ঃ আহোম ৰাজত্বৰ কালত কামৰূপত মাটিৰ বিষয়কৈ যেতিয়া পাইক, ৰায়ত বা ব্যক্তি বিশেষৰ মাজত বিবাদ হৈছিল, ৰজাৰ প্ৰতিনিধি হিছাপে বৰফুকনে সেই বিবাদবোৰৰ বিচাৰ কৰিবলগীয়া হৈছিল। গুৱাহাটীৰ 'দপদৰ' (অফিছ), তামুলী-চ'ৰা, বা চাং-চ'ৰাত তেওঁ তেনে বিচাৰ হৈছিল। তেতিয়াৰ বিচাৰ-প্ৰথাৰ নিয়মমতে সাক্ষীসহ উভয়পক্ষক শুনাৰ পাছত জিকোতাপক্ষক লিখিতভাৱে ৰায় প্ৰদান কৰি দিয়া হৈছিল। এই *জিতপত্ৰ*ৰ ভাষাও প্ৰায় তামৰ ফলিৰ অসমীয়া গদ্য ভাষাৰদৰে আছিল। যদিও সামান্য পৃথক আছিল আৰু সেইকালৰ প্ৰচলিত লিখিত গদ্য ভাষাৰ এক সুন্দৰ নিদৰ্শন আছিল। *জিতপত্ৰবোৰো* অসমৰ বিভিন্ন দিশৰ বুৰঞ্জীৰ সমল। *'প্ৰাচ্যশাসনাৱলী'*ত কেইখনমান 'জিতপত্ৰ'হে সন্নিবিষ্ট হৈছে। তাৰে এখন 'জিতপত্ৰ'ত বিল্বেশ্বৰ দেৱালয় আৰু 'বেলসৰ' নাম উদ্ধৃত হোৱা দেখা যায়।

"শ্ৰীশ্ৰী বিশ্বেশ্বৰ গোশাঞী'
শ্ৰীযুত প্ৰতাপবল্বভ বৃহত ফুক্‌কনেন বিবিচ্য
সদ্‌গুণ সভাসম্ভাসনৈঃ দত্ত সিদ্ধান্তপত্ৰমিদং।"

এই *জিতপত্ৰত* কোৱা হৈছে যে পিয়লৰ দিনৰপৰাই 'বেলেসৰ দেৱালয়তে' খাটি থকা ৬জন গুচৰিয়া 'বেলেসৰিয়াক বাৰি বড়ি দিয়া হৈছিল। কিন্তু এতিয়া 'বেলেসৰিয়া', শুক্ৰেশ্বৰিয়া আৰু 'বড়খেত্ৰীয়া' তিনিজনে পুনৰ ইয়াত ডকা দিয়াত আৰু তেওঁলোকক বেগাৰ খটোৱা এই বিবাদ হৈছিল। এই বিবাদৰ গোচৰ শ্ৰীপ্ৰতাপবল্লভ বৰফুকনে তামুলী চ'ৰাত শুধিছিল আৰু গুচৰীয়াসকলে বিচাৰত বিজয়লাভ কৰি এই *জিতপত্ৰ* পাইছিল। এই *জিতপত্ৰ*ৰ তাৰিখ আছিল ১৭৩০ শকৰ আহাৰ মাহৰ ১৩ তাৰিখ। [ম.৬, ২৬৪]। ইংৰাজীমতে তাৰিখ ১৮০৮ চনৰ জুন মাহ।

এই প্ৰসংগৰ উল্লেখ ইয়াত এই কাৰণেই কৰা হ'ল যে ইয়াত

'বেলেসৰ' দেৱালয় আৰু দেৱালয়ত খাটি থকা লোকক 'বেল্বেসৰিয়া', 'বেলসৰিয়া' আদি বোলা হৈছে। শব্দটো সেই সময়ত লৌকিক আৰু প্ৰচলিত বানান মতে 'সৰ' বুলি লিপিবদ্ধ হৈছিল। তেনেধৰণে 'সোণেসৰ' আদি।

উল্লেখ কৰি অহা হৈছে যে 'বিল্বেশ্বৰ দেৱালয়'ৰ শিলৰ ফলিৰ সময় ইং ১৭৬৭ বা ১৭৬৮ চন, হৰিদেৱী পত্থৰ মেধিলৈ ভূমিদানৰ ফলি ইং ১৭৮৮ চন (মাঘ মাহ)। 'জিতপত্ৰ' দিয়া ৰায়দানৰ তাৰিখ ইং ১৮০৮ চন।

গতিকে দেখা যায় যে 'বেলসৰ' (বেলশৰ) আৰু বিল্বেশ্বৰ দেৱালয়ৰ নাম ধাৰাবাহিকভাৱে ৩০০ বছৰৰো অধিককালৰপৰা আৱৰ্তিত হৈ আছে।

এয়া ঐতিহাসিক প্ৰামাণ্য।

৩। **'বিল্বেশ্বৰৰ ইতিবৃত্ত'ৰ লেখক স্বৰ্গীয় দণ্ডীৰাম দত্ত ঃ**

লোক-সংস্কৃতিৰ গৱেষক আৰু অন্বেষক সৰ্বজন পৰিচিত গ্ৰন্থকাৰ দণ্ডীৰাম দত্তৰ সৈতে বেলশৰ গাঁৱৰ নাম একাত্মীভূত। 'বিল্বেশ্বৰৰ ইতিবৃত্ত' নামৰ গ্ৰন্থখন (১৯৫৯) তেওঁৰেই ৰচনা কৰি এই মন্দিৰৰ সৈতে অসমৰ ৰাইজক পৰিচয় কৰাই দিছিল। স্বৰ্গীয় দণ্ডীৰাম দত্তই (১৮৯৮-১৯৮৪) 'অসম সাহিত্যসভা'ৰ অনুসন্ধান-কাৰ্য্যৰ এগৰাকী সংগঠক চেক্ৰেটাৰী আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগৰ আৰু পুৰণি সাঁচিপতীয়া পুথিৰ সংগ্ৰাহকৰূপে তেওঁ বহুসংখ্যক আৰু ভালেমান গীত-মাত, ফকৰা-যোজনা, বচন সংগ্ৰহ কৰি লোক-সংস্কৃতিৰ ভঁৰাল চহকী কৰি গৈছে। কাইথেলী অঙ্ক আৰু জ্যোতিষৰ অঙ্ক-গণনাৰ এগৰাকী বিশেষভাৱে বিশেষজ্ঞ পণ্ডিতৰূপে তেওঁ প্ৰতিষ্ঠিত হৈছিল। *চেতনা, আৱাহন, মণিদীপ, অসম সাহিত্য সভা পত্ৰিকা* আদি গহীন আলোচনীত তেওঁৰ চিন্তামূলক ৰচনা সিঁচৰতি হৈ আছে। কাইথেলী আৰু কৌতুকৰ অঙ্কৰ পুথিও তেওঁ ৰচনা কৰিছে। তেওঁৰ সংগৃহীত 'ডাকৰ বচন' পুথিও এখন উল্লেখনীয় পুথি। তেওঁৰ 'সাঁথৰ, ফকৰা-যোজনা' (১৯৭৩) নামৰ পুথিখনো অসমৰ লোক-সংস্কৃতিৰ সাহিত্যলৈ এক অমূল্য সম্পদ। এই গ্ৰন্থখন ৰচনাৰ ক্ষেত্ৰত তেওঁৰ বৌদ্ধিক সঁহাৰিও আছিল লক্ষ্যণীয়। প্ৰয়াত

ৰামচন্দ্ৰ দাসৰ দৰে এইগৰাকী নিষ্ঠাৱান লোক-সাহিত্য সংগ্ৰহৰ উজ্জ্বল কৰ্মী আৰু সাহিত্যিকৰ এই পৰ্য্যন্ত যথাযথ সমাদৰ হোৱা নাই। 'অসমীয়া সাহিত্যৰ বুৰঞ্জী'তো যথাযোগ্য স্থান লাভ কৰা নাই। প্ৰয়াত দত্তই এই দিশৰ ৰচনাৰ উপৰি জীৱনী আদিও কেইবাখনো লিখি থৈ গৈছে।

৪. প্ৰয়াত দণ্ডীৰাম দত্তৰ বিষয়ে উল্লেখ কৰোতে আন এটা সংবাদ সহজতে চকুত পৰে। তেওঁৰ শহুৰ আছিল ওচৰৰে টিহু অঞ্চলৰ মাখিবাহা গাঁৱৰ এগৰাকী লেখক প্ৰসন্ননাৰায়ণ চৌধুৰী। প্ৰয়াত এই গৰাকী চৌধুৰীৰ দ্বিতীয় কন্যা চিত্ৰবালাক তেওঁ বিবাহ কৰাইছিল। দণ্ডীৰাম দত্তৰ ৩জনী কন্যা আছিল [দ্ৰষ্টব্য ঃ *'কায়স্থ জাতিৰ ইতিবৃত্ত'*]।

প্ৰয়াত প্ৰসন্ননাৰায়ণ চৌধুৰীয়ে *'আসাম বান্ধৱ'* আলোচনীত নিয়মিত প্ৰবন্ধ লেখিছিল। তেওঁ আছিল কুৰি শতিকাৰ আৰম্ভণি কালৰ লৈখক। সেই সময়ত প্ৰাপ্ত তথ্যৰ ভিত্তিত তেওঁ নিৰপেক্ষভাৱে হৰিদেৱ, দামোদৰদেৱ, মাধৱদেৱ আদিৰ বিষয়ে জীৱনীভিত্তিক প্ৰবন্ধ ৰচনা কৰি ৰাইজৰ মাজত প্ৰচাৰ কৰিছিল।

তেওঁ অসম কায়স্থ সমাজৰো সম্পাদক আছিল। মাখিবাহাৰ প্ৰসিদ্ধ গৰ্গনাৰায়ণ চৌধুৰীৰ পুত্ৰ এইজন প্ৰসন্ননাৰায়ণ চৌধুৰীৰ সাহিত্য-অৱদানৰ বিষয়েও পাঠক সমাজ বিশেষ পৰিচিত নহয়। সম্ভৱতঃ প্ৰয়াত দণ্ডীৰাম দত্তই শহুৰৰ সাহিত্য-কৰ্ম্মৰ পৰাই প্ৰেৰণা লাভ কৰি এইদৰে লোক-সাহিত্য সাধনাত ব্ৰতী হৈছিল।

বেলশৰত ২০০৬ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ বাৰ্ষিক অধিৱেশনত বেলশৰ ঐতিহ্যৰ কথা এনেদৰে সোঁৱৰণ কৰি সুখ অনুভৱ কৰিছোঁ।❑

---

*অসম সাহিত্যসভাৰ চতুৰ্থ বাৰ্ষিক অধিৱেশন উপলক্ষে 'বিল্বশ্ৰী' স্মৃতিগ্ৰন্থত [২০০৬ খ্ৰী. বেলশৰ] প্ৰকাশিত।*

# ৰামদিয়া গাঁৱত প্ৰাপ্ত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ এখন তামৰ ফলি [পাঠোদ্ধাৰ]

হাজোৰ ওচৰত প্ৰসিদ্ধ ৰামদিয়া গাঁও বৈষ্ণৱ সত্ৰসমূহৰ দ্বাৰা সমৃদ্ধ হৈ আছে। তাৰেই এটি অঞ্চল ৰামদিয়া সন্তাৰ গাঁও। তাত এখন দামোদৰী সৎসঙ্গ সত্ৰ আছে। সত্ৰখন *লেংটা গোপীনাথ বাসুদেৱ সত্ৰ*ৰূপে এতিয়া জনাজাত হৈ আছে। এবছৰমান আগতে এই লেখকে ৰামদিয়া গাঁওলৈ যাওঁতে এই সত্ৰত এখন তামৰ ফলি থকা বুলি জানিব পাৰি সত্ৰত গৈ উক্ত ফলিখন চাইছিলো। সত্ৰাধিকাৰৰ অনুমতিক্ৰমে ফলিখন আমি ঘৰলৈ লৈ আহি তাৰ পাঠ পঢ়িছিলো। ফলিখনৰ বৰ্তমান গৰাকী হৈছে সত্ৰৰ অন্যতম বংশধৰ শ্ৰীহেমকান্ত গোস্বামী।

ফলিখন আহোম ৰজা স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ (১৭৫১-৯১খ্ৰী.)ৰ দ্বাৰা প্ৰদত্ত। ফলিত উল্লেখিত মতে *'বৰক্ষেত্ৰি পৰগণাৰ ৰামদিয়া গ্ৰামৰ দামোদৰি সৎসঙ্গি সত্ৰৰ মেধি শ্ৰীতন্ত্ৰ শিৰোমণি ভট্টাচাৰ্য্য'* আছিল আৰু তেওঁৰ সৈতে দুই ভাতৃ দেৱীদত্ত আৰু বিদ্যাধৰ ভট্টক স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ পূৰ্বসূৰী কোনো জন ৰজাই ব্ৰহ্মোত্তৰীয় মাটি দান কৰিছিল। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই এতিয়া সেই মাটিৰ ভকত, মাটি, মানুহ আৰু বিলৰ উল্লেখিত এই তামৰ ফলিখন প্ৰস্তুত কৰি দিছে। ফলিখন ১৬৮১ শক অৰ্থাৎ ১৭৫৯ খ্ৰীষ্টাব্দৰ আঘোণ মাহত প্ৰদত্ত হৈছে। ইয়াত সত্ৰৰ ভাগৱতী ব্ৰাহ্মণ, পাঠক, ভকত আৰু বিলকেইখনৰ নাম উল্লেখ কৰা হৈছে আৰু তেওঁলোকৰ ভোগদখলৰ মাটিৰ অংশও ইয়াত দিয়া হৈছে। উল্লেখনীয় যে ভকত আৰু বিভিন্ন কামৰ ৰায়তসকলৰ মাটিৰ গাঁৱৰ ঠিকনাও ইয়াত উল্লেখ আছে।

এই ফলিত মাটিৰ তপশীল বা চৌহদ নাই। ধাৰণা কৰা হৈছে যে ৰাজদত্ত এই মাটিৰ পূৰ্বতে প্ৰদান কৰা আৰু এখন ফলি আছিল। শ্ৰীগোস্বামী আৰু অন্যান্য বংশধৰসকলে কোৱা মতে প্ৰদত্ত মাটিৰ পৰিমাণ ৬০০ বিঘা আছিল আৰু এই মাটি অন্যান্য অঞ্চলতো বিয়পি

আছিল। ধাৰণা কৰা উক্ত ফলিৰ অভাৱত ফলিপ্ৰাপ্ত সত্ৰাধিকাৰ বা বিদগ্ধ পণ্ডিতকেইজনৰ বিষয়ে আৰু সত্ৰৰ বিষয়ে বিশেষ কোনো কথা ঐতিহাসিকভাৱে ওলাই অহা নাই।

জনামতে, এইসত্ৰৰ পৰিচালক বা মেধিজন আছিল এগৰাকী বিখ্যাত তন্ত্ৰ শিৰোমণি ভট্টাচাৰ্য্য। দামোদৰী সংসঙ্গত তন্ত্ৰ-বিশাৰদৰ অধিকাৰ মন কৰিবলগীয়া। সম্ভৱতঃ এই সৎসঙ্গত গোটখোৱা পণ্ডিত কেইজন সকলো প্ৰকাৰৰ জ্ঞানৰ অধিকাৰী আছিল আৰু তেওঁলোকৰ জ্ঞান-চৰ্চাৰ বিকাশৰ বাবে এই ব্ৰহ্মোত্তৰীয় মাটি প্ৰদত্ত হৈছিল। বৰ্ত্তমানে এওঁলোকৰ বংশৰ এটা ঠাল নলবাৰীৰ ওচৰত ধুৰকুছি গাঁওত স্থাপিত। বিখ্যাত নাট্যশিল্পী আৰু গোঁসাই অম্বিকানাথ গোস্বামীৰ পিতৃ তন্ত্ৰবাগীশ গঙ্গানাথ গোস্বামী এই বাগীশ পৰিবাৰৰ অন্যতম বংশধৰ আছিল। তেওঁৰ দিনতে এই ঠাল ধুৰকুছিলৈ উঠি গৈছিল। গঙ্গানাথ গোস্বামীয়ে এফালে দামোদৰীয় শাখাত লোকক শৰণ-ভজন দিছিল আৰু আনফালে তন্ত্ৰ-চৰ্চা আৰু জ্যোতিষ-বিদ্যাও চৰ্চা কৰিছিল। তেওঁ তন্ত্ৰ আৰু বেদক অবিৰোধীভাৱে জ্ঞান কৰিছিল বুলি শুনা গৈছিল।

সম্ভৱতঃ সম্ভাৰ গাঁওৰ এই সত্ৰখন প্ৰকৃততে সৎসঙ্গী হোৱা বাবে ই 'ব্ৰহ্মোত্তৰীয়' শাখাত হে ভুক্ত আছিল, 'দেৱোত্তৰীয়' বা 'ধৰ্মোত্তৰীয়' নাছিল। সেইবাবে ই পাৰিবাৰিক ধৰ্মচৰ্চাৰ সঙ্গ আছিল যেন লাগে বা কম ৰাজহুৱা আছিল যেন লাগে। সাম্প্ৰতিক কালত **'লেংটা গোপীনাথ বাসুদেৱ'** সত্ৰৰূপে ৰাজহুৱাভাৱে ই জনাজাত হৈ আছে। কেতিয়াৰপৰা এই নামেৰে ই প্ৰসিদ্ধ হৈছে তাৰ বিশেষ নিৰ্ভৰশীল তথ্য পোৱা নাযায়। সত্ৰত শৈল বাসুদেৱৰ আৰু পিতলৰ গোপাল মূৰ্ত্তি আছে।

ফলিখনৰ এপিঠিত অসমীয়া লিপি আৰু আনপিঠিত আহোমলিপি খোদিত কৰা আছে। আমি এপিঠিৰ অসমীয়া লিপিৰ পাঠোদ্ধাৰ কৰি চমু বৰ্ণনা আৰু সেই পাঠ তলত সন্নিৱিষ্ট কৰিলোঁ।

**ৰামদিয়া গাঁৱৰ দামোদৰী সৎসঙ্গী সত্ৰৰ মেধিলৈ স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই দিয়া তামৰ ফলি —**

১ম শাৰী ঃ ঁস্বস্তি শ্ৰীজিতকন্দৰ্প দৰ্প্পোনল্প গুণালয়ঃ। শ্ৰীৰাজেশ্বৰ সিংহঃ শ্ৰীস্বৰ্গ নাৰায়ণো নৃপঃ। নৰপতিকুল মৌলিভ্ৰাজমানাঙ্ঘ্ৰি পীঠঃ সুৰতৰুবৰ বন্ধু ঃ শক্ৰগোত্ৰাৰ্ণৱেন্দু ঃ

ৰামদিয়া গাঁৱত প্ৰাপ্ত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ এখন তামৰ ফলি

২য় শাৰী ঃ শশধৰ হৰহীৰক্ষীৰ হিণ্ডীৰ কীৰ্ত্তিৰ্নিৰ্জ্জ ভুজযুগ তেজো নিৰ্জ্জিতা ৰাতিবৰ্গঃ। অয়ং ধৰ্ম্মৰতঃ প্ৰাদাত্তাম্ৰস্য পত্ৰিকামিমাং। দ্বিজায়াং কামৰূপিয়াস্তদেতদ্বৃত্তি

৩য় শাৰী ঃ ৰক্ষিণীং। কামৰূপ দেশৰ বড়ুৱা ও বৰকায়স্থ ও চৌধাৰি ও পটোৱাৰি ও তালুকদাৰ ও ঠাকুৰিয়া ও গয়ৰহ সকলো সাৱধানে জানিব শ্ৰী ঁদেৱে

৪ৰ্থ শাৰী ঃ বৰক্ষেত্ৰি পৰগণাৰ ৰামদিয়া গ্ৰামৰ দামোদৰি সৎসঙ্গি সত্ৰৰ মেধি শ্ৰীতন্ত্ৰ শিৰোমণি ভট্টাচাৰ্য্যৰ ভ্ৰাতৃ শ্ৰীদেৱীদত্ত বিদ্যাধৰ এই দুইজনৰ পূৰ্ব্ব ৰাজদত্ত ব্ৰহ্মোত্তৰিয়া

৫ম শাৰী ঃ ভকত মাটি মানুহ বিলৰ এই তামৰ ফলি কৰি দিলে ভকত ব্ৰাহ্মণ ভাগৱতি বাসুদেৱ ১ঘৰ সাউপাঠক বালক দাস ১ কলিতা নামলগোৱা দয়াৰাম ১ হৰি

৬ষ্ঠ শাৰী ঃ কেশ ১ ৰামৰাই ১ ৰামভদ্ৰ ১ মধু ১ ধুন্ধুপাল ১ বিৰু ১ বেথাৰাম ১ মঙ্গলু ১ নিধি ১ দহাই ১ বৈষ্য ভোলা ১ আপা ১ নাপিত সোণা ১ বিৰষণ ১ সাউসাম

৭ম শাৰী ঃ ৰায় ১ সোণা ১ মঙ্গলা ১ ৰানা ১ ভেলু ১ সোণা ১ সুন্দৰ ১ লুদু ১ হৰিচৰণ ১ মধু ১ বিষ্ণু ১ দিনৈ ১ সুৰথ ১ সালৈ আদিত্য ১ বৰাগি ১ কৈবৰ্ত্ত মনি ১

৮ম শাৰী ঃ সোণাৰাই ১ ৰামহৰি ১ তাৰাচান্দ ১ লঠা ১ গেন্ধেলা ১ কোছ কৃষ্ণ ১ ধোবা নিঙ্গিনা ১ হিৰা বনমালি ১ কৃপাল ১ বনমালি ১ চণ্ডাল সৰু ১

৯ম শাৰী ঃ মৰা ১ খৰিপাত খুটি জোগনিয়া ফকিৰ মিনা ১ ধুদৰ ১ মোছনা ১ মনিয়া ১ দুলভা ১ মোহনা ১ কলা ১ চেতনা ১ মাদিৰা ১ মগলা ১ বদিয়াৰ দয়া ১

১০ম শাৰী ঃ মঞ্জুৰ ১ মুঠত ৬৮ মাটি ৰামদিয়া তালুকত ফৰিঙ্গতি পকা ৩ বিষি হাড়দিয়া অৰ্দ্ধগ্ৰাম বনভাগ পৰগণাৰ ঢুৰুকুছি পশ্চিমপাৰ কোঁঞৰ ভাগ

১১শ শাৰী ঃ পৰগণাৰ সোণকানি কাকতলা নকুচি এই ৩।। গ্ৰাম নামবৰ ভাগ পৰগণাৰ মুহখলি গ্ৰামৰ ৰোপিত জমি পকা ৩ বিষি বাৰি ১২ পুৰা

১২শ শাৰী ঃ বিল ১ পাইক বৰক্ষেত্ৰি পৰগণাৰ হাড়দিয়া গ্ৰামৰ কলিতা শ্ৰীনাথ পোৱা গণপতি। সোণা। মণি। মঙ্গলু। কহ্না। জিউধন। ধৰ্ম্মা। পুৰুষোত্তম।

১৩ শ শাৰী ঃ পদো। মৰা। আনন্দ। আৰিকটা গ্ৰামৰ মাটিয়া। সৰু বঙ্গেশ্বৰ পৰগণাৰ হাৰদিয়া গ্ৰামৰ কালাপৰাণ ভ্ৰা. কলা। কৈলাণ আলগ চাপৰিগ্ৰামৰ

১৪ শ শাৰী ঃ জদু। গন্ধমৌগ্ৰামৰ জুগি কমল। বৰবঙ্গেশ্বৰ পৰগণাৰ মনি অৰি গ্ৰামৰ হাউদা। ভ্ৰা° নিৰ্মল। নৰহৰি। পলাসবাৰিগ্ৰামৰ কৈৱৰ্ত্ত চক্ৰপানি।

১৫ শ শাৰী ঃ ৰামচা পৰগণাৰ বৰনগ্ৰামৰ ধনি। পাতিদৰং পৰগণাৰ ক্ষুদ্ৰ খৰিকটা গ্ৰামৰ কলিতা ৰাহকা। তিতকুচি গ্ৰামৰ কুমাৰ শুকেই। সৰুক্ষেত্ৰি

১৬ শ শাৰী ঃ পৰগণাৰ সৰ্থিবাৰি গ্ৰামৰ ফকিৰ কানুৱা। ভ্ৰা. কলিয়া। চেংকলি। বজালি পৰগণাৰ ভোগডোঞাৰ গ্ৰামৰ মন্মিল। পশ্চিম পাৰ কোঞৰভাগ

১৭ শ শাৰী ঃ পৰগণাৰ বৰখলা গ্ৰামৰ জামলা। ভ্ৰা° আমলা। ওপৰ বৰভাগ পৰগণাৰ সোণকানি গ্ৰামৰ বাগৰ দিয়া। মুঠত পাইক ৮ আৰু প্ৰতিদিনে

১৮ শ শাৰী ঃ ৰামদিয়ালৰ জোগান মাছ এড়াঙ বৰক্ষেত্ৰি পৰগণাৰ আৰিকটা গ্ৰামৰ বিল শিঙিমাৰি ১ খন বজালি পৰগণাৰ ভোগডোঞাৰ

১৯ শ শাৰী ঃ গ্ৰামৰ খলিহামাৰি ১ খন আকে ভ্ৰাতৃসহিতে মেধিএ পুত্ৰ পৌত্ৰাদিক্ৰমে পৰম সুখে উপভোগ কৰি স্বধৰ্ম আচৰি শ্ৰৱণ কীৰ্ত্তন

২০ শাৰী ঃ ধৰ্ম্মত থাকি • ক অহৰহঃ আশীৰ্ব্বাদ কৰি থাকিব ইহাৰ কৰ কাটল পদ পঞ্চক বেঠবেগাৰ জলকৰ জৰক্ষাৰ চোৰ চিনালা

২১শ শাৰী ঃ ধুমুষি মাড়েষা দণ্ড বন্ধ হাটঘাট চকিঘাট দানখুত সৰ্ব্ববাব পৰিত্যাগ ইহাত কোনোজনে অন্যথ্য নাকৰিব ইতি শক ১৬৮১ মাস আগ্ৰহায়ণ

২২ শ শাৰী ঃ এতদৰ্থ বিজ্ঞাপক মাচামাক্ষৰমেতদপৃষ্ঠে ☐

# বুৰঞ্জী-শিক্ষাৰ পাঠ আজিও অপৰিহাৰ্য্য পাঠ্য নহ'ল

## ['চিলাৰায় দিৱস'ৰ চিন্তাৰ বুৰবুৰণি]

এখন শিক্ষানুষ্ঠানত 'চিলাৰায় দিৱস' উপলক্ষে বক্তৃতা প্ৰদান কৰিবলগীয়া হৈছিল। সভাত চিলাৰায় সম্পৰ্কে ক'বলগীয়া হোৱা বাবে অসমৰ শেষ মধ্যযুগীয় সমাজ, কোঁচৰজাসকল, আহোমৰজাসকল আৰু এই পটভূমিতে চিলাৰায়ৰ অথবা কোচৰজা নৰনাৰায়ণৰ ঐতিহাসিক অৱস্থিতিৰ বিষয়ে কৈছিলোঁ। নতুন কথা একো কোৱা হোৱা নাছিল। আমি পঢ়া বুৰঞ্জীৰ তথ্য আৰু সাংবাদখিনিকে কিছু শৃঙ্খলাগতভাৱে উত্থাপন কৰিছিলোঁ। কিন্তু সভাৰ অন্তত একাধিক যুৱশিক্ষক আৰু ছাত্ৰই কৈছিল যে তেওঁলোকৰ বাবে এইবোৰ কথা নতুন আৰু বহুত ভাল কথা শুনিলে। এই কথা শুনি আমাৰ মনত কিছুমান চিন্তাৰ ঢৌ উঠিছিল। সঁচাকৈয়ে অন্ততঃ নূন্যতমভাৱে হ'লেও অসমত আৰু ভাৰতত প্ৰাচীন ইতিহাসৰ তথ্য আৰু সংবাদ যথেষ্ট আছে; গ্ৰন্থও আছে। তেনেহ'লে নতুন প্ৰজন্ম অথবা শিক্ষকসকল ৰাষ্ট্ৰ আৰু ৰাজ্যৰ অতীত বুৰঞ্জীৰ সম্পৰ্কে 'ৱাকিবহাল' নহয় কিয়? সমাজত ইতিহাস-জ্ঞানৰ প্ৰভাৱ পৰা নাই কিয়? কোচ-ৰাজবংশী সমাজে বহুলভাৱে চিলাৰায়ৰ ঐতিহাসিক কৃতি জনাবলৈ গুৰুত্বপূৰ্ণভাৱে দিৱসৰ আয়োজন কৰিছে। বিভিন্ন গোষ্ঠী-সম্প্ৰদায়ে নিজৰ নিজৰ খণ্ডিত সত্ত্বাৰ চেতনাৰ প্ৰতি সজাগ হৈ জাতীয় বীৰসকলক নিজৰ নিজৰ প্ৰতিভূ কৰি লোৱাৰ প্ৰৱণতাই জাতীয়তাবাদৰ স্বাভাৱিক গতিত প্ৰতিকূল প্ৰভাৱ পেলাইছে। ইয়াৰ নিশ্চয় অন্যতম কাৰণ হৈছে সামগ্ৰিকভাৱে আমাৰ জাতিৰ বিকাশ সাধনত মহামূল্য অৱদান আগবঢ়াই যোৱা ভিন্ন ভিন্ন কালৰ ভিন্ন ভিন্ন বীৰ বা মহান ব্যক্তিসকলক সমাজত

যথাযোগ্যভাৱে প্ৰতিষ্ঠা নকৰা বা সমাদৰ নকৰা প্ৰক্ৰিয়া। ইয়াৰো অন্যতম কাৰণ হৈছে সমাজত ইতিহাস-জ্ঞানৰ অভাৱ। বুৰঞ্জী বা ইতিহাস অতীতৰ কথা হ'লেও, সেই ইতিহাসৰ সাধাৰণ, মৌলিক তথ্য বা সংবাদখিনি সমাজত জ্ঞাত হৈ নাথাকিলে ৰাষ্ট্ৰৰ সামাজিক স্থিতি আৰু চাৰিত্ৰিক বৈশিষ্ট্যৰ ধাৰণা আৰু ভৱিষ্যতৰ গতিৰ আভাস কেনেকৈ পোৱা যায়? জাতীয়তাবাদ আৰু ৰাষ্ট্ৰীয়তাবাদৰ বিকাশৰ মূলতে হৈছে ইতিহাসৰ জ্ঞান আৰু চৰ্চা। অসমৰ জাতি-গঠনত ঐতিহ্যৰ সৃষ্টি কৰা ৰজা ভগদত্ত, কুমাৰ ভাস্কৰবৰ্মা, শালস্তম্ভীয় বংশৰ হৰ্ষদেৱ, নৰনাৰায়ণ, চিলাৰায়, ৰুদ্ৰসিংহ, লাচিত বৰফুকন অথবা ৰাজেশ্বৰ সিংহ আদি প্ৰাচীন অসমৰ কীৰ্ত্তিমান বীৰসকলৰ মূল্যৱান অৰিহণাৰ কথা সমাজত বিয়পি নাথাকিলে জাতীয় সংহতি আৰু গৌৰৱবোধৰ চেতনা উদ্ৰেক হয় কেনেকৈ?

অতি বিস্তৃতভাৱে প্ৰকাশ নহ'লেও এই কথা সত্য নহয় যে আমাৰ প্ৰাচীন ইতিহাসৰ তথ্য আৰু সংবাদবোৰ লিপিবদ্ধ হৈ থকা নাই। আদি মধ্যযুগৰ তথ্যৰপৰা সাম্প্ৰতিক কাললৈ আমাৰ ৰাজ্যৰ ধাৰাবাহিক বুৰঞ্জীৰ ইংৰাজী আৰু অসমীয়া উভয় ভাষাতে গ্ৰন্থ নথকা নহয়। আকৌ, নতুন নতুন তথ্যপ্ৰাপ্তিৰ সহায়ত বুৰঞ্জীৰ নতুন গ্ৰন্থ ৰচনাৰো সমল নোহোৱা হোৱা নাই। প্ৰয়োজন মাথো ধাৰাবাহিকভাৱে বুৰঞ্জী-শিক্ষা, বুৰঞ্জী-পাঠ আৰু বুৰঞ্জী-চৰ্চা। **আজিৰ সমাজ যুক্তিবাদী, বিশ্লেষণশীল আৰু বুদ্ধিদীপ্ত, সেইদৰে ছাত্ৰসমাজো।** ইতিহাসৰ অন্তৰংগ চৰ্চাই তেওঁলোকৰ জাতীয় প্ৰেম, জাতীয় চিন্তা আৰু লগতে ৰাষ্ট্ৰীয় তথা বিশ্বপ্ৰেমৰ দিগন্ত বহল কৰি তুলিব।

একালত চতুৰ্থশ্ৰেণীৰপৰা দশমশ্ৰেণীলৈ ধাৰাবাহিকভাৱে বুৰঞ্জীৰ পাঠ বাধ্যতামূলকভাৱে ছাত্ৰক শিকোৱা হৈছিল। ব্ৰিটিছ যুগৰ পাঠপুথি লক্ষ্মীনাথ বেজবৰুৱাৰ *'ভাৰতবৰ্ষৰ বুৰঞ্জী'*, পদ্মনাথ গোহাঞিবৰুৱাৰ *'অসম বুৰঞ্জী'* আদি পাঠ্যপুথিৰ কথা বাদেই দিলো, স্বৰাজোত্তৰ কালত বহুদিনলৈ প্ৰচলিত থকা নিম্ন শ্ৰেণীসমূহৰ শৰৎচন্দ্ৰ গোস্বামীৰ *'অসম দেশৰ পুৰণি কথা'* উচ্চ শ্ৰেণীসমূহৰ এম্ এল্ কাঠবৰুৱাৰ *'ভাৰতবুৰঞ্জী'*, গুণগোবিন্দদত্তৰ *'ভাৰতবুৰঞ্জী'* অথবা তেনে বহুত বুৰঞ্জী পাঠ্যপুথিৰূপে অসমৰ সকলো ছাত্ৰই হাইস্কুলত পঢ়িবলৈ পাইছিল। আজিৰ ধ্যান-

ধাৰণাৰে এইবোৰ পুথিত মূল্যায়নৰ কিছু পৰিবৰ্তনৰ প্ৰয়োজন বুলি অথবা অধিক তথ্য সংযোজনৰ সুবিধা থকা বুলি ভাবিলেও সামগ্ৰিকভাৱে ভাৰত আৰু অসমৰ পূৰ্ণাঙ্গ ছবি এইবোৰ পুথিয়ে সেইসময়ত দাঙি ধৰিছিল। সকলো ছাত্ৰই ইতিহাসৰ পাঠ গুৰুত্বসহকাৰে শিকাৰ সুবিধা পাইছিল— বাধ্যতামূলভাৱেই। অপ্ৰধানভাৱে সমাজত ইয়াৰ এক প্ৰভাৱ নিশ্চয় নপৰাকৈ থকা নাছিল।

আজিৰ শিক্ষানুষ্ঠানত ইতিহাস-চৰ্চাৰ কোনো পৰিৱেশ নাই। সমাজ-অধ্যয়ন বিষয়ৰ পাঠ্যক্ৰমত খুব কম নম্বৰৰ বাবে ঐচ্ছিকভাৱে ইতিহাসৰ অলপ পাঠ দিয়া হৈছে যদিও আকস্মিকভাৱে তাৰপৰা ইতিহাসৰ জ্ঞান লাভ কৰা মুঠেই সম্ভৱ নহয়। কোমলমতিৰ ছাত্ৰৰ মগজুত তাৰ কোনো প্ৰভাৱ নপৰে। আনহাতে, ঐচ্ছিকভাৱে বুৰঞ্জী-বিষয় প্ৰদত্ত হ'লেও তাৰ পাঠ্যক্ৰমত ইতিহাস-জ্ঞানৰ বাবে ধাৰাবাহিক ইতিহাস-তথ্য নাই। কিছুমান সভ্যতা বা বিপ্লৱৰ বিষয়ে কোৱা হৈছে, যাৰ বোধ্যতাৰ বাবে ধাৰাবাহিক ইতিহাস-জ্ঞানৰ পটভূমি বা পৰিৱেশ ছাত্ৰৰ পাঠ্যত দিয়া হোৱা নাই, প্ৰসংগ-সংগতি আনিবলৈ শিক্ষকে পৃথকে পাঠদান কৰিব লাগিব। তাৰ বাবে শিক্ষকৰেই বা সময় ক'ত? সেয়ে দেখা যায় যে উচ্চতৰ মাধ্যমিক স্তৰলৈকে ছাত্ৰ-ছাত্ৰীয়ে নিজ দেশৰ বুৰঞ্জীৰ বিষয়ে প্ৰায়ে অজ্ঞ হৈ থাকে।

এয়াও উল্লেখ্য যে ইতিহাস কেৱল অতীতৰ কথা নহয়। অতীতৰ সৈতে সম্পৰ্ক বৰ্তমানৰ আৰু বৰ্তমানৰ সৈতে ভৱিষ্যতৰ। ইতিহাসৰ সৈতে সম্পৰ্ক কালৰ বিৱৰ্তনৰ। মানৱ আৰু কালৰ সৈতে ইতিহাস বিজৰিত। টি. এচ. এলিয়টৰ মননশীল প্ৰসিদ্ধ কাব্য গ্ৰন্থ **'ফোৰ কোৱাৰ্টেটচ'** (Four Quartets)। ইয়াত থকা চাৰিওটা সুদীৰ্ঘ কবিতা এক মননশীল অভিজ্ঞতাৰ ভাবৰ ঐক্যসূত্ৰেৰে গ্ৰথিত কাল আৰু ইতিহাস-চিন্তাৰ কাব্য। এই কাব্যৰ বিষয়বস্তুৰ গভীৰতাই কাল-ইতিহাসৰ প্ৰচলিত ধাৰণাকে সলনি কৰি দিছে।

*Time present and time past*
*Are both perhaps present in time future,*
*And time future contained in time past.*

*[ সময় বৰ্তমান আৰু সময় অতীত*
*হয়তো স্থিত হয় সময় ভৱিষ্যতত,*
*আৰু সময় ভৱিষ্যতত দেখোন অতীত নিহিত।]*

ইতিহাস সম্পৰ্কে এলিয়টে কৈছে—

*A people without history*
*Is not redeemed from time, for history*
*is a pattern of timeless moments.*

[ইতিহাসবিহীন মানুহে সময়ৰপৰা মুক্ত নহয়, পৰিত্ৰাণ নাপায়; কাৰণ ইতিহাস হৈছে সময়হীন মুহূৰ্ত্তবোৰৰ নক্সা বা নমুনা]। কাল আৰু ইতিহাসৰ বিচিত্ৰ ভাৱৰাশিয়ে সৃষ্টি কৰা এলিয়টৰ অৱশ্যে এয়া আধ্যাত্মিক কাব্য-চেতনাহে। আমাৰ আলোচ্য প্ৰসংগ-বিষয়ৰ সৈতে সম্পৰ্কবিহীন। কিন্তু ইতিহাসেও যে কালৰ কোনো কোনো মুহূৰ্ত্তক প্ৰোজ্জ্বল কৰি তোলে, অনন্তকালৰ প্ৰবাহস্ৰোতত বিজয়ী হৈ কোনো মুহূৰ্ত্তক অমৰ কৰি ৰাখে— সেই চেতনা নিশ্চয় ইতিহাস-অধ্যয়নে দিব পাৰে। ইতিহাসৰ সৈতে সম্পৰ্ক আছে সাহিত্যৰো।❑

# কনক চন্দ্ৰ শৰ্মাৰ স্ব-ৰচিত আৰু প্ৰকাশিত গ্ৰন্থসমূহ ঃ

| | |
|---|---|
| ১। সাহিত্য সংবাহন | ঃ সাহিত্য সমালোচনামূলক গ্ৰন্থ (১৯৮২ আৰু ১৯৯৩)। |
| ২। সপ্তপৰ্ণ | ঃ কবিতা পুথি (১৯৮৮)। |
| ৩। বৈখৰী | ঃ কবিতা পুথি (১৯৯৪)। |
| ৪। প্ৰসংগ ঃ দেৱী দুৰ্গা | ঃ ঐতিহাসিক আৰু সাহিত্যিক বিশ্লেষণমূলক আলোচনা গ্ৰন্থ (১৯৯৪)। |
| ৫। সাহিত্য-চিন্তা বিবিধা | ঃ সাহিত্য-সমালোচনামূলক বিবিধ ৰচনা (১৯৯৬)। |
| ৬। গৌৰৱ ৰবি আনন্দৰাম বৰুৱা | ঃ মাধ্যমিক ছাত্ৰ-ছাত্ৰীৰ জীৱনী-গ্ৰন্থ (২০০০)। |
| ৭। তেজপুৰ নাম ইটো নগৰ বিশেষ | ঃ তেজপুৰ চহৰৰ ঐতিহাসিক তথ্যপূৰ্ণ বিবিধা (২০০১) আলোচনা গ্ৰন্থ। |
| ৮। নিৰ্বাচিত ৰচনা-সম্ভাৰ | ঃ বিভিন্ন কাকত, আলোচনীত প্ৰকাশিত গৱেষণাধৰ্মী নিৰ্বাচিত ৰচনা (যন্ত্ৰস্থ)। |
| ৯। On Satra Institution of Assam | ঃ অসমৰ সত্ৰসম্পৰ্কে পৰিচয়াত্মক ইংৰাজী গ্ৰন্থ (২০০১)। |

| | | |
|---|---|---|
| ১০। উলুবাৰী তাম্ৰ শাসনৰ পাঠোদ্ধাৰ (যুটীয়াভাৱে), ১৯৭৫ | ঃ | Inscriptions of Ancient Assam গ্ৰন্থত সন্নিবিষ্ট (১৯৭৮)। |
| ১১। সুপ্ৰসিদ্ধ মহাভৈৰৱ মন্দিৰ | ঃ | মহাভৈৰৱ মন্দিৰ আৰু অসমৰ শৈৱ ধৰ্মৰ চমু আলোচনা (২০০১)। |
| ১২। ৰমণীয় সাহিত্য- নাটক | ঃ | নাটক আৰু নাট্য তত্ত্বৰ আলোচনা গ্ৰন্থ (২০০৪)। |
| ১৩। তিনিখন নাট্য-সংগীতালেখ্য | ঃ | শোণিতপুৰে ৰিঙিয়ায়, (১৯৮১), নতুন নিয়ৰে আদৰা শৰৎ (১৯৯৩); ঋতুনাং কুসুমাকৰ ঃ (১৯৯৪-৯৫) ঃ আকাশবাণী আৰু দুৰদৰ্শনত সম্প্ৰচাৰিত। |
| ১৪। পশ্চিম অসমৰ ভাষা, বুৰঞ্জী আৰু লোক-সংস্কৃতি | ঃ | সাহিত্য সভাৰ চাপৰ অধিৱেশনৰ বুৰঞ্জী সন্মিলনৰ সঞ্চালকৰ অভিভাষণ-পুস্তিকা (২০০৭)। |
| ১৫। অসম-ইতিহাসৰ যৎকিঞ্চিৎ | ঃ | প্ৰাচীন আৰু মধ্যযুগৰ অসম-ইতিহাসৰ গৱেষণাধৰ্মী নিবন্ধৰ সংকলন (২০১০)। |

**তদুপৰি শ্ৰীশৰ্মাই ৰাষ্ট্ৰীয়, ৰাজ্যিক, বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়পৰ্য্যায়ত বহুকেইখন গৱেষণা-পত্ৰ পাঠ কৰিছে আৰু যথাস্থানত সিবোৰ প্ৰকাশিত হৈছে।**

**সংবাদ-পত্ৰ, বিভিন্ন আলোচনী আৰু নানাস্থানত নিৰৱচ্ছিন্নভাৱে বিভিন্ন বিষয়ত গহীন নিবন্ধ-ৰচনাত ব্ৰতী হৈ আছে। তেওঁ সংবাদ-পত্ৰৰো স্তম্ভলিখক।**

# কনক চন্দ্ৰ শৰ্মাৰ সংকলন-সম্পাদনাত প্ৰকাশিত গ্ৰন্থসমূহ ঃ

| | | |
|---|---|---|
| ১। সাংস্কৃতিকা | ঃ | সাহিত্য-সংস্কৃতিৰ প্ৰবন্ধ-সংকলন (১৯৭৬, তেজপুৰ)। |
| ২। The Brahmaputra | ঃ | নাট্যবিষয়ৰ ইংৰাজী-অসমীয়া প্ৰথম প্ৰবন্ধ-সংকলন (১৯৭৮, তেজপুৰ)। |
| ৩। কাব্যলেখা | ঃ | অবিভক্ত দৰং জিলাৰ কবিসকলৰ নিৰ্বাচিত কবিতা-সংকলন (১৯৮০, তেজপুৰ)। |
| ৪। ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ | ঃ | প্ৰবন্ধ-সংকলন (১৯৮০, তেজপুৰ) |
| ৫। বিহু নৃত্য-গীত খচৰা নিয়মাৱলী | ঃ | বিহুনৃত্য-গীত সম্পৰ্কে বিৱৰণসহ আলোচনাত্মক নিয়মাৱলী (১৯৮৮, তেজপুৰ)। |
| ৬। শোণিতকন্যা | ঃ | শোণিতপুৰ জিলাৰ বিভিন্ন দিশৰ ঐতিহাসিক তথ্যমূলক প্ৰবন্ধ সংকলন (১৯৮৮, তেজপুৰ)। |
| ৭। চিত্ৰৰূপা | ঃ | জ্যোতিপ্ৰসাদ আগৰৱালাৰ বিষয়ে প্ৰবন্ধ-সংকলন আৰু সচিত্ৰ স্মৃতিগ্ৰন্থ (১৯৮৯, তেজপুৰ)। |
| ৮। লক্ষ্মীনাথ | ঃ | বাংলা আৰু ইংৰাজী ভাষাত |

| | |
|---|---|
| | বেজবৰুৱাৰ বিষয়ে প্ৰবন্ধগ্ৰন্থ, (১৯৯২, কলিকতা)। |
| ৯। Journal of the Assam Research Society | Vol. XXXV (1995), কামৰূপ অনুসন্ধান সমিতি, গুৱাহাটী—সম্পাদক সহযোগী। |
| ১০। Satrya Culture and Neo-Vaishnavism in Assam | Proceedings and Transactions of the Seminar (১৯৯৯) কামৰূপ অনুসন্ধান সমিতি, গুৱাহাটী। |
| ১১। Journal of the Assam Research Society | Vol. XXXV (1997), Part I&II, Editor |
| ১২। বিশ্বৰ বাতৰি | ঃ সম্পাদক (সাপ্তাহিক সংবাদ পত্ৰ, গুৱাহাটীৰ পৰা প্ৰকাশিত, ২০০৩)। |
| ১৩। অমৃত সন্ধানী আদৰ্শ নাৰী ভৱানী শৰ্মা | ঃ সুলেখিকা ভৱানী শৰ্মাৰ চমু জীৱনালেখ্য (২০০৫, গুৱাহাটী)। |
| ১৪। শৰৎ চন্দ্ৰ শৰ্মা ৰচনা সমগ্ৰ, প্ৰথম খণ্ড | ঃ প্ৰাচ্যবিদ শৰৎ চন্দ্ৰ শৰ্মাৰ ৰচিত গহীন গ্ৰন্থসমূহৰ সংকলন আৰু সম্পাদনা (২০০৫, গুৱাহাটী)। |
| ১৫। শৰৎ চন্দ্ৰ শৰ্মা ৰচনা সমগ্ৰ, দ্বিতীয় খণ্ড | ঃ প্ৰাচ্যবিদ শৰৎ চন্দ্ৰ শৰ্মাৰ উপন্যাস, কবিতাপুথি আৰু অন্যান্য প্ৰাসংগিক লেখাৰ সংকলন আৰু সম্পাদনা (২০০৫, গুৱাহাটী)। |
| ১৬। শৰৎ চন্দ্ৰ শৰ্মা ৰচনা সমগ্ৰ, তৃতীয় খণ্ড **(অসমীয়া ভাষাৰ এৰাবোটলা)** | ঃ প্ৰাচ্যবিদ শৰৎ চন্দ্ৰ শৰ্মাৰ দ্বাৰা প্ৰণীত অভিধানৰ সংকলিত, পৰিৱৰ্ধিত আৰু সম্পাদিত খণ্ড (২০০৬, গুৱাহাটী)। |

| | |
|---|---|
| ১৭। শৰৎ চন্দ্ৰ শৰ্মা ৰচনা সমগ্ৰ, চতুৰ্থ খণ্ড | ঃ প্ৰাচ্যবিদ শৰৎ চন্দ্ৰ শৰ্মাৰ লোক-সংস্কৃতি, স্ত্ৰী-শিক্ষা, উপভাষা, ডাকৰ বচন আদি বিষয়ৰ গ্ৰন্থ আৰু লেখাৰ সংকলিত আৰু সম্পাদিত খণ্ড (২০০৬, গুৱাহাটী)। |
| ১৮। অমেয় অমৃত-গঙ্গা | ঃ অধ্যাপক লেখক গঙ্গানাথ শৰ্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি-গ্ৰন্থ (২০০৬, গুৱাহাটী)। |
| ১৯। প্ৰাগজ্যোতিকা | ঃ স্মৃতিগ্ৰন্থ, মহাভাৰতৰ যুগত উত্তৰ-পূৰ ভাৰত, ৰাষ্ট্ৰীয় আলোচনা চক্ৰ, গুৱাহাটী (২০০৭, গুৱাহাটী)। |
| ২০। দেৱেন্দ্ৰ-দীপ্তি ঃ | অৱসৰপ্ৰাপ্ত আই এ এচ দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যদেৱৰ প্ৰতি শ্ৰদ্ধাঞ্জলি-গ্ৰন্থ (২০১০, গুৱাহাটী)। |

# District DARRANG

TOWANG

AKA HILLS

DAFLA HILLS

LAKHIMPUR

SIBSAGAR

NOWGONG

KAMRUP

MANGALDAI

TEZPUR

BRAHMAPUTRA R.




REFERENCES.

District Boundry

Subdivision Boundary

Mauza Boundary

Railway with Stations

Groups reported shown in red.

| Mauzas. | Mauzas | Mauzas | Mauzas | Mauzas |
|---|---|---|---|---|
| 1. Bans gorah | 13. Howlimohanpur. | 25 Sarabari. | 37 Rangapani Sonaigaon | 49. Balipara |
| 2 Sipujhar | 14 Bangalagarh | 26 Chinakona. | 38 Orang | 50. Behali |
| 3. Hindu ghopa. | 15 Dhula. | 27. Majikuchi. | 39 Dalgaon. | 51 Gohpur. |
| 4. Sonapur. | 16. Chapai | 28 Sekhar | 40 Tezpur | 52 Bansbari |
| 5. Lokrai | 17 Bar Autola | 29. Jhapirabari | 41 Mahabhairab | 53 Silabandha |
| 6. Dipila. | 18 Kalaigaon. | 30 Harisinga. | 42 Bihuguri | |
| 7. Lorpkuchi | 19. Dalagaon | 31 Ambagaon | 43. Halesvar | |
| 8 Rainakuchi. | 20. Dakua. | 32 Tinkoria. | 44. Barbhagia | |
| 9 Rangamati. | 21. Kalitakuchi | 33. Silpota | 45 Chutia Naysankar | |
| 10. Punia. | 22. Sarbai Chubri | 34 Petua Chubri | 46. Bishnath & Baghmara | |
| 11 Dahi. | 23. Silai kuchi. | 35. Samabari. | 47 Barchola | |
| 12 Chopora | 24. Ranthali | 36. Bar Silajhar. | 48 Bargaon. | |


MAP ILLUSTRATING
RESETTLEMENT OPERATIONS IN DISTRICT DARRANG
1927—32
Scale 1" = 8 Miles
AKHA HILLS
DAPHLA HILLS
LAKHIMPUR
SIBSAGAR
NOWGONG
KAMRUP
BHUTAN
KHILLINGDUAR
KARIAFARADUAR
KALAIGAON
PATHARIGHAT
MANGALDAI
CHAPARI
BRAHMAPUTRA
Udalguri
Paneri
Dhekiajuli
Singri
TEZPUR
Jamuguri
Chutia
Charali
Bishnath
Behalimukh
Gamirighat
Gohpur
GAUHATI
from Gauhati
from Rangia R.S.
to Lakhimpur
REFERENCES
District Boundary
Sub Division Boundary
Group to be reported
Group under report
Road
River & Stream
91° 30'
92° 0'
30'
93° 0'
94° 0'
27° 0'
26° 0'